# প্ৰবাল প্ৰাচীৰ

কুমাৰ কিশোৰ





পানবজাৰ :: গুৱাহাটী-১

*PRABAL PRACHIR*

*A Novel Written by Kumar Kishore and Published by Sri Nagen Sarmah, M/s. Jyoty Prakashan, GAUHATI-1*

**PRICE RUPEES TWENTY TWO ONLY**

---

# ॥ প্ৰৱাল প্ৰাচীৰ ॥

## ॥ কুমাৰ কিশোৰ ॥

॥ প্ৰকাশক / শ্ৰীনগেন শৰ্মা ॥

॥ জ্যোতি প্ৰকাশন / গুৱাহাটী-১ ॥

॥ দ্বিতীয় প্ৰকাশ—১৯৮৭ ॥

॥ বেটুপাতৰ ছবি ॥

॥ শ্ৰীত্ৰৈলোক্য দত্ত / গুৱাহাটী-১ ॥

॥ ছপা ॥ শ্ৰীসুনীল কুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্চ / কলিকতা-৬ ।

॥ বন্ধা ॥ শ্ৰীপ্ৰেম বেনাৰ্জী / কামাখ্যা বাইণ্ডিং ৱৰ্কছ / কলিকতা-৯ ।

---

**॥ মূল্য : বাইছ টকা মাথোন ॥**

---

## ॥ বাট-চ'ৰাৰ জপনা ঃ কাহিনী লিখাৰ কাহিনী ॥

'মৰা হাতীৰ দাম লাখ টকা' বুলি এষাৰ কথা আছে। পিছে এই লাখ টকা কেতিয়াবা কেতিয়াবা পানীতো পৰে।

তেতিয়া মোৰ জন্মই হোৱা নাই।

সেই সময়ত মৌজাদাৰৰ ঘৰত হাতী নথকাটো লাজৰ কথাই নহয়, সন্মান-হানিৰ কথাও। গতিকে আমাৰ ঘৰতো হাতী আছিল—এটা-দুটা নহয়, কেবাটাও। কাৰণ সেই সময়ত আভিজাত্যৰ বাহক যন্ত্ৰ-যান নহয়—হস্তী-যান।

এদিনৰ ঘটনা।

দেউতাই মৌজা এৰি দিছিল। কাৰণ ঃ বিদেশী শাসকৰ ৰঙা চকু দেউতাৰ সহ্য নহ'ল। গা'ত এড়ি চাদৰ এখন লৈ চাহাবৰ এজলাচলৈ মৌজা সম্পৰ্কীয় কিবা কথাৰ কাৰণে যাওঁতে চাহাবে হেনো দেউতাক কটুকথা শুনাই চাহাবী সাজ-পাৰ পিন্ধিবলৈ হুকুম দিছিল। সেই অপমান সহ্য কৰিব নোৱাৰি দেউতাই তেখেতৰ নলে-গলে লগা বন্ধু ৺প্ৰতাপ নাৰায়ণ চৌধুৰীৰ হাতত মৌজাৰ দায়িত্ব চমজাই দিছিল। সেইবোৰ আইতাৰ মুখত শুনা কথা।

বুজন হৈ দেখিছিলোঁ ঃ আমাৰ ঘৰত এটা-দুটা বা কেবাটাও হাতী নাই। আছিল মাথোন এটা—ৰাণা। ৰাণা ছ-কুটীয়া দাঁতৰ এঘাৰ ফুট ওখ এটা প্ৰকাণ্ড দ'তাল। মই সৰু থাকোঁতেই এটা হাতী মৰিল। হাতী ধৰিবলৈ যাওঁতে কুন্‌কীজনী জঙ্গলত হেৰাল। আন এটা হাতী বিকি দিলে।

তেতিয়া আমাৰ ঘৰৰ পৰিৰ অহা অৱস্থা।

বিয়াল্লিশৰ মুক্তি যুঁজৰ সময়ত আমি স্কুলীয়া ছাত্ৰ। আগষ্ট মাহ শেষ হওঁ-নোহওঁতেই আন্দোলনৰ কৰ্ণধাৰসকল কাৰাগাৰত [illegible] হোৱাত পিকেটিং আৰু খবৰ সংগ্ৰহৰ বাবে চোৰাংচোৱাৰ [illegible] ছাত্ৰ কিছুমানেই সেই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিবলগীয়া [illegible]।

কুমাৰীকাটা বজাৰত পিকেটিং কৰোঁতে পু[illegible] কৰ্ম্মী একজনৰ মৃত্যু হ'ল। আমাৰ আঠাইশজনীয়া কৰ্ম্মী[illegible]টো ছেদেলি [illegible] হৈ পৰিল। কোন কেনি গ'ল একো গম নাপালোঁ। [illegible]পাঠী শ্ৰীযুত স[illegible] শৰ্ম্মা আৰু ৰঙাফালি হাইস্কুলৰ হিন্দী-শিক্ষক শ্ৰী[illegible] [illegible] সৈতে

ধানীনিৰ মাজেৰে বোকা-পানীৰ ওপৰেৰে বগৰ্‌ৱা-বাই আমি বিহদিয়া নদীৰ পাৰ পালোঁগে। তাতেই তিনিওজনে আলোচনা কৰি বাস্কা মৌজাৰ গাঁওবোৰৰ মাজত সংগঠনৰ কামত প্ৰবৃত্ত হৈ পৰিছিলোঁ।

সেই সময়তে বনৰীয়া গাহৰি আৰু বাঘৰ লগতে বনৰীয়া হাতীৰ আক্ৰমণৰ পৰা নিজক ৰক্ষা কৰিবলগীয়া হৈছিল। গুণ্ডা হাতী এটাৰপৰা ৰক্ষা পাবলৈ আমি তিনিওজনে পথাৰৰ মাজৰ প্ৰকাণ্ড ঔগছ এজোপাৰ ওপৰত এদিন-এনিশা কটাবলগীয়া হৈছিল। গছজোপা বগৰাই আমাক প্ৰাণে মাৰিবলৈ যত্ন কৰি ব্যৰ্থ হৈ হাতীটো অৱশেষত বনলৈ আঁতৰি গৈছিল।

বনৰীয়া হাতীটোৰ নিষ্ঠুৰতা আৰু গছজোপা বগৰাবলৈ কৰা কৌশলবোৰ দেখি মোৰ তেতিয়া প্ৰভুভক্ত ৰাণালৈ মনত পৰিছিল।

তাৰ কেইদিনমান পিছত ৰাতিৰ এন্ধাৰত লুকাই-চুৰকৈ ঘৰলৈ আহোঁতে শুনিছিলোঁ ৰাণা হেনো ঢুকাল।

মৰা হাতী পুতিবলৈ প্ৰচুৰ পৰিমাণৰ নিমখৰ প্ৰয়োজন। কিন্তু সেই সময়ত সেৰে ছয় টকা দৰতো নিমখ পাবলৈ নাই। সেই কাৰণে কমাৰকুছি আৰু বৰপেটাৰপৰা কিছু যখাৰ সংগ্ৰহ কৰি ৰাণাক পোতা হ'ল। সেই খাবৰপৰা এপোৱামান মায়ে আইুতীয়াকৈ থৈছিল।

সেই সময়তে নলবাৰী গৰ্ডন হাইস্কুলৰ বিজ্ঞানৰ শ্ৰেণী, ডাক-ঘৰ আৰু ৰেল-ষ্টেচনৰ বিশ্ৰাম-কক্ষত তিনিটা বোমা বিস্ফোৰণ ঘটিছিল। চামতা গাঁৱত কেৰাটাও বন্দুক চুৰি হৈছিল। আমাৰ গাঁৱত চিৰা-ভজা জুয়ে পৰিয়াল এটাৰ ঘৰ পুৰিছিল। ঘটনাৰ দিনা ৰাতি ঘৰলৈ উভতি আহি দেখিছিলোঁ জ্বলন্ত জুইৰ শিখা। জুইৰ মাজত সোমাই গোহালি ঘৰত বান্ধি থোৱা গৰুবোৰ মোকোলাই দি বাইজৰ সৈতে লগ লাগি জুই নুমুৱাবলৈ যত্ন কৰোঁতে দেহ আধাপোৰা হ'ল। হুল-জোঙত খোঁচ খাই সৰ্ব্বাঙ্গ ৰক্তাক্ত হৈ পৰিল। জুই নুমালত শেষনিশা ঘৰ সোমাব খুজিছিলোঁ যদিও ঘৰ সোমোৱা আৰু নহ'ল।

ধোঁৱা-চাঙত মায়ে থোৱা খাৰখিনিয়েই আমাৰ কাল হ'ল। হাতত হাতকেৰেয়া আৰু ক'কালত শকত ৰছীৰ ধনগ্নয় বান্ধ লৈ মই আৰু বৰ ককাইদেউ লক্-আপত সোমালোঁহি। কিন্তু সিমানতো ৰক্ষা নাপালোঁ। পুলিচৰ বুটৰ গোৰ আৰু হান্টাৰৰ কোব খাই অজ্ঞান হৈ পৰিলো'। তাৰ পিছত গুৱাহাটী জিলা কাৰাগাৰৰ চিকিৎসালয়ত এমাহ পৰি ৰলো'।

দিন পুৰণি হ'ল। বয়স কুমলীয়া। তাতে আকৌ তৃতীয় শ্ৰেণীৰ কয়েদী ইতিমধ্যে পৰীক্ষা ঘৰত সোমাই বাছনি পৰীক্ষাত বাধা দিয়া আৰু পিকেটিং কৰাৰ অপৰাধত এমাহ সশ্ৰম কাৰাদণ্ড বিহা হৈছে। বাকীবোৰ অপৰাধৰ বিচাৰ হোৱা নাই।

কাৰাৰুদ্ধ অৱস্থাত দীঘলীয়া দিনৰ কাৰণে হুক্-ৱাৰ্মত ভুগি দৃষ্টিশক্তি হেৰুৱাই কুকুৰীকণা হৈ পৰিছিলোঁ। চিৰনমস্য ৰাজনৈতিক নেতা আৰু আমাৰ সহ-বন্দী প্ৰসিদ্ধ ডাক্তৰ স্বৰ্গীয় ভুৱনেশ্বৰ বৰুৱাৰ চিকিৎসাত সুস্থ হৈ জেলৰপৰা ওলাই আহি দেখিছিলোঁ—ঘৰখনৰ শোচনীয় অৱস্থা। দেউতা আৰু মাজু ককাইদেউ ঢুকাইছে। থানা-তালাচি আৰু পাইকাৰী জৰিমনা আদায় কৰিবলৈ অহা পুলিচে ঘৰ-দুৱাৰ ভাঙি তহিলং কৰিছে। পূজাঘৰৰ শিৱলিঙ্গ আৰু আন আন বিগ্ৰহৰ মাজত বোমা নিৰ্ম্মাণ কৰাৰ কৌশল লুকাই ৰখা বুলি সন্দেহ কৰি আটাইবোৰ বিগ্ৰহ পুলিচে অধিগ্ৰহণ কৰিছে। ঘৰত মতা-মানুহ নোহোৱাৰ সুযোগ লৈ ১৯৪৩ চনৰ শেষ ভাগৰ কোনোবা এটা ৰাতি আমাৰ কোনোবা পৰম সুহৃদে ৰাণাৰ হাড়-মূৰবোৰ আঁতৰাই নিছে।

*　　　*　　　*

কেইদিনমান আগতে ৰাজস্থানৰ জয়পুৰলৈ গৈছিলোঁ।

জীৱন-কালত এশ তিনিবাৰ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হোৱা অম্বৰাধিপতি মানসিংহৰ ৰাজ-প্ৰাসাদৰ সম্মুখত দেখিছিলোঁ কেইটামান হাতী। তেতিয়াই ৰাণালৈ মনত পৰিছিল। সহপাঠী বন্ধু শ্ৰীযুত পুৰন্দৰ তালুকদাৰে হাতীৰ বিষয়ে কৰিব খোজা কথাছবি এখনৰ কাহিনী এটা লিখি দিয়াৰ বাবে কৰা অনুৰোধ আৰু 'মিত্ৰ এজেন্সি এণ্ড কোং'-ৰ স্বত্বাধিকাৰী শ্ৰীযুত নবেন দাসৰ খেচ্‌খেচনি এৰাব নোৱাৰি 'প্ৰৱাল প্ৰাচীৰ' লিখিবলৈ হাতত লৈছিলোঁ। প্ৰৱাল প্ৰাচীৰে কোনোবা পাঠকক তৃপ্তি নতুবা আনন্দ দিব পাৰিলে তাৰ বাবে শ্ৰীযুত দাস আৰু তালুকদাৰহে ধন্যবাদৰ পাত্ৰ। দোষ-ত্ৰুটিৰ ভাগহে আমাৰ। —ইতি—

ৰূপবন ঃ শিবলং—১　　　　বিনীত
দুই অক্টোবৰ, '৭২।　　　　কুমাৰ কিশোৰ

## ॥ দ্বিতীয় তাঙৰণ ॥

জীৱনৰ য'তেই আৰম্ভনী নাটক আৰু উপন্যাসৰ তাতেই সামৰণি। নাটক আৰু উপন্যাস সঁচা সঁচা লগা মিছা কাহিনী। কুমাৰ কিশোৰে সঁচা কাহিনীক জুমুঠি কৰি উপন্যাস সৃষ্টি কৰিছিল। শিশুকালত নিজৰ ঘৰত থকা হাতীৰ প্ৰতি আকৃষ্ট হৈ কুমাৰ কিশোৰে 'বন-জঙ্ঘল'ৰ দেশ অসমৰ ৰাইজক অসমত প্ৰচলিত হাতী-চিকাৰৰ বিষয়ে অৱগত কৰাইছে উপন্যাসৰ মৌ-মিঠা সোৱাদৰে।

বৃটিছ শাসনকালত শাসকীয় দলৰ আদেশত আন্দোলনকাৰীৰ ওপৰত চলোৱা অত্যাচাৰী পুলিচ বিষয়াই স্বাধীন ভাৰতত ৰূপ সলনি কৰি ৰাজবাৰ খোৱাৰ ওপৰিও 'মুক্তি যুজাৰু'ৰ' নামাৱলী পৰিধান কৰি চৰকাৰী পেঞ্চন উপভোগ কৰিব পাৰিলেও পুলিচৰ বুটজোতাৰ গছকত বাজহাড় বেকা হৈ যোৱা কুমাৰ কিশোৰ জানো মুক্তিযুজাৰু ?

উল্লেখযোগ্য, অস্তিত্ব ৰক্ষাৰ আন্দোলনত শ্বহীদ হোৱা পৰিয়ালৰ ব্যক্তিৰ বাবে মেডিকেল কলেজত সংৰক্ষিত ৰখা আসন দুখনত প্ৰকৃত প্ৰাৰ্থীক নিৰ্বাচিত কৰা নাই বুলি গুৱাহাটী মেডিকেল কলেজ ছাত্ৰ সন্থাই সেই আসন দুখনত ভৰ্ত্তিকৰণ স্থগিত ৰাখিব লাগে বুলি কৰা আন্দোলনে আমাৰ এই তিক্ত অভিজ্ঞতাৰ পুনৰাবৃত্তি নহয়নে ?

অস্তিত্ব ৰক্ষা আন্দোলনত ওতঃপ্ৰোত ভাৱে জড়িত, কেন্দ্ৰীয় কমিটিৰ লগত নিবিড় সম্বন্ধ থকা কুমাৰ কিশোৰৰ মৃত্যুত কিন্তু আন্দোলনৰ নেতৃত্ব লোৱা সংগঠন দুটাই শোক প্ৰস্তাৱ লোৱা নাছিল।

প্ৰৱাল-প্ৰাচীৰৰ জটিল বিষয়বস্তৰে এক অনন্য সোঁৱাদ কাঢ়িয়াই অন্য অসমীয়া সাহিত্যাই স্বাদ পাইছে মনোৰম চিকাৰ কাহিনীৰ।

শ্ৰীমতী এলি মহন্তৰ পৰা ছপাশাললৈ পঠাবলৈ পোৱা 'প্ৰৱাল-প্ৰাচীৰ' কপিটোৰ বাবে ধন্যবাদ জনালো।

'জ্যোতি প্ৰকাশন'ৰ পৰশত 'প্ৰৱাল-প্ৰাচীৰ' নৰূপত পাঠকৰ হাতত পৰিবহি বুলি আশা ৰাখিলো।

লাচিত নগৰ : গুৱাহাটী
২৪ আগষ্ট, '৮৬।

বিনীত
জয়ন্ত কিশোৰ

॥ এক ॥

মই জিকাৰ খাই উঠিলো। গা'টো সিৰসিৰাই উঠিল। চাৎকৈ মনত পৰিল ঃ ৰাত মে বাহাৰ মত নিকলিয়ে চাব। বহুত খাৰাপ জগহ্ হ্যাই। কুছ জৰুৰত হুৱতো আমাকে ডাকিব।

হিন্দী, বঙালী আৰু অসমীয়া মিহলিকৈ কোৱা শ্বেৰপাৰ কথাকেইষাৰলৈ মই তেতিয়া সিমান গুৰুত্ব দিয়া নাছিলোঁ। কিন্তু এয়া কি হ'ল? গুৰুত্ব দিব নোখোজা শ্বেৰপাৰ কথাকেইটাই যে সঁচা হ'বলৈ ওলাইছে।

বহুত খাৰাপ্ জগহ্ হ্যাই।

বৰ বেয়া ঠাই।

ঠাইখন যে ভাল নহয়, ময়ো বুজিছিলোঁ।

কিন্তু কি বেয়া?

চোৰ-ডকাইত, ভূত-প্ৰেতৰ আড্ডা নে বাঘ-ভালুকৰ চোং? দঁতাল গুণ্ডা হাতীৰ জাকবোৰ ইয়ালৈকেও নামি আহে নেকি বাৰু?

ওচৰৰ বাঁহকেইজোপা আকৌ এবাৰ কেৰ্‌মেৰাই উঠিল। বতাহৰ সোঁ-সোঁৱনিত বাঁহৰ পাতত থুপ খোৱা বৰষুণৰ টোপালবোৰ জৰ্‌জৰ্‌কৈ সৰি পৰিল।

এটা নিস্তব্ধ গহীন ৰাতি। নিমাওমাও। জিলিৰ একসুৰীয়া মাত আৰু বৰষুণৰ শব্দই পৰিৱেশটো আৰু বেছি গহীন কৰি তুলিছিল। সেই নিস্তব্ধতা ভাঙি মাজে মাজে চিঞৰ উঠা নাম নজনা বনৰীয়া চৰাইৰ ভয় লগা মাতটো যেন চৰাইৰ মাত নহয়। যম-ডাকিনীৰ কিৰীলি।

সন্ধিয়াৰপৰাই বতৰটোৱে ওন্দোলাই আছিল। ফেৰ্‌ফেৰীয়া

ৰতাহজাকে গা'ত কাঁইটে বিন্ধাৰ দৰে বিন্ধিছিল। অনাতাঁৰ কেন্দ্ৰৰ 'ওৱেডাৰ ফ'ৰকাষ্ট' মতে বতৰ ডাৱৰীয়া হ'ব লাগিছিল। বৰষুণ দিয়াৰ সম্ভাৱনা নাই। কিন্তু সেই ফ'ৰকাষ্ট সঁচা নহ'ল। সন্ধিয়া ৰিঞ্জিয়ে কৈছিল: ৰাতমে পানী আয়েগা চাব।

ৰিঞ্জি মানে—ৰিঞ্জি খেৰপা।

এটা ভয় লগা শব্দ। ওহোঁ, এটা নহয়। বিভিন্ন ধ্বনিৰ কেবাটাও শব্দ। ক'তা? সেয়াতো শব্দ নহয়। মৃত্যুৰ পদধ্বনি।

ভয়ত সৰ্ব্বাঙ্গ শৰীৰ মোৰ কঁপিছে! তিনি বেটাৰী টৰ্চটো বাঁওহাতেৰে খেপিয়াই সোঁহাতেৰে পিস্তলটো খামুচি ধৰিছোঁ। ইমান জোৰে খামুচি ধৰিছিলোঁ, পিস্তলটো যেন হাতৰ চেপাত গুৰি হৈ যাব। তেনেকৈয়ে অপেক্ষা কৰিছোঁ এটাৰ পিছত আন এটা মুহূৰ্ত্ত। মোৰ সেই অপেক্ষা—চৰম মুহূৰ্ত্তৰ অপেক্ষা। সম্ভাব্য মৃত্যুৰ প্ৰতীক্ষা।

অস্পষ্ট শব্দবোৰ স্পষ্ট হৈ ক্ৰমান্বয়ে মোৰ ওচৰলৈ আগুৱাই আহিছে। দূৰৰপৰা বৈ বৈ ভাহি আহিছে কুকুৰৰ এটা বৌ-বোৱনি, ভুক্‌ভুকনিৰ শব্দ। শব্দ নহয় যেন মৃত্যু-বাৰ্ত্তা। মৰণ-সঙ্কেত।

সেয়া কিহৰ শব্দ বাৰু? মানুহ নে বনৰীয়া হিংস্ৰ জন্তু? ভূত-প্ৰেতৰ তাণ্ডৱ-নৃত্য নে পথ হেৰুওৱা বনৰীয়া হাতীৰ জাক? যদি মানুহ, তেন্তে নিশ্চয় ভাল মানুহ নহয়। চোৰ-ডকাইত নতুবা কু-অভিপ্ৰায় নাথাকিলে ইমান ৰাতি এনেকুৱা বৰষুণত ডাঠ হাবিৰ মাজলৈ কোনো ভাল মানুহ কেতিয়াও নাহে।

মানুহ নহ'লেই ৰক্ষা। ভগৱান, মানুহ যেন নহয়। নহওক। মানুহতকৈ বনৰীয়া জন্তুৰ হিংস্ৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰা সহজ। কিন্তু মানুহ যেতিয়া বন্য হৈ পৰে, হিংস্ৰ হৈ উঠে, তেতিয়া সিহঁত হৈ পৰে অত্যন্ত দুৰ্দ্দান্ত। সিহঁতৰ হাতৰপৰা ৰক্ষা পোৱাটো হৈ পৰে অতিশয় দুৰূহ। মানুহতকৈ মানুহৰ কাৰণে আন কোনো ডাঙৰ শত্ৰু নাই।

শব্দটো নিৰ্ণয় কৰিবলৈ বাৰে বাৰে মই যত্ন কৰিছোঁ। শঙ্কাকণীয়া হৈ পৰিছোঁ।

সেয়া যদি বাঘ নতুবা ভালুকৰ শব্দ, তেন্তে ভগৱান? তোমাক ধন্যবাদ। সিমান ভয় কৰিবলগীয়া একো নাই। জীর্ণ-শীর্ণ হ'লেও মই ঘৰৰ ভিতৰত আছোঁ। বেৰ ভাঙি বাঘ-ভালুক ঘৰৰ ভিতৰলৈ সোমাবলৈ সাহস নকৰে। সোমাব খুজিলেও আত্মৰক্ষাৰ কাৰণে মোৰ হাতত থকা পিস্তলটোয়েই যথেষ্ট। কিন্তু যদি বাঘ-ভালুক নহয়?

শব্দবোৰ আকৌ শুনিছোঁ। কাণত পৰিছে। শব্দবোৰ শুনি বাঘ-ভালুক যেন নালাগে। বাঘ-ভালুকৰ শব্দ নহয়।

বহুদিনীয়া পুৰণি এটা ফৰেষ্ট আই. বি। জীর্ণ-শীর্ণ। ধুমুহা-বতাহৰ অকণমান আঁচোৰ লাগিলেই যেন ভাগি-ছিঙি চূৰমাৰ হৈ যাব। চাৰিওফালে ডাঠ হাবি। পাহাৰৰ নামনিৰ এই আই.বি.টোলৈ কোনো নাহে। কোনোবা কেতিয়াবা আহিলেও ইয়াত ৰাতি থকাৰ প্ৰয়োজন কাৰো কেতিয়াও হোৱা নাই। সন্ধিয়াৰ আগে আগে এই ঠাই এৰি আঁতৰি যায়। শ্বেৰপাই কোৱা কথাবোৰ যদি সঁচা, তেন্তে কোনো বিষয়াই এই আই. বি.টোত থাকিবলৈ সাহস নকৰে। নিতান্ত ৰাতি থাকিবলগীয়া হ'লে বস্তিৰ কাৰোবাৰ ঘৰত থাকে। পিছদিনা ৰাতিপুৱাই আঁতৰি যায়। কাৰোবাৰ ঘৰ মানে শ্বেৰপাৰ ঘৰ। দহ-বাৰটা পৰিয়ালৰ এখন সৰু বস্তি। শ্বেৰপাৰ ঘৰৰ বাহিৰে আন কাৰো ঘৰত বাহিৰা মানুহ থকাৰ তেনে কোনো সুবিধা নাই। বাহিৰৰপৰা অহা মানুহৰ লগত শ্বেৰপাৰ বাহিৰে বস্তিৰ আন কোনো মানুহৰ সম্পৰ্ক নাই। আগন্তুকবোৰেও শ্বেৰপাৰ বাহিৰে বস্তিৰ আন কোনো মানুহক নিবিচাৰে।

ৰাতি থকাকৈ কোনো মানুহ ইয়ালৈ নাহে। নাহে মানে আহে। কিন্তু বঙলাত ৰাতি থকাটো নিৰাপদ নহয় বাবে দিনে-পোহৰে আঁতৰি যায়। অৱশ্যে কেতিয়াবা কেতিয়াবা দুই-এজন বন-বিষয়া আহিবলগীয়া হয়। আহে। বছৰেকত খুউব বেছি এবাৰ বা দুবাৰ। দুপৰীয়াৰ আগে আগে আহি আবেলিৰ লগে লগে আঁতৰি যায়। ইয়াৰপৰা চৈধ্য মাইল দূৰৰ বঙলাটোৰপৰাই এইখন হাবিৰ কাম চলায়। সেইবাবেই হবলা

সন্ধ্যাৰ দিনৰেপৰা এই আই. বি.টো মেৰামতি কৰাৰ কথা বনবিভাগে কেতিয়াও ভবা নাই।

আগতে ইয়াত হেনো বনৰখীয়া অথবা ফৰেষ্ট গার্ডো কোনো নাছিল। শ্বেৰপাই ইয়াৰ প্ৰথম বনৰখীয়া।

চাৰি বছৰ আগতে শ্বেৰপা যেতিয়া ইয়ালৈ আহে মায়া তেতিয়া ওঠৰ বছৰীয়া গাভৰু।

মায়া!

এৰা, আজি ৰাতি যদি মোৰ মৃত্যু হয়, তেন্তে তাৰ বাবে দায়ী আন কোনো নহয়। মোৰ মৃত্যুৰ বাবে জগৰীয়া হ'ব হৰিণনয়নী মায়া। মায়াৰ কাৰণেই শ্বেৰপাৰ অনুৰোধ উপেক্ষা কৰি মই তাৰ ঘৰৰপৰা এই অকলশৰীয়া বঙলাটোত থাকিবলৈ আহিছিলোঁ।

মায়াৰ পোছাকী নাম মায়া নহয়। সুমায়া।

সুমায়া বোকাত ফুলা এপাহ পদুম। এপাহ বনৰীয়া ফুল—লতা গোলাপ। মায়া সঁচাকৈয়ে মোহনীয়া। অন্যার্থত যিমান মোহনীয়া, তাতকৈও বেছি লোভনীয়া। বাইশ বছৰীয়া মায়াৰ অঙ্গে অঙ্গে মদন-পিছলা যৌৱন। মন বাঁই-জাঁই কৰা ৰূপ। সমাধিস্থ তপস্বীৰ ধ্যান ভঙ্গ কৰা ৰূপৰ উত্তাপ। আকৰ্ষণ। সেই ৰূপৰ—সেই আকৰ্ষণৰ বৰ্ণনা নাই। সেই ৰূপ উপভোগ কৰিব পাৰি, বৰ্ণনা দিব নোৱাৰি।

ৰূপ আৰু যৌৱন। তাতকৈ হেনো নাৰীৰ কাৰণে আন কোনো ডাঙৰ শত্ৰু নাই। সেই কথা এতিয়া থ'ক।......

অসমীয়াতে ক'ব খুজি শ্বেৰপাই তাঁৰ ভাষাৰেই কৈছিল: চাব, বঙলালৈ যাব নালাগে। ভাত-পানী খাই ইয়াতে শুই থাকক। ইয়াত আপোনাৰ কোনো অসুবিধা নহয়। বনৰীয়া প্ৰাণীক বিশ্বাস কৰিলেও মানুহক বিশ্বাস কৰিব নোৱাৰি। বঙলাটোত থকাটো নিৰাপদ নহয়। বৰুৱা চাহাবে শুনিলে মোক গালি পাৰিব।

ঠাইডোখৰ চোৰ-ডকাইতৰ আড্ডা নেকি (?) বুলি শ্বেৰপাৰ কথা শুনি

তাক সুধিছিলোঁ। উত্তৰত সি কৈছিল ঃ খুনী, ডাকু ক'ত নাই চাহাব? এনেকুৱা আওহতীয়া ঠাইত খুন-ডকাইতি কৰিবলৈ সহজ।

"ডকাইতি কৰিবলৈ ইয়াত জানো ধনী পৰিয়াল আছে? খুন কৰিবলৈ......।"

প্ৰশ্নটো শেষ কৰাৰ আগেয়ে মই বৈ গৈছিলোঁ। টকা-পইচা নতুবা ধন-দৌলতৰ কাৰণেই অকল খুন নহয়। খুন বহু কাৰণতেই হ'ব পাৰে। হয়। আন নহ'লেও অকল মায়াৰ কাৰণেই কোনোবাই কাৰোবাক খুন কৰিব পাৰে। খুন হোৱাটো একো আচৰিত নহয়।

আধা কোৱাকৈ বৈ যোৱা মোৰ প্ৰশ্নটো শুনি শ্বেৰপাই হাঁহিছিল। অৰ্থঃ খুন হোৱাৰ কাৰণ সেইটো নহয়। ঠিক সেই মুহূৰ্ত্ততে মুৰ্গিৰ চিঞৰ এটা ভাহি আহি আমাৰ কাণত পৰিল। তাৰ পিছ মুহূৰ্ত্তত কাণত পৰিছিল দুখন পাখিৰ ধপ্‌ধপনিৰ শব্দ। ডিঙিটো অকণমান বেঁকা কৰি মুৰ্গিটো ডোকা কোবাই ক'ৰবালৈ উৰি গ'ল নেকি সেই কথাৰ উমান ল'বলৈ শ্বেৰপাই ভিতৰলৈ চাইছিল। কিন্তু সেয়া উৰি যোৱা ডোকাৰ শব্দ নহয়। মৃত্যু-যন্ত্ৰণাত চট্‌ফট্‌কৈ, মাটিত ডোকা কোবোৱাৰ শব্দ।

"দেখিয়ে চাব, ধনী পৰিয়াল নাথাকিলেও খুন হ'ব পাৰে। বঙলাত থকা কোনো চাহাবেই আজিলৈকে সাৰি যাব পৰা নাই। খুন হৈছে। মৰিছে। অৱশ্যে আঠ বছৰৰ ভিতৰত কোনো মানুহ খুন হোৱা নাই। খুন হ'বলৈ আজিকালি কোনো মানুহ ৰাতি তাত নাথাকে।"

খুন হোৱাৰ কাৰণটোও শ্বেৰপাই মোক কৈছিল।

সিহঁতৰ গাঁওখনৰ কোনো নাম নাই। নেপালী বস্তি বুলিয়ে সকলোৱে জানে। কয়। সৰু টিলাৰ ওপৰত থকা কেইঘৰমান মানুহৰ এখন সৰু বস্তি। নাম দিয়াৰ নতুবা নাম ৰখাৰ প্ৰয়োজনো হয়তো কেৱে অনুভৱ কৰা নাছিল। বস্তিৰ নামটোৱেই বঙলাটোৰ নাম দিয়া হৈছিল "বস্তি-বঙলা"।

নাম বস্তি-বঙলা। কিন্তু বঙলাটো বস্তিৰ ওচৰত নহয়। ভালে-খিনি দূৰত। বস্তি আৰু বঙলাৰ মাজৰ দূৰত্ব প্ৰায় এমাইল।

ৰঙিয়াৰপৰা উত্তৰলৈ যোৱা চৰকাৰী বাটটোৰে তামুলপুৰ, কুমাৰী-খাটা, দৰঙালৈ যাব পাৰি। দৰঙাৰ পশ্চিমলৈ সুৱনখাটা আৰু কেই-মাইলমান উত্তৰত দেৱানগিৰি। কামৰূপ আৰু ভূটানৰ সীমাত অৱস্থিত দেৱানগিৰিলৈ দৰঙাৰপৰা কোনো চৰকাৰী বাট নাই। দেৰঙা-মেলাৰ কাৰণে দৰঙা বিখ্যাত। ৰঙিয়াৰপৰা দৰঙালৈ চৰকাৰী বাছ নচলে। কিন্তু যাতায়াতৰ কাৰণে যানবাহনৰ কোনো অসুবিধা নহয়। অসুবিধা দৰঙাৰপৰা দেৱানগিৰিলৈ যোৱাৰ। এই বাটছোৱা সিমান সুবিধা নহয়।

তথাপি দেৱানগিৰি প্ৰখ্যাত। দেৱানগিৰি বিখ্যাত।

দেৱানগিৰিৰ কিছু নামনিত এই 'বস্তি-বঙলা'।

বস্তি-বঙলাৰ চাৰিওফালে সংৰক্ষিত বনাঞ্চল ; ফৰেষ্ট ৰিজাৰ্ভ। এই বনাঞ্চলৰপৰা কাঠ কাটি নিবলৈ 'কুপ-হ'ল্ডাৰ' বা কাঠৰ মহলদাৰ আছে। বনুৱা আছে। ভৈয়ামলৈ নিয়ে। কাঠৰ মহলদাৰ, গছ কটা বনুৱাৰ বাহিৰেও ইয়ালৈ আছে হাতীৰ মহলদাৰ, হাতী ধৰা ফান্দী, মাউত, ঘাঁহী, ডাক্তৰ আৰু লাচনি-পাচনি কৰা বহুতো মানুহ।

মানুহৰ ধাৰণা ঃ চৰকাৰী পাৰ্মিটত লিখা গছৰ সংখ্যাই ডাঠ হাবিৰ মাজত পোৱালি যোগায়। পাৰ্মিটৰ এশজোপা গছৰ সংখ্যা হেজাৰ-জোপা হয়গৈ। সংৰক্ষিত বনাঞ্চললৈ কোনো ফৰেষ্টাৰ, ৰেঞ্জাৰ নতুবা বন-বিষয়া যোৱাৰ প্ৰয়োজন নহয়। কুপ-হ'ল্ডাৰে কটা গছবোৰত ভাৰ-প্ৰাপ্ত ৰেঞ্জাৰজনে মাৰ্কিং কৰাৰ নিয়ম। কিন্তু মাৰ্কিং কৰিবলৈ ৰেঞ্জাৰ নাযায়। ৰেঞ্জাৰৰ আদেশত ফৰেষ্ট গাৰ্ডজনে সেই দায়িত্ব পালন কৰে।

অৱশ্যে স্বাধীনতাৰ আগৰ কথা আছিল সুকীয়া। স্বাধীনতাৰ পিছত দিন সলনি হ'ল। বহুতো নিয়ম-কানুনৰ পৰিৱৰ্তন ঘটিল। বিদেশী শাসকসকলে দেশী কুপ-হ'ল্ডাৰসকলক বিশ্বাস কৰিবলৈ টান

পাইছিল। বস্তি-বঙলাৰ চাৰিওফালে আৱৰি থকা বনাঞ্চললৈ ৰেঞ্জাৰ পঠিয়াইছিল। কুপ-হ'ল্ডাৰে কটা 'লগ'ৰ সংখ্যাৰ সত্যতা পৰীক্ষা কৰিবলৈ চৰকাৰী বিষয়া গৈছিল।

দেশ স্বাধীন হোৱাৰ পিছত সেই ব্যৱস্থা উঠি গ'ল। উঠি গ'ল মানে—চৰকাৰী আইনৰপৰা সেই নিয়ম উঠাই দিয়া হোৱা নাই। কিন্তু বিষয়াসকল নাযায়। যোৱাৰ প্ৰয়োজন থকা বুলি নাভাবে। কাৰণ ব্যৱসায়ী মহলদাৰবোৰ আমাৰ দেশৰে স্বাধীন নাগৰিক। তেওঁলোকে কেতিয়াও আমাক নঠগে। বিশ্বাসেই ব্যৱসায়। এইকণ সততা আমাৰ থকা উচিত। আছে (?) নহ'লে ব্যৱসায় নচলে।

কিন্তু আটাইবোৰ মানুহেই একে নহয়। আমাৰ সমাজত চকু-চৰহা লোকৰ অভাৱ নাই। সেইবোৰ লোকে বহুত কিবাকিবি কয়। কওক। সিমানবোৰ তলখুচৰীয়া কথাৰ সঁচা-মিছাৰ প্ৰমাণ ল'বলৈ হ'লে চৰকাৰ নচলে।······

শ্বেৰপা ফৰেষ্ট গাৰ্ড হৈ অহাৰ কেইবছৰমান আগৰ ঘটনা। সেই বঙলাটোত দুজন মানুহ খুন হৈছিল। এজন ফৰেষ্ট ৰেঞ্জাৰ; আনজন বিদেশী টুৰিষ্ট। খুন কৰিছিল কুপ-হ'ল্ডাৰে নিয়োগ কৰা বন্নুৱাই; গুণ্ডাই। সেই কথা সকলোৱে জানে। কিন্তু প্ৰকাশ কৰিবলৈ কোৱে সাহস কৰা নাছিল। গোপন ব্যৱসায়ত ব্যাঘাত জন্মোৱা ৰেঞ্জাৰজনক খুন কৰাৰ অভিপ্ৰায় আছিল স্পষ্ট। কাৰণ সেই খুনৰ লগত জড়িত আছিল মহলদাৰৰ ব্যৱসায়িক স্বাৰ্থ। অত্যধিক লাভৰ প্ৰত্যাশা। লোভ। কিন্তু বিদেশী টুৰিষ্টজনক হত্যা কৰাৰ কাৰণ বিচাৰি বহুতে আচৰিত হৈছিল। সেই খুনৰ লগত মহলদাৰৰ কি স্বাৰ্থ থাকিব পাৰে বাৰু?

কিন্তু স্বাৰ্থ নোহোৱা নহয়; আছিল।

মহলদাৰৰ ধাৰণা: বিদেশী পৰ্যটকৰ ছদ্মবেশত সেইজন নিশ্চয় বনবিভাগৰ কোনোবা চৰকাৰী বিষয়া। নতুবা হত্যাকাৰীয়ে সেইজনক টুৰিষ্ট বুলি জানিয়েই হত্যা কৰিছিল। কাৰণ চৰকাৰী বিষয়া, কৰ্ম্মচাৰী-সকলৰ মনত সন্ত্ৰাসৰ সৃষ্টি কৰাই আছিল সেই হত্যাৰ উদ্দেশ্য। চোৰাং

কাঠ-ব্যৱসায়ীসকলে আশা কৰিছিল সেই ঠাইলৈ কোনো চৰকাৰী বিষয়া নাহক। বস্তি-বঙলাত নিশা আশ্ৰয় লোৱাৰ সাহস হেৰুৱাই পেলাওক। চিৰকৃদ্ধ হৈ ৰওক বস্তি-বঙলাৰ বন্ধ দুৱাৰ।

আৰু সেয়ে হৈছিল।

এইখন হাবিতে আৰু এটা দুৰ্ঘটনা ঘটিছিল।

শ্বেৰপা ফৰেষ্ট গাৰ্ড হৈ ইয়ালৈ অহাৰ কেইমাহমান পিছৰ ঘটনা। আগৰ ৰেঞ্জাৰজনে কামৰপৰা অৱসৰ পোৱাত তেওঁৰ ঠাইত নিয়োগ কৰা হৈছিল এজন ডেকা সাহসী ৰেঞ্জাৰ। ৰেঞ্জৰ ভিতৰুৱা খবৰবোৰ সংগ্ৰহ কৰিবলৈ সেই ডেকা বিষয়াজনৰ সৰহ দিন নালাগিল। সেই অবাধ চোৰাং ব্যৱসায় বন্ধ কৰিবলৈ কেইজনমান ফৰেষ্ট গাৰ্ড সৰহকৈ মকৰল কৰাৰ কাৰণে ৰেঞ্জাৰজনে চৰকাৰলৈ চিঠি লিখিছিল। আবেদন জনাইছিল। কিন্তু লাভ একো নহ'ল। এখন এখনকৈ কেবাখনো চিঠি লিখাৰ পিছতো কোনো জবাব নাহিল।

দিন পুৰণি হ'ল।

ডেকা মনৰ ন উদ্যমে বিষয়াজনক অস্থিৰ কৰি তুলিলে। দায়িত্ব-জ্ঞান আৰু বিবেকৰ তাড়নাত তেওঁ চঞ্চল হৈ পৰিল। এয়া অন্যায়: চৰকাৰী ৰাজহৰ অপচয়। সেই অপচয় বন্ধ কৰিবলৈ চোৰাং ব্যৱসায়ীক বাধা দিয়াৰ আশাৰে এদিন মাজৰাতি হাবিৰ মাজলৈ সোমাই গৈছিল এজন ডেকা বিষয়া। হাতত গুলী ভৰা পিস্তল আৰু এটা শক্তিশালী টৰ্চ। লগত শ্বেৰপা। শ্বেৰপাৰ কঁকালত এখন নেপালী দা। হাতত এটা টৰ্চ আৰু এটা দুনলীয়া বন্দুক।

ডাঠ হাবিৰ মাজত দুটা প্ৰাণী।

সন্তৰ্পণে সিহঁত আগবাঢ়িছিল।

কিন্তু বেছি দূৰ যোৱাৰ প্ৰয়োজন নহ'ল। অলপ দূৰ গৈয়েই সিহঁত থমকি ৰ'বলৈ বাধ্য হৈছিল। কাৰণ সিহঁতৰ সন্মুখলৈ আগুৱাই আহিছিল এজাক হাতী। এন্ধাৰত হাতীৰ সঠিক সংখ্যাটো ঠাৱৰ কৰিব নোৱাৰিলেও পাঁচ-ছয়টাতকৈ যে কম নহয় সেই কথা সিহঁতে বুজিছিল। কৰ্তব্য

সচেতন হোৱাৰ আগতেই সিহঁতৰ চকুত পৰিছিল কেবাটাও টৰ্চৰ পোহৰ। এটা শক্তিশালী টৰ্চৰ পোহৰ আহি সিহঁতৰ গা'ত পৰিছিল।

এক, দুই, তিনি।

মাথোন কেইটামান মুহূৰ্ত।

সিহঁতক স্তম্ভিত কৰি একেলগে গৰজি উঠিল কেবাটাও বন্দুক। টোপধ্বনি।

তাৰ পিছত আকৌ এন্ধাৰ। নিঃশব্দ—নিস্তব্ধ। চাৰিওফালে ডাঠ হাবিৰ ঘন এন্ধাৰ। এন্ধাৰত খেপিয়াই খেপিয়াই গছ এজোপাৰ আঁৰত আশ্ৰয় ল'ব খোজা শ্বেৰপাৰ কাণত পৰিল এটা অনুচ্চ আৰ্ত্তনাদ। চেপি ৰাখিব খোজা এটা যন্ত্ৰণাকাতৰ চিঞৰ। সেই আৰ্ত্তনাদটো তাৰ নিচেই ওচৰৰপৰা ভাহি আহিছিল। অন্ধকাৰ হ'লেও সি দেখিছিলঃ ওচৰতে থিয় হৈ থকা বেঙ্গাৰজন মাটিত ঢলি পৰিছে।

সেই সময়ত এটা মুহূৰ্ত্তৰ অপব্যৱহাৰ মানেই এটা জীৱনৰ মৃত্যু। এটা মুহূৰ্ত্তও নষ্ট কৰাৰ সময় তেতিয়া নাছিল। শ্বেৰপাই আহত বিষয়া-জনক পিঠিত তুলি লৈ চুঁচৰি চুঁচৰি ওচৰৰ শিল এটাৰ আঁৰত লুকাই পৰিল। এফালে মৃত্যু-যন্ত্ৰণা; আনফালে জীয়াই থকাৰ অফুৰন্ত হেপাহ। সেই সময়ত শব্দকৈ চিঞৰা মানেই মৃত্যু অৱশ্যম্ভাৱী। কেবাটাও টৰ্চৰ পোহৰে কি বিচাৰি ফুৰিছিল সেই কথা বুজিবলৈ সিহঁতৰ টান নালাগিল। গতিকে নিৰুপায় হৈ ডেকাজনে আৰ্ত্তনাদ চেপি ৰাখিব খুজিও অসহ্য যন্ত্ৰণাতে কেঁকাইছিল।

তেনেকৈয়ে পাৰ হৈ গৈছিল কেবাটাও প্ৰহৰ। এন্ধাৰত খেপিয়াই খেপিয়াই শ্বেৰপাই ডেকা বিষয়াজনৰ ক্ষত স্থান আবিষ্কাৰ কৰিছিল। সেই কামত বেঙ্গাৰজনে সহায় কৰিছিল শ্বেৰপাক। অসহায় শ্বেৰপাই ক্ষত স্থানডোখৰত হেঁচি ধৰিছিল। গা'ৰ চোলাটো ছিঙি বান্ধি দিছিল এটা ধনঞ্জয় বেণ্ডেজ। ইতিমধ্যে হাবিৰ মাজৰপৰা হাতীবোৰ মুকলি ঠাইলৈ আঁতৰি গৈছিল।

যন্ত্ৰণাত ডেকাজন তেতিয়া নিঃসাৰ হৈ পৰিছিল। জ্ঞান হেৰুৱাই পেলাইছিল।

পুৱতি নিশা। শ্বেৰপাৰ কাণত পৰিছিল এখন এখনকৈ আঁতৰি যোৱা দুখন গধুৰ ট্ৰাকৰ শব্দ……

সেই দুৰ্ঘটনাৰ তিনিমাহ পিছত।

ঘূৰ্ণীয়া ভৰি এখন লৈ সেই ডেকাজন হাস্পাতালৰপৰা এদিন ওলাই আহিল। মনৰ মাজত নতুন প্ৰতিজ্ঞা। চোৰাং ব্যৱসায়ীক এশিকনি দিয়াৰ নতুন সঙ্কল্প। কিন্তু বেচেৰাৰ সেই প্ৰতিজ্ঞা—সেই সঙ্কল্প পূৰণৰ সময় ক'ত? কামত যোগ দিয়াৰ কেইদিনমান পিছতেই বিষয়াজনে পাইছিল এখন চৰকাৰী চিঠি। বদলিৰ আদেশ। লুংলেলৈ বদলি কৰা বিষয়াজনে লুংলেলৈ যাবলৈ আপত্তি কৰা নাছিল। কিন্তু বদলিৰ আদেশ কেইমাহমান স্থগিত ৰখাৰ কাৰণে চৰকাৰক খাটিছিল। কুতুৰিছিল। শ্বিলঙলৈও গৈছিল। কিন্তু চৰকাৰৰ সিদ্ধান্তৰ কোনো লৰচৰ নহ'ল।

তাৰ পিছত এইখন হাবিলৈ আৰু কোনো চৰকাৰী বিষয়া অহা নাই। নাহে। ৰেঞ্জ অফিচাৰজনে দূৰে দূৰে থাকি এইখন হাবিৰ কাম চলায়। ফৰেষ্ট গাৰ্ড শ্বেৰপাই এইখন ৰিজাৰ্ভড্ ফৰেষ্টৰ হৰ্তাকৰ্তা। একমাত্ৰ চৰকাৰী বিষয়া। শ্বেৰপাই মহলদাৰসকলৰ কুকীৰ্তিৰ কথা সকলো জানে। জানিও নজনাৰ ভাও জোৰে। দেখিও নেদেখা হৈ থাকে। কাৰণঃ তাৰ উপায় নাই। সি নিৰুপায়। নিঃসহায়।……

শব্দবোৰ ক্ৰমে মোৰ ওচৰলৈ আগুৱাই আহিছে। সেয়া মই স্পষ্টকৈ শুনিছোঁঃ গছৰ ডাল-পাত ভঙাৰ শব্দ। সেই শব্দৰ মাজে মাজে আন এটা শব্দও মই শুনিছোঁ। বগুলাটোৰ ওচৰত নিশ্চয় ক'ৰবাত বিল, নদী নতুবা জলাশয় আছে। নহ'লে পানীত বঠা মৰাৰ দৰে হোৱা শব্দবোৰ ভাহি আহিব ক'ৰপৰা?

গছৰ ডাল-পাতবোৰ ভঙাৰ শব্দৰপৰা বুজিছোঁঃ সেয়া আন একো

নহয়। হাতী। কুপ-হ'ভাবে পোহনীয়া হাতীৱে গভীৰ অৰণ্যৰ মাজৰপৰা কাঠবোৰ বাহিৰলৈ উলিয়াই আনিছে। কাটি পেলোৱা গছবোৰৰ ডাল-পাতবোৰৰ ওপৰেৰে 'লগ'বোৰ টনাই আনোতে সৃষ্টি হৈছে এই শব্দ। কিন্তু পানীত বঠা মৰাৰ দৰে হোৱা শব্দটোৰ উৎপত্তিৰ কাৰণটো ঠাৱৰ কৰিব নোৱাৰিহে মই বিব্ৰত হৈ পৰিছোঁ। সঁচাকৈয়ে যদি নদী বা জলাশয় আছে—তেন্তে মই নিঃসন্দেহ। কাষ্ঠ কঢ়িয়াবলৈ অকল হাতীয়ে নহয়, নাৱো ব্যৱহাৰ কৰিছে। কিন্তু যদি নদী নতুবা জলাশয় নাই? নাও নহয়? চোৰাংকৈ কাঠ নিবলৈ অহা মানুহবোৰে গম পায়—মই ইয়াত আছোঁ। বস্তি-বঙলা আজি জনশূন্য নহয়? তেন্তে কি হ'ব বাৰু?

মই যেন শ্বাসৰুদ্ধ হৈ পৰিলোঁ। হঠাতে অনুমান হ'ল: মোক লক্ষ্য কৰি চাৰিওফালৰপৰা একেলগে গৰজি উঠিছে কেবাটাও বন্দুক। গুলীৰ আঘাতত মূৰটো আচন্ন্রাই কৰি দিছে। হাত-ভৰিবোৰ কঁপিছে। গুলীৰ আঘাত লগা বুকুখন পুৰিছে। এটা তীব্ৰ বিষে অৱশ কৰি তুলিছে মোৰ সমগ্ৰ দেহ। চকুৰ আগত নাচি ফুৰিছে কিছুমান জোনাকী পৰুৱা! হায় ভগৱান! শ্বেৰপাৰ কথা নুশুনাৰ, মায়াৰ অনুৰোধ উপেক্ষা কৰাৰ প্ৰতিদান জানো মৃত্যু? ইয়াত মানুহৰ মৃত্যু জানো ইমান সহজ?

বঙলাত ৰন্ধা-বঢ়াৰ সুবিধা নাই। শ্বেৰপাৰ ঘৰত ভাত-পানী খাই ইয়ালৈ আহোঁতেই ৰাতি দোভাগ হৈছিল। তাৰ কথামতে তাতেই শুই নাথাকিলোঁ কেলেই? মায়াৰ অনুৰোধ উপেক্ষা কৰি তাইৰ মনত আঘাত নিদিয়া হ'লেও হ'লহেঁতেন। ইয়ালৈ আহিবলৈ মোক কিহে পাইছিল?

মায়া!

মায়া ৰূপহী। বৰ্ণনাহীনভাৱে সুন্দৰী। দেহৰ ভাঁজে ভাঁজে যৌৱনৰ জোৱাৰৰ খলকনি। চকুৰ দৃষ্টিত কিবা এটাৰ মৌন আমন্ত্ৰণ। তাইৰ সেই ৰূপৰ আকৰ্ষণৰ কাৰণেই ৰাতিটো শ্বেৰপাৰ ঘৰত কটোৱাৰ বাবে প্ৰৱল

ইচ্ছা হৈছিল। আৰু ইচ্ছা হৈছিল বাবেই ইয়ালৈ শুচি আহিবলগীয়া হ'ল। শ্বেৰপাৰ ঘৰত, তাইৰ ওচৰত থাকিব নোৱাৰিলোঁ। কাৰণ : আনে যদি মোক সন্দেহ কৰে? কিবা ভাবে? মোৰ যদি কোনো দুৰ্ব্বলতাই নাই, তেন্তে বঙলাত নাথাকিলোঁ কিয়? ৰাতিপুৱা বক্সৱা চাহাবে আহি যদি শুনে : মই শ্বেৰপাৰ ঘৰত আছোঁ। বঙলাত থকা নাই। নাথাকিলোঁ। সেই কথা শুনি বক্সৱা চাহাবে মোক কি ভাবিব বাৰু?

বহুত কথা চিন্তা কৰি বঙলাতে ৰাতিটো কটোৱাৰ সিদ্ধান্ত লৈছিলোঁ। মোৰ অভিপ্ৰায় শুনি মায়াৰ চকু দুটাই কান্দিছিল। অসন্তুষ্ট শ্বেৰপাই মোৰ লগত আহি বঙলাটো সাৰি-পুছি পৰিষ্কাৰ কৰি দিছিল। বিচনাখন পাৰি দিওঁতেও পুনৰ তাৰ ঘৰলৈ উভতি যোৱাৰ বাবে অনুৰোধ কৰিছিল। মায়াই যে মোক ভীষণ বেয়া পাইছে, সেই কথা সোঁৱৰাই দিবলৈকেও পাহৰা নাছিল। কিন্তু মই অলৰ-অচৰ। নিৰুপায় হৈ আঁতৰি যোৱাৰ সময়ত, প্ৰয়োজন হ'লে মই তাক চিঞৰি মাতিবলৈ উপদেশ দিছিল অনুৰোধ কৰিছিল।

তাৰ দৃঢ় বিশ্বাস : ৰাতি মই তাক চিঞৰি মাতিবই লাগিব। বিপদ অৱশ্যম্ভাৱী।

এবা, শ্বেৰপাৰ কথাই সঁচা হ'ল। এই মুহূৰ্ত্তত মোৰ কাৰণে তাৰ অত্যন্ত প্ৰয়োজন। কিন্তু সেয়া জানো সম্ভৱ? ইমান দূৰৰপৰা চিঞৰি মাতিলে শ্বেৰপাই জানো শুনিব? শুনিলেও হিতেই যদি বিপৰীত হয়? মোৰ চিঞৰ শুনি শ্বেৰপা আহি পোৱাৰ আগতেই যদি মানুহবোৰে মোক বেঢ়ি ধৰেহি? আক্ৰমণ কৰে? শব্দবোৰ শুনি বুজিছোঁ—মানুহবোৰ আগুৱাই আহি বঙলাৰ নিচেই ওচৰ পাইছেহি।

কাণ থিয়কৈ শব্দ হোৱা ঠাই আৰু বঙলাৰ মাজৰ দূৰত্বখিনিৰ উমান ল'বলৈ যত্ন কৰিলোঁ। কিন্তু এয়া কি? মই ভুল শুনিছোঁ নেকি? মই যেন আৰু স্থিৰেৰে ৰ'ব নোৱাৰিম। মূৰটো আচন্ৰাই কৰিছে। চেতনা বিলুপ্ত হৈ যোৱাৰ উপক্ৰম হৈছে। সকলোবোৰ বিবেক-বুদ্ধি যেন হেৰাই যাব খুজিছে।

সৰ্ব্বনাশ !

বঙলাটোৰ চোতালত সেয়া মানুহৰ পদ-শব্দ। ঘন ঘনকৈ উশাহ-নিশাহ লোৱাৰ ফোপনি। মই এতিয়া কি কৰিম ? কি কৰা উচিত ? কৰ্ত্তব্য স্থিৰকৈ লোৱাৰ আগতেই পদ-শব্দটো আগবাঢ়ি আহি আই.বি.টোৰ বাৰাণ্ডাত উঠিল।

মৃত্যু সুনিশ্চিত বুলি জানি চৰম মুহূৰ্ত্ত এটালৈ অপেক্ষা কৰি ৰলোঁ। দেহৰ সমগ্ৰ শক্তিৰে খামুচি ধৰা পিস্তলটোৰ ট্ৰিগাৰটো বিচাৰি নোপোৱা যেন লাগিল। টৰ্চৰ বুতামটো টিপাৰ শক্তিকণো যেন মোৰ হেৰাই গ'ল। হয়তোবা টৰ্চ জ্বলোৱাটো নিৰাপদ নহয় বুলিয়েই টৰ্চৰ বুতামটো টিপিবলৈ পাহৰি গৈছিলোঁ।

সেয়া কোনোবা এজনে মোক মাতিছে। এটা অস্থিৰ-চঞ্চল মাত। মোক চিঞৰি চিঞৰি কোনোবা এজনে দুৱাৰত খুন্দিয়াইছে। সেই আঘাতত বন্ধ দুৱাৰখন যেন ভাঙি গুৰি হৈ যাব। বেৰৰপৰা চপৰা-চপৰে খহি পৰিছে বেৰৰ মাটি। সমগ্ৰ আই.বি.টো থৰথৰকৈ কঁপি উঠিছে। মজিয়াত থিয় হৈ ভালুক কঁপাৰ দৰে কঁপিছোঁ মই। মোৰ কম্পমান হাতৰ পিস্তলটোৰ লক্ষ্য স্থিৰ কৰিবলৈ যত্ন কৰি বাৰে বাৰে মই ব্যৰ্থ হৈ গৈছোঁ।

"চাব, দৰওৱাজা খুলিয়ে। খোল দিজিয়ে দৰওৱাজা। জল্‌দি নিকালিয়ে চাব। জলদি কিজিয়ে।"

এটা উপৰ্য্যুপৰি কণ্ঠস্বৰ।

কিমান সময় পাৰ হৈ গৈছিল ক'ব নোৱাৰোঁ। হঠাতে অনুমান হ'ল : সেইটো যেন মোৰ পৰিচিত মাত। চিনাকি কণ্ঠস্বৰ। সেই কণ্ঠধ্বনি যেন মই চিনি পাওঁ।

মই জোৰকৈয়ে চিঞৰি দিব খুজিছিলোঁ : শ্বেৰপা !

চিঞৰি দিব খুজিছিলোঁ নহয়—চিঞৰি উঠিছিলোঁ। কিন্তু মোৰ কণ্ঠৰপৰা কোনো শব্দই উচ্চাৰিত নহ'ল। অণ্ঠ-কণ্ঠ যেন শুকাই গৈছে। মই বোবা হৈ পৰিছোঁ। কোনোবাই যেন দুখন সবল হাতেৰে মোৰ

ডিঙিত চেপিহে ধৰিছে। মই কথা ক'ব নোৱাৰা হৈ পৰিছোঁ। হেজাৰ যত্ন কৰিও মই শব্দকৈ মাতিব পৰা নাই। আঢ়ষ্ট কণ্ঠৰপৰা শ্বেৰপাৰ নামটোৰ সলনি বাহিৰ হৈ আহিল এটা ঘৰঘৰ শব্দ।

পিছ মুহূৰ্ত্ততে মই নিশ্চিত হৈ পৰিছিলো: সেয়া শ্বেৰপা। শ্বেৰপাৰ কণ্ঠস্বৰ। সেই বিষয়ে মই নিঃসন্দেহ। কিন্তু ইমান ৰাতি এনেদৰে হঠাৎ শ্বেৰপা ইয়ালৈ দৌৰি অহাৰ উদ্দেশ্য কি? সি জানো সঁচাকৈয়ে কোনো বিপদৰ সম্ভেদ পাই মোৰ ওচৰলৈ দৌৰি আহিছে? আনৰ কাৰণে প্ৰাণ দিব পৰা, নিজৰ জীৱন তুচ্ছ কৰিব পৰা মানুহ জানো আজিৰ পৃথিৱীত আছে?

সন্দেহে মনত এবাৰ শিপাই বহিলে সেই সন্দেহ আঁতৰাবলৈ যথেষ্ট সময় লাগে। সেই সন্দেহ অমূলক বুলি প্ৰমাণ পোৱাৰ পিছতো মনৰ খুকুৰি মুগুচে। শ্বেৰপাৰ প্ৰতি সন্দেহশীল মনটো মোৰ আৰু বেছি সন্দেহশীল হৈ পৰিল। যাক বিশ্বাস কৰিছিলোঁ, সিয়ে মৃত্যু-দূত হৈ মোৰ ওচৰলৈ লৰি আহিছে। শ্বেৰপাৰ উদ্দেশ্যটো বুজিবলৈ মোৰ টান নালাগিল। সেয়া শ্বেৰপাই মোক বাহিৰলৈ মাতিছে। এনে এটা পৰিস্থিতিৰ সৃষ্টি কৰি সি মোক বাহিৰলৈ উলিয়াই নিবলৈ যত্ন কৰিছে যেন মই তাক বিশ্বাস নকৰি নোৱাৰোঁ। দুৱাৰ মেলি বাহিৰলৈ ওলাই যাবলৈ বাধ্য হওঁ।

কিন্তু?

এৰা, মোৰ অনুমানটোয়ে সঁচা।

বন্ধ দুৱাৰখনত সিপাৰত, বঙলাটোৰ বাৰাণ্ডাত অকল শ্বেৰপাই থিয় হৈ থকা নাই। শ্বেৰপাৰ পিছফালে থিয় হৈ আছে এজাক উত্তেজিত ডেকা। গোৰ্খালি বস্তিৰপৰা অহা এদল উন্মত্ত জনতা। সিহঁতৰ হাতত নেপালী দা। যাঠি-জোং আৰু ভলুকা বাঁহৰ শকত লাঠী। শ্বেৰপাক বিশ্বাস কৰি দুৱাৰ খুলি দিয়াৰ লগে লগেই হুৰমূৰকৈ সিহঁত সোমাই আহিব। বাহিৰলৈ মোক চোঁচোৰাই টানি নিব। তাৰ পিছত জালত পৰা বনৰীয়া পশুৰ দৰে লাঠীৰে টঙনিয়াই, যাঠিৰে খুঁচি খুঁচি মোক হত্যা

কৰিব। ভাত দিওঁতে মায়াৰ বুকুৰ ভাঁজটোলৈ তেনেদৰে লোলুপ দৃষ্টিৰে চোৱাৰ প্ৰতিশোধ ল'ব।

সঁচা কথা : নাৰীক বিশ্বাস কৰিব নাপায়। নাৰী অবিশ্বাস্য। মায়াই নিশ্চয় সিহঁতক কৈ দিছে : মই দুষ্ট, লম্পট। চৰিত্ৰহীন। মই তাইলৈ ভনীৰ দৃষ্টিৰে চাব পৰা নাই। চোৱা নাছিলোঁ। মোৰ দৃষ্টিৰ আঁৰত আছিল এটা কামনা-লোলুপ চাৱনি।

আৰু যদি সেয়া সঁচা নহয়, তেন্তে সিহঁতে ভাবিছে : মই ধনী মানুহ। ধনী পৰিয়ালৰ সন্তান। মই ইয়ালৈ যথেষ্ট টকা-পইচা লগত লৈ আহিছোঁ। টেপ ৰেকৰ্ডাৰ, কেমেৰা, ট্ৰেন্‌জিষ্টৰ ৰেডিঅ' আৰু হাতৰ আঙঠিকেইটা দেখি সিহঁতৰ তেনে ধাৰণা হোৱাই স্বাভাৱিক। সিহঁতে ভাবিছিল : মায়াৰ প্ৰলোভনত মই মুগ্ধ হ'ম। আৰু সেই সুযোগ লৈ মায়াৰ হতুৱাই লুটি ল'ব মোৰ সৰ্ব্বস্ব। কিন্তু সিহঁতৰ সেই আশা ব্যৰ্থ হোৱাত মোক হত্যা কৰি সেইবোৰ লুণ্ঠন কৰিব। আত্মসাৎ কৰিব মোৰ জেপত থকা ধনৰ টোপোলা। আঙুলিৰ আঙঠি, টেপ ৰেকৰ্ডাৰ আৰু ট্ৰেনজিষ্টৰ।

মই কিং-কৰ্ত্তব্য-বিমূঢ় হৈ পৰিলোঁ। বন্ধ দুৱাৰখন খুলি দিয়াৰ সাহস হেৰাই গ'ল। হাতৰ পিস্তলটোৰ যেন কোনো মূল্য নাই। সেইটো সঁচা পিস্তল নহয়। ল'ৰা-ছোৱালীয়ে খেলা এটা পুতুলা পিস্তল।

কিন্তু দুৱাৰখন খুলি দিয়াৰ প্ৰয়োজন নহ'ল। এটা মুহূৰ্ত্তত দুৱাৰখন কেৰমেৰাই উঠিল। শ্বেৰপাৰ সবল হাতৰ মুঠিৰ আঘাতত বন্ধ দুৱাৰখনৰ পাত এচলা এৰাই গ'ল। লগে লগে ধুমুহাৰ গতিৰে ভিতৰলৈ সোমাই আহিল শ্বেৰপা। তাৰ হাতত এটা জ্বলন্ত টৰ্চ।

মনৰ চকুৰে মই দেখিছোঁ : শ্বেৰপাৰ পিছে পিছে ভিতৰলৈ সোমাই আহিছে এজাক ডেকা ল'ৰা। উন্মত্ত। উগ্ৰ। উদণ্ড।

"জলদি নিকালিয়ে চাব ! আপকা বাক্‌চা ? ৰূপেয়া ?"

উত্তৰ দিয়াৰ শক্তি মোৰ নাছিল। মোৰ সন্দেহেই সঁচা হ'বলৈ

ওলাইছে। পিস্তলটোৰ লক্ষ্য স্থিৰ কৰিব খোজোঁতেই শ্বেৰপাই মোক বাহিৰলৈ চোঁচোৰাই টানি লৈ গৈছিল। মোক টানি নিয়াৰ আগতেই টেবুলৰ ওপৰৰপৰা সি মোৰ চুট্‌কেচটো বিজুলীৰ গতিৰে বাঁওহাতত তুলি লৈছিল।

বাহিৰত ঘিট্‌মিটীয়া অন্ধকাৰ।

ৰুদ্ধশ্বাস গতিত শ্বেৰপা দৌৰিছে সম্মুখলৈ; বঙলাৰপৰা বস্তিলৈ। তাৰ হাতৰ মুঠিৰপৰা নিজক মুক্ত কৰিব নোৱাৰি মই প্ৰায় চুঁচুৰি যোৱাৰ দৰেই গৈছিলোঁ।

"ক্যা হুৱা?"

চিঞৰি সুধিছোঁ। এবাৰ; দুবাৰ। বহুবাৰ। কিন্তু শ্বেৰপাৰ কোনো উত্তৰ নাই। অৱশেষত অধৈৰ্য্য হৈ মই তাক ধমক দিছিলোঁ। দেহৰ সমগ্ৰ শক্তি সঞ্চিত কৰি থিয় হৈ ৰ'বলৈ যত্ন কৰিলোঁ। দুটা বিপৰীতমুখী শক্তি। মই টানিছিলোঁ পিছলৈ; আৰু সি মোক টানিছিল সম্মুখলৈ। তাৰ ওচৰলৈ।

"ক্যা হুৱা; বাতলাও।"

উৰ্দ্ধশ্বাসে দৌৰা শ্বেৰপাৰ উশাহ যেন বন্ধ হৈ গৈছিল। মোৰ বজ্ৰ-কণ্ঠৰ ধমকনিত সি থমকি ৰ'বলৈ বাধ্য হ'ল। আমাৰ ওচৰত এটা প্ৰকাণ্ড শিল। ক্লান্ত দেহৰ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰি সেই শিলটোত আঁউজি দিলোঁ।

শ্বেৰপাই বুজিছিল: মই তাক বিশ্বাস কৰিব পৰা নাই। সন্দেহ কৰিছোঁ। সেই কাৰণেই হবলা হাতৰ টৰ্চটো জ্বলাই মোৰ সন্দেহ আঁতৰাবলৈ কৈ উঠিল: জানোৱাৰ চাব। হাতী।

টৰ্চৰ পোহৰত জিলিকি উঠা দৃশ্যটো দেখি মই চমকি উঠিলোঁ। আমাৰ প্ৰায় পঞ্চাশ গজমান আঁতৰত এজাক হাতী। আমাৰ ফালে পিছ দি হাতীৰ জাকটো বঙলাটোৰ পিনে আগুৱাই গৈছে। কিন্তু মোৰ ভুল আৰু সন্দেহেই আমাৰ কাল হ'ল। টৰ্চৰ পোহৰ গা'ত পৰাৰ লগে লগে হাতীৰ জাকটো তীৱৰ বেগেৰে পিছলৈ ঘূৰি শুঁৰ দাঙি আমাৰ পিনে খেদি

আহিল। হাতৰ টৰ্চটো মুমাই প্ৰচণ্ড জোৰেৰে শ্বেৰপাই মোক টানি লৈ আঁতৰি যাব খুজিছিল। কিন্তু সেই আঁজোৰত চম্ভালিব নোৱাৰি তাৰ হাতৰ মুঠিৰপৰা এৰাই গৈ বহু দূৰত ছিটিকি পৰিলোঁ। লৰালৰিকৈ থিয় হ'ব খোজোঁতে কাণত পৰিল মাথোন এষাৰ মাত ঃ ভাগিয়ে চাব।

মই দৌৰিছিলোঁ। পিছলৈ উভতি চোৱাৰ সময় নাই। মোৰ পিছে পিছে দৌৰি অহা শব্দটো শুনি বুজিছোঁ ঃ সেয়া শ্বেৰপা।

তাৰ পিছত কেনেকৈ আহি বস্তি পাইছিলোঁ ক'ব নোৱাৰোঁ। ভৰি-হাতবোৰ ছিঙি যাওঁ, ছিঙি যাওঁ যেন লাগিছিল। চকুৰে ধোঁৱা-কোঁৱা দেখিছিলোঁ। 'মোৰ বুকুত যেন কোনোবাই হাতুৰিৰেহে কোবাইছে। বুকুখন ফাটি যাব।

শ্বেৰপাৰ চোতালত এজাক মানুহ। মানুহবোৰৰ হাতত জুইৰ শিখা। যাঠি-জোং। কেৰাচিনৰ খালী টিং। হাতত জলন্ত হ্যাৰিকেন এটা লৈ সেই মানুহজাকৰ মাজত থিয় হৈ আছে মায়া।

তাৰ পিছত কি হৈছিল মোৰ মনত নাই।

॥ দুই ॥

লক্ষ্যস্থান মোৰ আচলতে বস্তি-বঙলা নাছিল। বস্তি-বঙলাত ৰাতি থাকিব লাগিব নতুবা থাকিম বুলিও ভবা নাছিলোঁ। কিন্তু থাকিবলৈ বাধ্য হৈছিলোঁ। বিমান বৰুৱাই থাকিবলৈ মোক বাধ্য কৰাইছিল।

বিমান বৰুৱা মন্ত্ৰী, দেশ-নেতা, শিল্পী নতুবা চৰকাৰৰ উচ্চ বিষয়া নহয়। কিন্তু 'বৰুৱা চাহাব' অৰ্থাৎ বিমান বৰুৱাক নজনা মানুহ অসমত কোনো নাই। সামাজিক প্ৰতিপত্তি নতুবা অগাধ সম্পত্তিৰ কাৰণে বৰুৱা চাহাব প্ৰখ্যাত নহয়। প্ৰখ্যাত হোৱাৰ কাৰণ : অৰণ্য-সুন্দৰী।

অৰণ্য-সুন্দৰীৰ কথা পিছত ক'ম।

বৰুৱাৰ দেউতাক আচলতে গুৱাহাটীৰ মানুহ নাছিল। আচল ঘৰ আছিল গোৱালপাৰা জিলাৰ কোনোবা এখন ষ্টেটত। সেই কথা আজি কাৰো মনত নাই। কাৰণ মনত ৰখাৰ প্ৰয়োজন হোৱা নাই। বৰুৱাৰ দেউতাক ইন্দ্ৰকমল বৰুৱা যেতিয়া গুৱাহাটীলৈ আহে, বিমান বৰুৱা তেতিয়া তিনি বছৰীয়া শিশু।

ইন্দ্ৰকমল বৰুৱা মানে 'ৰায়চাহাব ইন্দ্ৰকমল বৰুৱা'।

ইন্দ্ৰকমল বৰুৱাৰ ভাই-ককাই আছিল দুজন : ইন্দ্ৰকমল বৰুৱা আৰু নালকমল বৰুৱা। ভনীয়েক তৰালী বৰুৱাক বিয়া দিয়াৰ কেইমাহমান পিছতেই দেউতাক ইহসংসাৰৰপৰা চিৰদিনলৈ আঁতৰি গৈছিল। পত্নী বিয়োগত দেহ-মন ভাগি পৰা বৰুৱাৰ দেউতাকে ইমান দিনে যেন তৰালীক কোনোবা এঘৰলৈ উলিয়াই দিয়াৰ কাৰণেহে বাটচাই আছিল

ৰায়চাহাব বৰুৱা গুৱাহাটীলৈ গুচি অহাৰ আঁৰত লুকাই আছে অন্য এক কাহিনী।

এটা বন্য আকর্ষণত বিমান বৰুৱাৰ দেউতাক ইন্দ্ৰকমল বৰুৱাই ভাবিছিল : জমিদাৰীৰ ৰাজপ্ৰাসাদতকৈ হাবি-জঙ্গলৰ জীৱন বেছি ভাল। ৰাজপ্ৰাসাদৰ জীৱন—বৈচিত্ৰ্যহীন জীৱন। সেই জীৱনত আমোদ আছে, আনন্দ আছে। আছে বিলাসিতা, কিন্তু উত্তেজনা নাই। মাদকতা নাই। এনেহুৱা জীৱন এটাতকৈ হাবি-জঙ্গলৰ দুঃসাহসিক জীৱন বহুত বেছি প্ৰশস্ত।

এয়ে আছিল সুনিপুণ চিকাৰী ইন্দ্ৰকমল বৰুৱাৰ ধাৰণা।

তাৰো কাৰণ আছিল।

হাবিয়ে-বননিয়ে চিকাৰৰ পিছে পিছে দৌৰি ফুৰাৰ সেয়া অন্য এক বন্য কাৰণ।

প্ৰথম দশকমানৰ কথা।

আজিৰ দৰে তেতিয়া যান্ত্ৰিক যান-বাহন নাছিল। হাতীয়েই আছিল আভিজাত্যৰ গৌৰৱ বহন কৰা একমাত্ৰ যান-বাহন। সেই সময়ত আভিজাত্যক জোখা হৈছিল হাতী-শালত থকা হাতীৰ সংখ্যাৰে। ভাৰতৰ বিভিন্ন অংশৰ জমিদাৰসকলে সেই কাৰণে অসমৰ হাতীৰ মহলদাৰ, হাতী ধৰা চিকাৰীসকলৰ দুৱাৰে দুৱাৰে পিয়া-পি দি ফুৰে। ৰজা-মহাৰজাসকলে হাতী-শালত হাতীৰ সংখ্যা বঢ়াবলৈ অসমলৈ মানুহ পঠিয়ায়। জোতদাৰ প্ৰতিনিধিবোৰ অসমলৈ আহে। ন্যায্য দামতকৈ অধিক দামত মহলদাৰবোৰৰপৰা হাতী কিনিবলৈ হেতা-ওপৰা লগায়। প্ৰতিযোগিতা চলায়। নহ'লে যে সন্মান নৰয়।

সিদিনালৈকে হাতীৰ প্ৰয়োজন আছিল বহুমুখী। কিন্তু আজি?

অসমৰ হাবিত হাতী আছে। কিন্তু হাতী-চিকাৰ সহজসাধ্য নহয়। সেয়া এক দুঃসাহসিক অভিযান। জীৱন-মৰণক তুচ্ছ কৰি খেলা জীৱন-মৃত্যুৰ খেল।

প্ৰয়োজনতকৈ সৰবৰাহ কম হ'লেই সেই দ্ৰব্য হৈ পৰে দুৰ্মূল্য। আৰু তেতিয়াই আৰম্ভ হয় চোৰাং ব্যৱসায়। ক'লা বজাৰ।

বৰুৱাই বুজিছিল : সুযোগ কামধেনুৰ দৰে ক্ষণস্থায়ী। প্ৰজাৰপৰা

আদায় কৰা ৰাজহৰ টকাৰে খাই-বৈ জীয়াই থাকিব পাৰি। লক্ষ্ণৌৰপৰা বাঈজী আৰু ওস্তাদ আনি আভিজাত্য বজাই ৰখাৰ অভিনয় কৰিব পাৰি। কিন্তু সঁচা ধনী হ'ব নোৱাৰি। তৃষীয়া ৰাইজক উৎপীড়ন কৰি, পশু টওনিওৱাৰ দৰে টওনিয়াই ৰাজহ আদায় কৰাতকৈ বন্য প্ৰাণীৰ চিকাৰ বহুত শ্ৰেয়। সেই কাৰণে ইন্দ্ৰকমল বৰুৱাই জমিদাৰীৰ দায়িত্ব ভায়েক নীলকমল বৰুৱাৰ ওপৰত জাপি দি নিজে বাছি লৈছিল এটা আৰণ্যক জীৱন। ইন্দ্ৰকমল বৰুৱাৰ যৌৱনৰ সৰহছোৱা কাল পাৰ হৈ গৈছিল হাবিৰ মাজত; ঘন অৰণ্যৰ এন্ধাৰত। হাতী-চিকাৰ বন্ধ থকা সময়ত তেওঁ চিকাৰ কৰে—ঢেঁকীয়াপতীয়া বাঘ, বনৰীয়া গাহৰি আৰু হৰিণ। সময় পালে কলিকতালৈ গৈ কিনে বন্দুক-বাৰুদ, তম্বু, হাতীৰ ঔষধ আৰু কেম্প-জীৱনত প্ৰয়োজন হোৱা বিভিন্ন সামগ্ৰী। আৰু তাৰ পিছত সময় পালে এমাহমানৰ কাৰণে থাকে ৰাজপ্ৰাসাদত। অৰণ্যৰ আকৰ্ষণত, চিকাৰৰ মাদকতাত তেওঁ পাহৰি যায়—ঘৰ-সংসাৰ। তথাকথিত সভ্য মানুহৰ সভ্য সমাজ, আৰু মানুহৰ চৰিত্ৰ। দুঃসাহসিক উত্তেজনাত পাহৰি যায় সমাজৰ নীতি; আচাৰ-ব্যৱহাৰ। স্বাৰ্থৰ খাতিৰত সুসভ্য মানুহ যে বনৰীয়া জন্তুতকৈও হিংস্ৰ হ'ব পাৰে, সেই কথা বৰুৱাই জীৱনতো ভাবিব পৰা নাছিল।

অন্যায়-অধৰ্মই পৃথিৱী ছানি ধৰিলেও চিৰদিনেই ধৰ্মৰ জয় হৈ আহিছে। ইন্দ্ৰকমল বৰুৱাৰ ক্ষেত্ৰতো সেয়ে হৈছিল।

'হাতী ধৰা' ব্যৱসায় এফালে যেনেদৰে লাভজনক, আনফালে তেনেদৰে ব্যয়বহুল আৰু বিপদসঙ্কুল। দুঃসাহসিক।

সংস্কৃত সাহিত্যত বিভিন্ন কৌশলেৰে হাতী ধৰাৰ উল্লেখ আছে। আহোম স্বৰ্গদেউসকলৰ দিনত ৰচিত 'হাতী-পুথি'ত উল্লেখ কৰা আটাইবোৰ কৌশলেৰে আজিকালি হাতী ধৰা নহয়। ভাৰত আৰু ব্ৰহ্মদেশৰ ভিন ভিন অংশত ভিন ভিন কৌশলেৰে হাতী ধৰে। 'মেলা-চিকাৰ' আৰু 'খেদা-চিকাৰ'ৰ বাহিৰে আন কৌশলেৰে হাতী ধৰা প্ৰথা অসমত বৰ কম। অসমৰ মাটি কুমলীয়া আৰু সেমেকা হ'লেও 'গাঁত খান্দি' বা 'পিট

চিষ্টেমেৰে' হাতী ধৰাৰ নিয়ম অসমত অপ্ৰচলিত। মাইকী কুন্‌কীৰে প্ৰলোভন দেখুৱায়ো কাম-মত্ত মতা হাতী ধৰা হয়। কিন্তু বৰুৱাই সেই কৌশল কাহানিও অৱলম্বন কৰা নাছিল। কাৰণ তেনে কৌশলেৰে ধৰা হাতীয়ে পোহ মানিলেও একোটা বিশেষ সময়ত সেই হাতীবোৰ হঠাতে হৈ পৰে দুৰ্দ্দান্ত, হিংস্ৰ, উন্মত্ত। তেতিয়া সিহঁতক নিয়ন্ত্ৰণ কৰা দুঃসাধ্য হৈ পৰে।

খেদা-চিকাৰৰ কাৰণে বহুত মানুহৰ প্ৰয়োজন। ব্যয় সৰহ। অধিক লাভৰ আশাত বৰুৱাই খেদা-চিকাৰ প্ৰায় এৰিয়েই পেলাইছিল। মেলা-চিকাৰত খৰচ কম। কম খৰচেৰে সৰহ হাতী ধৰিব পাৰিলে খেদা-চিকাৰৰ কি প্ৰয়োজন?

ভাগ্য সুপ্ৰসন্ন হ'লে কুকুৰেও হেনো মৈ টানে। ইন্দ্ৰকমল বৰুৱাৰ ক্ষেত্ৰতো তাৰ ব্যতিক্ৰম ঘটা নাছিল। ঘটা নাছিল নহয়—এবাৰ ঘটিছিল। কিন্তু কেতিয়াবা কেতিয়াবা শাপেই বৰ হয়। অভিশাপেই হয় আশীৰ্ব্বাদ।

উনৈশ-বিশ চন।

তেতিয়ালৈকে চৰকাৰৰ বনবিভাগে বিভাগীয় চিকাৰৰ ব্যৱস্থা কৰা নাছিল। প্ৰতি বছৰে আশাতীত সংখ্যক হাতী ধৰা বৰুৱাই সেইবেলি হাতী ধৰিছিল মাথোন চাৰিটা। ধৰিছিল মানে ধৰিব পৰিছিল। 'দাণ্ডি' সলনি কৰি সেইবাৰ হাতী নামিছিল আন এজনৰ এলেকাত। ভূটান-মহলত। বছৰটোৰ চিকাৰ ধৰাৰ সমগ্ৰ সময়ছোৱাত তেওঁৰ এলেকালৈ হাতীৰ জাক নামিছিল মাত্ৰ দুটা।

বৰফান্দীয়ে কৈছিল: পূজা দিওঁতেই মই বুজিছিলোঁ দেউতা, এইবেলি আমাৰ লাভ নহ'ব।

চিকাৰলৈ অহাৰ আগে আগে পূজা দিয়াৰ নিয়ম। সেইবাৰো অভিযান আৰম্ভ কৰাৰ আগে আগে বৰুৱাই পূজা দিছিল। কৰিছিল।

বৰফান্দীৰ কথা শুনি বৰুৱাই একো নামাতিলে।

সেই চাৰিটা হাতীৰপৰাও তেওঁলোকে এটা হাতী হেৰুৱাব লগা হ'ল। অথচ সেইটো হাতীৰ ওপৰতে তেওঁ বেছি ধন পোৱাৰ আশা কৰিছিল।

আমাৰ আশাবোৰ সদায় নফলিয়ায়।

ফান্দত পৰা হাতীটোক প্ৰশিক্ষণ বাহৰলৈ অনাৰ কাৰণে যথেষ্ট যত্ন কৰা হৈছিল। কিন্তু 'ষ্টকেড' নতুবা প্ৰশিক্ষণ বাহৰলৈ একোতে নিব পৰা নহ'ল। অৱশেষত ফান্দ লগোৱা ঠাইৰ ওচৰতে বান্ধি থ'বলৈ বাধ্য হৈছিল। দুৰ্দ্দান্ত প্ৰকৃতিৰ হাতীটোৰ ওচৰলৈ কোনো মানুহ যোৱাৰ সাহস নহ'ল। দূৰৰপৰা ঘাঁহ-বন যোগোৱা হ'ল। বাঁহৰ চুঙাৰে পানী খুউওৱাৰ ব্যৱস্থা কৰিলে। কিন্তু অভিমানী বন্দী হাতীটোয়ে কাৰোবাৰ ওপৰত যেন অসন্তুষ্ট হৈ অনশনহে আৰম্ভ কৰিছিল।

ফান্দীয়ে দোহাৰিছিল: শুঁৰ দীঘল, কাণ বহল এই হাতীটো সুলক্ষণা। পাছফালটো হেলনীয়া। আগফালটো উঠন। দেখিবলৈ শুৱনি। পাতালপুৰীয়া হাতী।

দাঁত ভূমিমুখী হ'লে সেই হাতীক কোৱা হয় পাতালপুৰীয়া হাতী। পাতালপুৰীয়া হাতী হেনো বৰ বিশ্বাসী, ধীৰ-স্থিৰ আৰু বুধিয়ক। তেনেকুৱা সুলক্ষণা হাতীটোক বৰুৱাই বিকি দিয়াৰ কথা ভবা নাছিল।

কিন্তু বিক্ৰী কৰি দিয়া হ'লেই ভাল আছিল কিজানি।

এদিন-দুদিনকৈ এসপ্তাহ পাৰ হৈ গ'ল। সেই সপ্তাহৰ ভিতৰত সুলক্ষণা পাতালপুৰীয়া হাতীটোয়ে খাইছিল মাথোন এজোপা নে দুজোপা কলগছ। বাকীবোৰ হয় দলিয়াই নহয় গছকি-ফেনেকি পেলাইছিল।

দুৰ্ব্বল হাতীটোক এসপ্তাহৰ পিছত হাল বা প্ৰশিক্ষণ বাহৰলৈ নিয়া হৈছিল। বাটতে আছিল এটা সৰু নদী। হাতীটোয়ে নদীটোত নামি শুঁৰডালেৰে কেইকলহমান পানী পি খাইছিল। তাৰপিছত পাৰলৈ উঠি আহি মাটিত বাগৰি পৰিল।

হাতী এবাৰ পৰিলে হেনো আৰু মুঠে।

সুলক্ষণা, পাতালপুৰীয়া হাতীটোও আৰু মুঠিল। কেইমিনিটমান ছটফট্ কৰি শুঁৰডালেৰে কাৰোবাক বিচাৰি চিৰদিনলৈ নিথৰ হৈ ৰ'ল।

তাকে দেখি বৰুৱাই কৈছিলঃ তোমাৰ সুলক্ষণা হাতীটোৱেচোন আমাক এৰি থৈ গ'ল জগৰু।

বৰফান্দী জগৰুৱে উত্তৰ দিব পৰা নাছিল।

কিন্তু হাতীটো যে সুলক্ষণা আছিল সেই কথাৰ প্ৰমাণ বৰকোঁৱৰ ইন্দ্ৰকমল বৰুৱাই নোপোৱাকৈ নাথাকিল। পিছৰ বছৰতে তাৰ প্ৰমাণ পাইছিল।

বৰুৱাৰ কাৰণে সেয়া নোহোৱা-নোপোজা কথা। একেৰাহে কেইবছৰমান চিকাৰ ধৰাৰ পিছত হাতী ধৰা এলেকা সলনি কৰা প্ৰয়োজন। নহ'লে দাণ্ডিত লোণৰ পুং থাকিলেও হাতী সেই দাণ্ডিলৈ নাহে। ভয় খাই দাণ্ডি সলনি কৰে। আন ঠাইলৈ যায়। তেতিয়া সেই এলেকাটোক কোৱা হয় বন্ধ্যা এলেকা। অনুৰ্ব্বৰ মহল। আনপ্ৰডাক্টিভ্ এৰিয়া।

সেইবেলি হাতীৰ মহলত লোকচান খোৱা বৰুৱাই পিছৰ বছৰৰ কাৰণে নতুন পৰিকল্পনা লৈছিল। মনৰ মাজত নতুন আশা পুহিছিল। যোৱা বছৰৰ লোকচান পূৰোৱাৰ উপৰিও লাভ কৰাৰ আশা পাঙিছিল। কিন্তু বৰুৱাৰ সেই আশা নফলিয়ালে। নতুন মহল লৈ, নতুন এলেকাত অভিযান আৰম্ভ কৰাৰ আগে আগে বৰুৱা হৈ পৰিল শয্যাশায়ী। প্ৰথমে মেলেৰিয়া; তাৰ পিছত টাইফিয়ড। অৱশেষত নিউমেনিয়া আৰু তেজহাগনি। একেৰাহে কেবামাহো বিচনাত পৰি থকা বৰুৱা অধৈৰ্য্য হৈ পৰিল। ছটফটাই উঠিল। এই বন্দী জীৱন যে অসহনীয়। দুৰ্ব্বহ।

কিন্তু এজনৰ কাৰণে চিকাৰ বন্ধ থাকিব নোৱাৰে। নাথাকিল। ডাক্তৰ, ফান্দী, মাউত, বনুৱা আৰু কুন্‌কীৰ সমাগমত সজীৱ হৈ উঠিল

অৰণ্যভূমি। ৰচদ-পাতি আৰু অভিযানৰ প্ৰয়োজনীয় সা-সঁজুলি লৈ আকৌ আগৰ ঠাইতে ছাউনি পতা হ'ল। দুৰ্ব্বল হৈ থকা বৰুৱাই শৰীৰত অকণমান বল পালেই চিকাৰ-বাহৰত উপস্থিত হ'বগৈ। কিন্তু যেতিয়ালৈকে চিকাৰলৈ যাব নোৱাৰে তেতিয়ালৈকে প্ৰত্যেক দিনৰ বাতৰি—চিকাৰৰ খবৰ যেন বৰ কোঁৱৰক জনোৱা হয়; আৰু হৈছিলও। তাৰ কাৰণে নিয়োগ কৰা হৈছিল দুজন ডাক ৰাণাৰ আৰু দুটা বেগী ঘোঁৰা।

তথাপি বৰুৱাৰ মনত শান্তি নাছিল।

মদপীয়ে মদ এৰিব পাৰে। কানীয়াই কানি নোখোৱাকৈ থাকিব পাৰে। কিন্তু চিকাৰীয়ে চিকাৰৰ নিচা এৰিব নোৱাৰে। পছু চিকাৰত আনন্দ আছে, কিন্তু দুঃসাহস নাই। বাঘ চিকাৰত আনন্দ আৰু দুঃসাহস থাকিলেও গভীৰ উত্তেজনা নাই। মৃত্যুৰ সৈতে কৰা টনা-আঁজোৰা কম। কিন্তু বনৰীয়া হাতী চিকাৰত আছে অত্যন্ত দুঃসাহস আৰু অধীৰ উত্তেজনা। হাতী ধৰাৰ কাৰণে যি দুঃসাহসৰ প্ৰয়োজন—তাৰ তুলনা নাই। সেই চিকাৰত যি উত্তেজনা—সেই উত্তেজনাৰ বৰ্ণনা দিব নোৱাৰি। খেদা-চিকাৰতকৈ মেলা-চিকাৰত সেই উত্তেজনা আৰু বেছি। মহলদাৰ নিজে ফান্দী হ'লে চিকাৰৰ উত্তেজনাই আৰু চৰম সীমা পায়গৈ।

তেজৰ লগত চিকাৰৰ নিচা এবাৰ মিহলি হ'লে সেই তেজ হৈ পৰে বন্য; অশান্ত। মানুহ খোৱা বাঘৰ দৰে বেপৰোৱা। বনৰীয়া গুণ্ডা দঁতাল হাতীৰ দৰে দুৰ্দ্দান্ত। অদমনীয়। আনৰ মুখত চিকাৰৰ বৰ্ণনা শুনি আনন্দ লভিব পাৰি। কিন্তু চিকাৰী মন এটাক শান্ত, সুস্থিৰকৈ ৰাখিব নোৱাৰি।

বৰুৱাৰো সেয়ে হৈছিল।

তেওঁ নিজে উপস্থিত নাথাকিলেও ইতিমধ্যে কৰায়ত্ত কৰা হাতীৰ আশাতীত সংখ্যাই তেওঁৰ মনত হয়তো আনন্দ দিছিল। কিন্তু সুস্থিৰ হৈ ৰ'ব নোৱাৰিলে। তাতকৈ এটা হাতীও ধৰিব নোৱাৰা সংবাদ পোৱা

হ'লেই তেওঁ বেছি ভাল পালেহেঁতেন কিজানি। ইমানবোৰ হাতী ধৰাৰ কাৰণে পেটে পেটে বৰুৱা যেন ক্ষুণ্ণ হৈ পৰিছিল। ইচ্ছা হৈছিল— তেওঁ যেন চিঞৰি চিঞৰি ক'ব : হাতীবোৰ মুকলিকৈ দিয়া। হাতী ধৰাৰ যি উত্তেজনা, সেই উত্তেজনাই যদি নাপালোঁ তেন্তে হাতী ধৰি লাভ কি ?

কিন্তু সেই কথা তেওঁ ক'ব কেনেকৈ ? ক'ব নোৱাৰিলে। কিবা এটা আক্ৰোশত বৰুৱা হৈ পৰিছিল—অশান্ত। অস্থিৰ। চঞ্চল। মনৰ উত্তেজনা দমাব নোৱাৰি দুৰ্ব্বল দেহেৰেই তেওঁ কেম্পলৈ যাবলৈ ওলাইছিল। সুনিপুণ, কৌশলী আৰু চতুৰ ফান্দী বৰুৱাৰ কাৰণে সেয়া নিতান্তই স্বাভাৱিক।

কিন্তু যোৱা নহ'ল। যাব নোৱাৰিলে। থিয় হ'ব খুজিলেই মূৰ ঘূৰাই পৰি যাব খোজা বৰুৱাক পত্নীয়ে তিৰস্কাৰ কৰিছিল। ৰাজবাৰী এৰি চিৰদিনৰ কাৰণে মা'কৰ ঘৰলৈ উভতি যোৱাৰ ভাবুকি দেখুৱাইছিল। এহাত ওৰণি টানি প্ৰতিমাই ভৰিত সাবটি ধৰিছিল। সিদ্ধান্ত পৰিৱৰ্ত্তন কৰিবলৈ অনুনয়-বিনয় কৰিছিল।

বৰুৱাই সকলো কৰিব পাৰে। কিন্তু নোৱাৰে প্ৰতিমাৰ মনত আঘাত দিবলৈ। প্ৰতিমাৰ অনুৰোধ এৰাব নোৱাৰা বৰুৱাই দীঘলকৈ উশাহ এটা লৈ কৈ উঠিছিল : মোৰ কিজানি উশাহ বন্ধ হৈ যাব প্ৰতিমা !

প্ৰতিমা মানে সৰু কুঁৱৰী প্ৰতিমা দেৱী বা প্ৰতিমা বৰুৱা।

তৰালিক কোনোবা এঘৰলৈ উলিয়াই দিয়াৰ আগতে সেইখন ঘৰলৈ বোৱাৰী এজনী অনাৰ প্ৰয়োজন। বৃদ্ধ হৈ অহাৰ লগে লগে মানুহ অসহায় হৈ পৰে। কেঁচুৱা ল'ৰা-ছোৱালীৰ দৰে হৈ পৰে কাৰোবাৰ সহায়-প্ৰাৰ্থী। গঢ়ি উঠে আনৰ ওপৰত নিৰ্ভৰ কৰা এটা স্বভাৱ। বৃদ্ধ মনে বিচাৰে এজন সহচৰ।

দেউতাক দেৱকমল বৰুৱাই গাভৰু তৰালি বৰুৱালৈ চাই চাই ভাবিছিল : এয়াতো বয়স নহয়। যৌৱন নহয়; জুই। এই

বয়সত গাভৰু ছোৱালীক এঘৰলৈ উলিয়াই নিদিয়াটো অন্যায়। ঘৰত ৰখা পাপ।

কিন্তু তৰালিৰ অভাৱ পূৰাবলৈ আন এঘৰৰ গাভৰু এজনী এইখন ঘৰলৈ অহা উচিত। অনাটো তেওঁৰ কৰ্তব্য। সেই উদ্দেশ্যেৰে দেৱকমল বৰুৱাই কথাষাৰ বৰ পুতেকৰ কাণ চুৱাইছিল। কিন্তু আৰণ্যক জীৱনৰ মাদকতাত উন্মত্ত বৰুৱাই কৈছিল: নিজে শৃংখলাৱদ্ধ হোৱাতকৈ আনক শৃংখলাৱদ্ধ কৰি মই বেছি ভাল পাওঁ দেউতা।

পুতেকৰ মনোভাৱ বুজিব পাৰি দেউতাকে হুমুনিয়াহ এটা কাঢ়ি নিজক কোৱাৰ দৰে কৈছিল: পিতৃত্বৰ অধিকাৰ লৈ আন এজনক অসুখী কৰাৰ ইচ্ছা মোৰ নাই। কিন্তু বাৰ্দ্ধক্যই মানুহক বৰ অসহায় আৰু অকলশৰীয়া কৰি তোলে। তৰালি নোহোৱা ঘৰখনৰ শূন্যতা লৈয়ে মই তেন্তে মৃত্যুক অপেক্ষা কৰিব লাগিব নেকি?

দেউতাকৰ কথাৰ তাৎপৰ্য্য বৰুৱাই সিদিনা বুজা নাছিল। অনুভৱ কৰা নাছিল বৃদ্ধ দেউতাকৰ মনোবেদনা। খালী হিয়াৰ শূন্যতা। কিন্তু কেইমাহমান পিছত বুজিবলৈ তেওঁ বাধ্য হৈছিল: এই শূন্যতাৰ গভীৰতা কিমান? এই মনোবেদনা কিমান মৰ্মস্পৰ্শী। এজনী বনৰীয়া হাতীৰ অপত্য স্নেহে তেওঁক বুজাই দি গৈছিল: পিতৃ-মাতৃ আৰু সন্তানৰ মাজত কিহৰ সম্বন্ধ। আপত্য স্নেহ কি গভীৰ। বৰুৱাই নিজেও ভবা নাছিল এজনী বনৰীয়া হাতীয়ে তেওঁৰ মনত এনেদৰে ৰেখাপাত কৰি যাব। কিন্তু কৰিছিল।

বৰুৱাই নিজহাতে ফান্দ লগাই ধৰা ছ' ফুট ওখ এটা পোৱালি হাতী। মা'কজনী জাকৰ আনবোৰ হাতীৰ লগত পলাই গৈছিল।

তাইক ধৰিব পৰা নহ'ল; আৰু ধৰিবলৈ যত্নও কৰা হোৱা নাছিল। কিন্তু তাৰ দুদিন পিছত তাইক ধৰিবলৈ বাধ্য হ'ল। পোৱালি হেৰুওৱা মা'কজনীয়ে পোৱালিটোক বিচাৰি গঁৰালে গঁৰালে ঘূৰি ঘূৰি অৱশেষত বৰুৱাহঁতৰ গঁৰালটোত সোমালহি। সেই গঁৰালটোতে বান্ধি থোৱা আছিল পোৱালি হাতী এটা। হেৰুওৱা পোৱালিটো দেখি মা'কজনী

দৌৰি গৈ শুঁৰেৰে মেৰিয়াই আগ ঠেং দুখনৰ মাজত সুমুৱাই লৈ গাখীৰ খুৱাইছিল। পোৱালিটোক বান্ধি ৰখা ৰছীডাল কামুৰি ছিঙিবলৈ যত্ন কৰি ব্যৰ্থ হৈছিল। বাৰে বাৰে ব্যৰ্থ হৈও তাই আশা এৰা নাছিল। ভৱিৰে গছকি ধৰি শুঁৰডালেৰে টানি ছিঙিব পাৰি নেকি যত্ন কৰি চাইছিল। কিন্তু নোৱাৰিলে। তথাপি তাই হতাশ নহ'ল। যেনেকৈ হওক পোৱালিটোক তাই মুক্ত কৰি নিবই। ফান্দীৰ লোভ হাতীত, কৃষকৰ লোভ মাটিত। সোণাৰিয়ে হেনো নিজৰ ঘৰৰ অলঙ্কাৰ বনালেও সোণ চুৰ কৰে। সোণ খায়। কিন্তু সেই সোণাৰিয়েও সোণৰ লোভ এৰিব পাৰে। কিন্তু ফান্দীয়ে হাতীৰ লোভ এৰিব নোৱাৰে। গতিকে উপযাচি বলি হ'বলৈ অহা মা'কজনীক বন্দী কৰিবলৈ ফান্দীয়ে হাতত ফান্দ ল'লে। কিন্তু বৰুৱাই বাধা দিছিল। সন্তানৰ মমতাত নিজৰ জীৱনৰ মমতা পাহৰি যোৱা মাইকী হাতীজনীৰ অপত্য স্নেহত অভিভূত হৈ বৰুৱাই তাইক খেদি দিছিল। এটাৰ পিছত আন এটা ফাঁকা আৱাজ কৰিছিল। কিন্তু তাই যেন কাৰো কৰুণাৰ ভিক্ষা-পাত্ৰী হ'ব নোখোজে। সন্তানক ৰক্ষা কৰিব নোৱাৰা মাতৃৰ জীৱনৰ কোনো মূল্য নাই। তাই আঁতৰি নগ'ল। জুই দেখুৱাই ভয় খুৱালে আঁতৰি যাব বুলি ভবা হৈছিল। কিন্তু নগ'ল। জুইৰ জোঁৰটো মানুহজনৰ হাতৰপৰা টানি নি ভৰিৰে গছকি নুমুৱাই পেলাইছিল। অৱশেষত তাইকো বন্দী কৰিবলৈ বাধ্য হ'ল। কোনো আপত্তি নকৰাকৈ তাই মূৰ পাতি লৈছিল সেই ফান্দ্। বন্ধন-শৃংখল।

তাৰ পিছত আৰম্ভ হৈছিল এটা হৃদয়বিদাৰক দৃশ্য। ইতিমধ্যে বিক্ৰী হৈ যোৱা পোৱালিটোক তাইৰ ওচৰৰপৰা আঁতৰাই নিবলৈ যত্ন কৰাৰ লগে লগে শান্ত মা'কজনী হৈ পৰিল অশান্ত। দুৰ্দান্ত-দুৰ্দ্ধৰ্ষ। মানুহ প্ৰাণী-শ্ৰেষ্ঠ। কিন্তু সেই মানুহেও নিজৰ সন্তানৰ মুক্তিৰ কাৰণে তাইৰ দৰে যুঁজ নকৰিলেহেঁতেন কিজানি। ইমান যাতনা-অত্যাচাৰ সহিলেহেঁতেন নে নাই সন্দেহ।

পৃথিৱীৰ আটাইবোৰ নাৰী—পত্নী জয়মতী নহয়। জয়মতী

এজনীহে। কিন্তু মাতৃ? মাতৃৰ দৃষ্টান্ত পৃথিৱীৰ এটা নহয়। হেজাৰ— অলেখ। কিন্তু জয়মতীৰ স্বামীভক্তিৰ দৰে অপত্য স্নেহৰ দৃষ্টান্ত দেখুৱাবলৈ কোনো মাতৃৰ কথা বৰুৱাৰ মনত নপৰিল। মনত থাকিল মাথোন এজনী হাতীৰ অপত্য স্নেহৰ জ্বলন্ত নিদৰ্শন।

অপত্য স্নেহৰ সেই দৃষ্টান্তই ইন্দ্ৰকমল বৰুৱাক সোঁৱৰাই দিছিল; বিপত্নীক বৃদ্ধ দেউতাক দেৱকমল বৰুৱাই তেওঁৰ ওচৰত কি বিচাৰে? বৰুৱাৰ সেই মনোবেদনাৰ গভীৰতা কিমান? কেনেদৰে পিতৃ-মাতৃয়ে সন্তানক ডাঙৰ-দীঘল কৰে; বিপদৰপৰা ৰক্ষা কৰে। কিন্তু সেই সন্তান যিদিনা হৈ পৰে পিতৃ-মাতৃৰ অবাধ্য, তেতিয়া তেওঁলোকৰ অন্তৰত লাগে কি ক্ষুৰধাৰ আঘাত। সেই আঘাতৰ তুলনা নাই। তুলনা নহয়।

ইন্দ্ৰকমল বৰুৱাৰ মনৰ আগত ভাহি উঠিল এটা ৰাজপ্ৰাসাদ। সেই প্ৰাসাদৰ মাজত এখন শেঁতা পাণ্ডুৰ মুখ। শেঁতাটোৰা শুঁটৰি মুখৰ এহাল নিঃসহায় করুণ চকু। ইমান হৃদয়স্পৰ্শী।

বিক্ৰীদাম ঘূৰাই ল'ব নোখোজা খৰিদ্দাৰজনক লৈ বৰুৱা বিপদত পৰিল। অৱশেষত পোৱালি হাতীটোৰ দামতে বেছি দামৰ মখনা এটা পাই খৰিদ্দাৰজন মান্তি হ'ল। খৰিদ্দাৰজনক বিদায় দিয়াৰ পিছত মুকলি কৰি দিছিল এটা এটাকৈ দুটা হাতী। এজনা মা'ক আৰু এটা পোৱালি। পানীত দলিয়াই পেলাইছিল এগাল টকা ৰূপ। এটা শকত ধনৰ টোপোলা। বৰুৱাৰ কাণ্ড দেখি কেম্পৰ বাকীবোৰ মানুহ বোবা হৈ পৰিল। মাত মতাৰ সাহস কাৰো নহ'ল।

শুঁৰডালেৰে পোৱালিটোক আগলৈ ঠেলি লাহে লাহে বনৰ মাজলৈ আঁতৰি যোৱা হাতীজনীলৈ চাই চাই বৰুৱাই মাথোন হাঁহি উঠিল—এটা আত্মতৃপ্তিৰ হাঁহি।

তাৰ পিছতেই সেইখন ঘৰলৈ আহিছিল প্ৰতিমা দেৱী। নিজে ছোৱালী চাই বৰ হেঁপাহেৰে বিয়া কৰাই আনিছিল প্ৰতিমা দেৱীক। ককায়েকে বিয়া কৰোৱা নাই। গতিকে ভায়েকে বিয়া নকৰায়। এয়া নীলকমল বৰুৱাৰ আপত্তি। কিন্তু সেই আপত্তি নৰজিল।

বিয়াৰ পিছদিনা। দৰা-কইনাই দেউতাক দেৱকমল বৰুৱাৰ ভুভৰি চুই সেৱা কৰিছিল। দেউতাকৰ ওচৰতে থিয় হৈ আছিল ককায়েক ইন্দ্ৰকমল বৰুৱা। ইন্দ্ৰকমল বৰুৱাই হাঁহি হাঁহি দেউতাকক কৈছিল: মই নোৱাৰিলোঁ দেউতা। কিন্তু নীলকমলে পাৰিলে। আপোনাৰ মনৰ শূন্যতা আৰু তৰালিৰ অভাৱ পূৰণৰ কাৰণে নীলকমলক পুৰস্কৃত কৰা উচিত। আপুনি অনুমতি দিলে অহাবাৰলৈ চিকাৰত হোৱা সমুদায় লাভৰ ধন প্ৰতিমাৰ নামত বেঙ্কত থোৱাৰ কথা ভাবিছোঁ। সেই ধনৰ ওপৰত আমাৰ কাৰো অধিকাৰ নাথাকিব।

বৰকোঁৱৰৰ কথা শুনি দৰা-কইনাক আশীৰ্ব্বাদ দিবলৈ বৃদ্ধ দেউতাকে পাহৰি গ'ল। ডিঙিটো বেঁকা কৰি পুতেক ইন্দ্ৰকমললৈ চাই হাঁহিছিল। অৰ্থ: তোৰ ইচ্ছাই পূৰ্ণ হওক বৰমইনা।

খনিকৰে সজা প্ৰতিমাৰ দৰে ৰূপহী প্ৰতিমা দেৱী আছিল জীৱন্ত প্ৰতিমা। লক্ষ্মীৰ দৰে ভাগ্যৱতী। প্ৰতিমাক বিয়া কৰাই অনাৰ পিছৰ বছৰটোতে চিকাৰত লাভ হৈছিল আটাইতকৈ বেছি। ইমান লাভ কোনো বছৰে হোৱা নাই। ইমান সংখ্যক হাতী তেওঁ জীৱনতে ধৰি পোৱা নাই। তাতকৈও প্ৰত্যেকটো হাতী ইমান সৰহ দামত বিক্ৰী হৈ যোৱাটো সঁচাকৈয়ে তাৎপৰ্য্যপূৰ্ণ।

পত্নীৰ ভাবুকিয়ে বৰুৱাক টলাব নোৱাৰিলেহেঁতেন। কিন্তু প্ৰতিমা? প্ৰতিমাৰ অনুনয়-বিনয় উপেক্ষা কৰাৰ সাহস তেওঁৰ নহ'ল।

একো নকৰাকৈ খাই শুই কটোৱা দিনবোৰ বৰ দীঘল। অসহনীয়। ৰাতিবোৰ নুপুৱায়। দিনবোৰ নাযায়। বৰুৱাৰো সেয়ে হ'ল। অধৈৰ্য্য-চঞ্চল হৈ পৰা বৰুৱাই মাজে মাজে চিঞৰি উঠে: আৰু নহয় মুকুলিকা। এয়া অসহ্য। মোক মুক্তি দিয়া।

মুকুলিকাই বেঁকা হাঁহি এটা মা'ৰ স্বামীৰ ওচৰৰপৰা আঁতৰি যায়। যোৱাৰ আগতে সোঁৱৰাই দিয়ে: বনৰ হাতী বান্ধি ৰাখিব পাৰি। কিন্তু মন বন্ধা টান। মন বান্ধিবলৈ শিককচোন!

বৰুৱাই বুজি পায় সেই কথাৰ অৰ্থ কি? মুকুলিকাই তেনেদৰে

কিছুৰ ইংগিত দি যায়। গাভৰু পত্নীক ৰাজপ্ৰাসাদত অকলে এৰি থৈ বনে-জঙ্গলে ঘূৰি ফুৰা স্বামীৰ ওপৰত এয়া যেন মুকুলিকাৰ প্ৰতিশোধ।

নিৰুপায় হৈ বৰুৱাই প্ৰতিমাক কুতুৰে ঃ শৰীৰত মই যথেষ্ট শক্তি পাইছোঁ। মই পাৰিম প্ৰতিমা। তুমি মোক যাবলৈ অনুমতি দিয়া। বদ্ধ জীৱন মোৰ কাৰণে অসহ্য।

প্ৰতিমাই হাঁহে। বৰুৱা যেন বৰুৱা নহয়। হাতত ৰাইফল আৰু হাতী ধৰা ফান্দ লৈ বনে-জঙ্গলে ঘূৰি ফুৰা দুৰ্দ্দান্ত সেইজন বৰুৱা এইজন নহয়। আৰু এটা পিঠা বিচাৰি মাকৰ পিছে পিছে কুতুৰি ফুৰা এটা শিশু। অবুজ।

বেঁকাকৈ হাঁহি আলমিৰাৰপৰা প্ৰতিমাই উলিয়াই দিয়ে চিকাৰ সম্পৰ্কীয় কিছুমান শকত শকত পুথি। জাপ জাপ বিদেশী আলোচনী। এটাৰ পিছত আন এটা এলবাম। সেই পুথিবোৰৰ পাত লুটিয়াই বৰুৱাই ছবিবোৰ চায়। নিজ হাতে তোলা বনৰীয়া জন্তুৰ ছবিবোৰৰ লগত মিলায়। আলোচনীবোৰৰ পাত লুটিয়াই পঢ়ে আগ্নেয় অস্ত্ৰৰ বিৱৰণ। খাৰ্-বাৰুদৰ বিজ্ঞাপন। কেম্প জীৱনত প্ৰয়োজন হোৱা নানাবিধ সঁজুলিৰ বৰ্ণনা।

এদিনৰ ঘটনা।

চাহ দিবলৈ অহা প্ৰতিমাক বিজ্ঞাপন এখন দেখুৱাই বৰুৱাই কৈছিল ঃ 'হেভী হাই ভেলোচিটিৰ এই নতুন মডেলৰ ৰাইফল' কেইটামান অনোৱাৰ কাৰণে তাক ক'বাচোন প্ৰতিমা। কলিকতাৰ যি কোনো ফায়াৰ-আৰ্মচ্ ডিলাৰলৈ লিখিলেই পঠিয়াই দিব।

দিন পুৰণি হয়।

কেইসপ্তাহমান পিছৰ এদিন দুপৰীয়া।

মহলৰ নতুন খবৰ লৈ আহিছিল ডাক ৰাণাৰ। আগদিনাখন ধৰা হাতীৰ সংখ্যাটো শুনি হাঁহি মন্তব্য দিছিল ঃ হাতী নে পুথিমাছৰ জাক? মানুহে চেঙেলি মাছৰ পোনাও এনেদৰে ধৰিব নোৱাৰে ; বুইছ?

কিন্তু তেওঁৰ সেই ৰগৰ আছিল ক্ষন্তেকীয়া। বিজুলীৰ ৰেখাৰ দৰে

ক্ষণস্থায়ী। কাৰণ পিছ মুহূৰ্ত্ততে বনমালাৰ খবৰটো শুনি তেওঁৰ মুখ ক'লা পৰি গৈছিল। বাৰিষাৰ জলদ ভৰা মেঘৰ দৰে হৈ পৰিছিল মুখৰ বৰণ। তাৰ পিছত সৰু ল'ৰা এজনৰ দৰে ফেঁকুৰি উঠিছিল ৰায়চাহাব ইন্দ্ৰকমল বৰুৱা।

ৰায়চাহাব উপাধিটো তেতিয়ালৈকে তেওঁ চৰকাৰৰপৰা পোৱা নাছিল। পাইছিল বহুদিন পিছত।

বনমালা আৰু ইন্দ্ৰকমল বৰুৱা।

এশ একুৰি কাহিনীৰ সমষ্টি বনমালা। বনমালা—বনমালা নাছিল। আছিল বনকুঁৱৰী। এটা পৰিয়ালৰ ভাগ্যলক্ষ্মী। মুকুলিকাক তেওঁ যিমান ভাল পোৱা নাছিল, তাতকৈও বেছি ভাল পাইছিল বনমালাক।

প্ৰতিমাক তেওঁ ভাল পাইছিল। মৰম কৰিছিল। হিয়া উজাৰি দিয়া সেই ভাল পোৱা, সেই মৰম আছিল ভনীৰ মৰম। ভাতৃ-পত্নীৰ প্ৰতি থাকিবলগীয়া গভীৰ স্নেহ।

কিন্তু বনমালা ?

বনমালাৰ প্ৰতি প্ৰেম আৰু ভালপোৱাৰ তুলনা নাই। বিশ্বাসী, চতুৰা বনমালা আছিল পত্নীতকৈও প্ৰেয়সী; পুত্ৰতকৈও চেনেহৰ। মৰমৰ! আদৰৰ।

বনমালাৰ শোকত দুদিনলৈ পানী এটুপিও স্পৰ্শ নকৰা বৰুৱাক সান্ত্বনা দিবলৈ যত্ন কৰিছিল মুকুলিকাই। বাৰে বাৰে চেষ্টা কৰিছিল প্ৰতিমাই। বৰুৱাই নাখালে তেওঁলোকেও ভাত-পানী নাখাওঁ বুলি ঠেহ পাতিছিল। খোৱা নাছিল। তথাপি তেওঁলোকে বৰুৱাক গাখীৰ এগিলাচো খুৱাব নোৱাৰিলে। বুজনি দিবলৈ অহা প্ৰতিমা আৰু মুকুলিকাই শুনিবলগীয়া হৈছিল বনমালাৰ কাহিনী। এটাৰ পিছত আন এটা। বৰুৱাই কৈ গৈছিল।

বনমালাতকৈও দেখনিয়াৰ আৰু চতুৰ কুন্‌কী বহুতো মই পাম। কিন্তু তাইৰ দৰে বিশ্বাসী আৰু সুলক্ষণা কুন্‌কী আৰু জীৱনতে নাপাম।

তোমালোকে মোক বিশ্বাস কৰিবলৈ টান পাবা। অৰণ্যৰ মাজৰ ভয়াবহ কাহিনীবোৰ শুনিলে গা জিকাৰ খাই উঠিব। হয়তো কাহানিও মোক চিকাৰলৈ যাবলৈ অনুমতিকে নিদিবা। তথাপি আমি চিকাৰলৈ যাওঁ। মোৰ দৰে হেজাৰ মানুহে হাতী ধৰে। বনৰীয়া হাতীৰ ব্যৱসায় কৰি কোনোবা হয় লাখপতি আৰু কোনোবা হয় কাঙাল। বনৰ মাজে মাজে ঘূৰি ফুৰা সোণৰ চলমান পৰ্ব্বতৰ ব্যৱসায়—ভাগ্যৰ ব্যৱসায়। বহুতো পত্নীৰ কপালৰ ৰঙা ফোট মচা যোৱা ব্যৱসায়। তথাপি আমি চিকাৰলৈ যাওঁ—কাৰণ আমাৰ লগত থাকে পত্নীতকৈ বিশ্বাসী, মাতৃতকৈও স্নেহময়ী কুন্‌কী। চিৰবাধ্য, চিৰঅনুগত ৰাইফল।

মই প্ৰথম চিকাৰলৈ যোৱাৰ কেইবছৰমানৰ পিছৰ কথা। ইতিমধ্যে মই হাতী ধৰাৰ কৌশল শিকি লৈছিলোঁ। ফান্দীৰ ওপৰত নিৰ্ভৰ নকৰাকৈ মই নিজে বহুতো হাতীৰ ডিঙিত ফান্দ লগাইছোঁ।

সেইবাৰ কেম্প পতাৰ কেবা সপ্তাহো পিছলৈকে আমি এনেয়ে বহি থাকিবলগীয়া হৈছিল। এদিনৰ বাহিৰে মহলত হাতি পৰা নাছিল। হাতী নপৰিলে মানুহবোৰ বৰ এলেহুৱা হৈ পৰে। কাম-বন একো নাথাকে। মাউত, ফান্দী, ঘাঁহীবোৰে ভাং খাই সময় কটায়। কিন্তু হাতী পৰিলেই গাত তত নাইকিয়া হয়। কেবাদিনো অশান্তিৰে কটোৱাৰ পিছত হঠাৎ এদিন খবৰ পালোঁ, হাতী পৰিছে। আমি আটাইবোৰ সাজু হৈয়ে আছিলোঁ। সেইটোৱে নিয়ম। কাৰণ কেতিয়া হাতী পৰে ঠিক নাই।

অইন দিনা ৰাতিপুৱাই আমি খাই-বৈ লওঁ। কিন্তু সিদিনা আমাৰ কাৰো খোৱা-বোৱা হোৱা নাছিল। কাৰণ ইমান সোনকালে হাতী পৰিব বুলি আমাৰ ধাৰণা নাছিল। অৱশ্যে আৰু অকণমান সময় অপেক্ষা কৰি আমি খাই-বৈও যাব পাৰিলোহেঁতেন। কিন্তু ইমান কেইটা বন্ধ্যা দিনৰ অপেক্ষাৰ পিছত হাতী পৰাৰ খবৰটো শুনি আমি উত্তাৰল হৈ পৰিলোঁ। খোৱা-লোৱাৰ কথা পাহৰি গলোঁ। আমি যেন ৰণাঙ্গনৰ সৈনিক' আগবাঢ়ি অহা শত্ৰু সৈন্যক ভেটা দিবলৈ

যোৱাৰ ক্ষিপ্ৰতাৰে হাতীৰ অনুসন্ধানত গভীৰ অৰণ্যৰ মাজত সোমালো গৈ।

কিন্তু ভাগ্য সুপ্ৰসন্ন নহ'লে মানুহে হেজাৰ চেষ্টা কৰিও একো কৰিব নোৱাৰে। বাৰে বাৰে ব্যৰ্থ হোৱাৰ বাহিৰে লাভ একো নহয়। ছেদেলি-ভেদেলি হৈ পৰা হাতীৰ সৰু জাক এটা অনুসৰণ কৰি আমি গভীৰ অৰণ্যৰ মাজত সোমাই পৰিছিলোঁ। কিন্তু তালৈ আমাৰ লক্ষ্য নাছিল। সময়ৰ কথাও পাহৰি গৈছিলোঁ। আনবোৰ মানুহ কেনি গ'ল সেই কথাৰ উমান নাপালো। আমি যেন সম্মোহিত হৈ পৰিছিলোঁ।

ইতিমধ্যে বেলি ডুবিছিল। পৃথিৱীৰ বুকুলৈ নামি আহিল সন্ধিয়াৰ পাতল এন্ধাৰ।

চাৰিওফালে ভয় লগা ডাঠ হাবি। তাৰ মাজত আমি মাথোন তিনিটা প্ৰাণী। মই, মাউত আৰু বনমালা। ব্যৰ্থতাৰ বেদনাত মন ভাৰাক্ৰান্ত। কিন্তু তেতিয়া উভতি অহাৰ বাহিৰে আন কোনো উপায় নাছিল। জয়ী হোৱাৰ আশা নাই।

বাহৰমুখী বাটটোৰে আমি এমাইলমান আহিছিলোঁ হবলা। হঠাতে থমকি বৈ বনমালাই শুঁৰডাল ওপৰলৈ তুলি আমাক ইঙ্গিত দিলে। সাৱধান হোৱাৰ ইঙ্গিত। বিপদ নতুবা চিকাৰৰ সঙ্কেত। সুতীক্ষ্ণ দৃষ্টিৰে চাৰিওফালে ঘূৰি চালোঁ। কিন্তু ক'তো একো চকুত নপৰিল।

তেন্তে বনমালাই এনেদৰে ঘন ঘনকৈ উশাহ লোৱাৰ অৰ্থ কি? এয়া যে চিকাৰ নতুবা শত্ৰুৰ সন্মুখীন হোৱাৰ সঙ্কেত।

এনেতে গভীৰ অৰণ্যৰ চৰাই এটাই চিঞৰি উঠিল। নাম নজনা চৰাইৰ এটা ভয় লগা মাত। আমাৰ ভুল হ'লেও বনমালাৰ ভুল হোৱা নাছিল। দৃষ্টিশক্তিৰ ওপৰত বিশ্বাস আমাৰ হেৰাই গ'ল। পঞ্চাশ গজমান আঁতৰত এটা শিল। শিলটোৰ আৰত থিয় হৈ আছে এটা প্ৰকাণ্ড মখনা। মূৰটো তললৈ গুজি কাণ দুখন বহলাই বৈ

থকা ভঙ্গীটো দেখি বুজিছিলোঁ ঃ সেয়া আক্ৰমণৰ লক্ষণ। অজ্ঞাতেই মোৰ হাতখন গৈ বনমালাৰ পিঠিত দ'মকৈ ৰখা ফান্দৰ ৰছীত পৰিল। মাউতজনে হাওলি মোক কিবা এটা ফুচ্ফুচাই কৈছিল। কিন্তু মই বুজি পোৱা নাছিলোঁ।

মুহূৰ্ত্ত নহয় পলক। মই শিহৰি উঠিলোঁ। আক্ৰমণ কৰিবলৈ খেদি অহা হাতীলৈ ফান্দ দলিওৱা মানেই যে মৃত্যু অৱশ্যম্ভাৱী সেই কথা বুজিবলৈ মোৰ সৰহ সময় নালাগিল। পলায়নমান হাতীৰ পিছ ফালৰপৰা ফান্দ দলিওৱা নিয়ম।

মুহূৰ্ত্তও ব্যয় নকৰি ৰাইফলটো হাতত তুলি ললোঁ। মখনাটো আগুৱাই আহি বেঞ্চৰ ভিতৰত সোমালেই ট্ৰিগাৰ টানিম। সময় আগবাঢ়িল। কিন্তু ক'তা? সিচোন আগবাঢ়ি অহা নাই। আগবাঢ়ি অহাৰ লক্ষণো চকুত নপৰিল। আক্ৰমণাত্মক ভঙ্গী লৈ একে ঠাইতে ৰৈ থকা মখনাটোৰ ওচৰলৈ লাহে লাহে আগুৱাবলৈ ভৰিৰে ইঙ্গিত দিলোঁ বনমালাক।

মখনাটো আগবাঢ়ি অহা নাছিল। আগবাঢ়ি গৈছিল বনমালা। তাৰ পিছত বনমালাক ৰখাবলৈ সঙ্কেত দিলোঁ। তাতকৈ আৰু বেছি আগুৱাই যোৱাটো নিৰাপদ নহয়। লক্ষ্য স্থিৰকৈ ট্ৰিগাৰ টানিবলৈ মই সাজু হৈছোঁ। আৰু এমুহূৰ্ত্ত পলম হোৱা হ'লেই মোৰ ৰাইফলে গৰজি উঠিলহেঁতেন। ঠিক সেই মুহূৰ্ত্ততে মাউতজনে চিঞৰি উঠিল ঃ দেউতা!

এটা অস্বাভাৱিক চিঞৰ।

মই স্তব্ধ হৈ গলোঁ। মাউতজনলৈ ঘূৰি চোৱাৰ সময় নাই। যদি সেই অৱসৰতে সি আমাক খেদি আহে? আক্ৰমণ কৰে?

"ৰাইফল নমাওক দেউতা!"

"কিয়?" প্ৰশ্ন নহয়; যেনিবা বুলেট।

"সেইটো আমাৰ হেৰোৱা মখনা।" এটা কঁপা কঁপা মাত।

হুবৰ কথা শুনি ৰাইফলটো নমাই নিৰিখি চালোঁ। তেতিয়াহে

চকুত পৰিল : সি মিছা কোৱা নাই। মখনাটোয়ে ওচৰৰ গছৰ ডাল-পাতবোৰ মহতিয়াই পেলাইছে। ঠাইডোখৰ দেখি বুজিলোঁ—দুই-তিনি দিন আগৰপৰাই সি সেই ঠাইতে আবদ্ধ হৈ বৈ আছে।

চাৰিদিন আগতে হাতী এটা ধৰিছিলোঁ। দুৰ্দ্দান্ত মখনা। ফান্দ লগোৱা মখনাটোৰ লগত যুজি যুঁজি আমি হাইৰাণ হৈ পৰিছিলোঁ। ভাগৰি পৰিছিল বনমালা। আমাক সহায় কৰিবলৈ ওচৰত আন কোনো কুন্‌কীও নাছিল। ইফালে বেলি পাতত বহিছে। চেফ্‌টি ৰোপ লগাবলৈ বাৰে ব'ৰে ব্যৰ্থ হৈ আমি হতাশ হৈ পৰিলোঁ। ফান্দ লগোৱা হাতীয়ে সাধাৰণতে পলাবলৈ বিচাৰে। কিন্তু আক্ৰমণ কৰিবলৈ কেতিয়াও খেদি নাহে। বন্দী মখনাটোৰ ক্ষেত্ৰত কিন্তু তাৰ ব্যতিক্ৰম ঘটিল। বাৰে বাৰে আক্ৰমণ কৰিবলৈ খেদি অহা মখনাটোৰপৰা আত্মৰক্ষা কৰি ৰছীডালৰ আনটো মূৰ গছ এজোপাত বান্ধি থ'বলৈ যত্ন কৰিছিলোঁ। কিন্তু কুন্‌কীজনীৰ পেটৰপৰা ফান্দটোৰ আনটো মূৰ সোলোকোৱাৰ লগে লগে মখনাটো আঁতৰি গ'ল। বনৰীয়া হাতীক হাতেৰে টানি ৰাখিব নোৱাৰি।

এটা দিনৰ পৰিশ্ৰম তেনেকৈয়ে আমাৰ নিষ্ফল হৈ গ'ল। কিন্তু আশা এৰা নাছিলোঁ। কাৰণ ৰছীডালৰ আনটো মূৰ ক'ৰবাত কেনেবাকৈ মেৰখাই লাগি ধৰিলে সি হয়তো বৈ যাব পাৰে। সেইআশাৰে পিছদিনা ওৰে দিনটো বিচাৰিলোঁ কিন্তু বনৰীয়া মখনাটোৰ কোনো সম্ভেদ নোলাল।

"দেউতা, পালোঁ—পালোঁ।"

হৰৰ চিঞৰত কিহৰ উল্লাস বুজিবলৈ মোৰ টান লাগিল। তাৰ চিঞৰ শুনি আমাৰ ওচৰৰ গছজোপাত নিশাৰ আশ্ৰয় ল'ব খোজা চৰাইজাক দূৰলৈ উৰি গ'ল। সেইবোৰলৈ মোৰ লক্ষ্য নাছিল। লক্ষ্য : মখনাটো। ভালদৰে নিৰিখি চাওঁতে চকুত পৰিল : মখনাটোক ফান্দ লগোৱা ৰছীডালৰ আনটো মূৰ দুটা শিলৰ ফাকত লাগি ধৰিছে। বিয়াগোম গাঁঠিটো শিলৰ ফাকত লাগি ধৰাত মুক্ত হৈও সি মুক্ত হ'ব পৰা নাছিল। আকৌ বন্দী হ'বলগীয়া হ'ল।

কিন্তু সেইডাল ফান্দেৰে আমাৰ কাম নহয়। ফান্দডাল শিলৰ ফাকৰপৰা টানি উলিয়ালেই মখনাটোয়ে আমাক টানি লৈ যাব। গতিকে আৰু অলপ আগুৱাই গৈ লগোৱা হ'ল আন এডাল নতুন ফান্দ।

ক'বলৈ যিমান সহজ ফান্দ লগোৱাটো আচলতে সিমান সহজ নাছিল। কাৰণ হৰই ফান্দ মাৰিবলৈ নতুবা বন্দুক চলাব নাজানে। শিলৰ ফাকৰপৰা গাঁঠিটো কেনেবাকৈ এৰাই গ'লেই মখনাটোয়ে আমাক খেদি আহিব। সেই অৱস্থাত ফান্দ এৰি ৰাইফলেৰে গুলীয়াই তাৰ গতিৰোধ কৰাৰ আগতেই সি আমাক মহতিয়াই পেলালেহেঁতেন।

সাহসেই সিদ্ধি। দ্বিতীয়বাৰ ফান্দ মুৰ পাতি লোৱা মখনাটোক যথেষ্ট শান্ত যেন লাগিল। শিলৰ ফাকৰপৰা ৰছীডাল এৰুৱাবলৈ বনমালাই আপ্ৰাণ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। আমি হতাশ হৈ পৰিলোঁ। বিবুদ্ধি হৈ মখনাটোক এৰি দিব খোজোঁতেই হৰ জঁপিয়াই উঠিল। হেৰোৱা পোৱাক এৰি দিলে বোলে লক্ষ্মী অসন্তুষ্ট। কিন্তু উপায় ?

উপায় এটা ওলাইছিল। আগৰ ৰছীডাল সোঁমাজতে কাটি মখনাটোক আঁতৰাই অনা হ'ল। মুক্ত হৈ সি আকৌ দুৰ্দ্দান্ত হৈ পৰিল। আমি কোনোমতে তাক সেও মনাব পৰা নাছিলোঁ। কিন্তু প্ৰথমবাৰতকৈ যথেষ্ট শান্ত যেন লাগিল। কিছু সময় যুঁজ-বাগৰ কৰাৰ পিছত সি বোধহয় ভাগৰি পৰিছিল। বনমালাৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। প্ৰথমতে যুঁজবাগৰ কৰি, ঠেহ পাতি আমনি দিছিল। আকৌ মুকলি হৈ যাব পাৰিম বুলি ভাবিছিল। কিন্তু যেতিয়া বুজিছিল সেয়া তাৰ নিষ্ফল দুৰাশা তেতিয়া সি শান্ত শিশু এটাৰ দৰে মানি লৈছিল বনমালাৰ নিৰ্দ্দেশ। অন্যাৰ্থত সেয়া তাৰ কৃতজ্ঞতা স্বীকাৰ। আত্মমৰণৰপৰা ৰক্ষা কৰা ত্ৰাণকৰ্ত্তাৰ প্ৰতি দেখুওৱা সৌজন্য।

বন্দী শান্ত হ'লেও ডাঠ হাবিৰ মাজৰ ৰাতিৰ এন্ধাৰত বিপদৰ শেষ নাই। এটাৰ পিছত আন এটা বিপদ। আমি বোধহয় বাট

হেরুৱাইছিলোঁ। পথ ভুল হৈছিল। কেম্পলৈ ঘূৰি অহাৰ পৰিৱৰ্ত্তে অভীৰ অৰণ্যৰ মাজলৈ সোমাই যোৱা যেন আমাৰ অনুমান হৈছিল। আনহাতে দেহ অৱশ। পেটত যেন জুইহে জ্বলিছিল। তদুপৰি নিশা গভীৰ হৈ অহাৰ লগে লগে চকুবোৰ মদ খাই আহিল। প্ৰথমতে জোৰকৈ চকু দুটা মেলি ৰাখিবলৈ যত্ন কৰিছিলোঁ। কিন্তু শেষলৈ অসহ্য হৈ পৰিল। চাবোনৰ ফেনে পোৱাৰ দৰে পুৰিবলৈ ধৰিলে।

হৰ বহুদিনীয়া পুৰণি মাউত। হাতীৰ বিষয়ে মোতকৈ তাৰ অভিজ্ঞতা যথেষ্ট সৰহ। বাট হেৰুওৱা বুলি সন্দেহ হোৱাৰ পিছত বনমালাক পথৰ নিৰ্দ্দেশ নিদি তাইৰ খুচি মতে যাবলৈ দিব নেকি মোক সুধিছিল। মখনাটো লগত থকা কাৰণে মই আপত্তি কৰিব খুজিছিলোঁ যদিও তাৰ কথাত প্ৰতিবাদ কৰাৰ ইচ্ছা নহ'ল। মৌনতা সন্মতিৰ লক্ষণ বুলি ধৰি লৈ বনমালাক শুনাই হৰই কৈ উঠিল: ঘৰ চলো মালা।

হৰৰ আদেশত বনমালা যোৱাৰপৰা থমকি ৰ'ল। তাৰ পিছত সোঁহাতলৈ ঘূৰি আকৌ খোজ ল'লে। মখনাটোয়ে পুনৰ আমনি দিছিল। তথাপি কৈছিলোঁ: মই আৰু নোৱাৰোঁ হৰ। চকু দুটা বৰকৈ পুৰিছে। মই শুই পৰিম। বনৰীয়াটোক এৰি দি নিৰাপদ হোৱাটোয়ে আমাৰ কাৰণে বুধিয়কৰ কাম হ'ব।

সি কিন্তু নামানিলে। মোক শুবলৈ কৈ সি জাগি থকাৰ আশ্বাস দিছিল যদিও মোৰ সন্দেহ হৈছিল। কাৰণ তাৰ চকু দুটাই কৈছিল: জাগি থকাটো তাৰ কাৰণে অসম্ভৱ।

তথাপি তাক বিশ্বাস কৰি হাতীৰ পিঠিত মই শুই পৰিছিলোঁ। ভাব: মই যেন আৰু কোনো দিনেই সাৰ নাপাম। বনমালাৰ পিঠিৰপৰা বাৰে বাৰে টানি নিব খোজা মখনাটোয়ে আমাক কেতিয়াও নিষ্কৃতি নিদিয়ে। সি আমাৰ টোপনিৰ সুযোগ লৈহে এৰিব।

তাৰপিছত কি হৈছিল—কি ঘটিছিল ক'ব নোৱাৰোঁ। এজাক মানুহৰ সমৱেত কণ্ঠৰ হাই-উৰুমিত মোৰ টোপনি ভাঙি গৈছিল।

ব্ৰহ্মমুহূৰ্ত্তৰ স্নাননী দিয়া চৰাইজাকে কোৰ্হাল কৰি ইফালে-সিফালে উৰি ফুৰিছে।

বনমালাৰ গুৰ্‌গুৰণি শব্দ এটা শুনি টোপনি ভাঙি যোৱা মানুহজাক কেম্পৰপৰা বাহিৰলৈ ওলাই আহি দেখিছিল : তম্বুৰপৰা এশ গজমান আঁতৰত থিয় হৈ আছে বনমালা। বনমালাৰ লগত সাঙোৰ খাই আছে এটা বনৰীয়া মখনা। সিহঁতৰ চিঞৰত আতঙ্ক। সিহঁতে ধৰি লৈছিল : আমাৰ মৃত্যু হৈছে। মাউত আৰু ফান্দীক বনৰীয়া হাতীটোৱে শুৰেৰে টানি নি গছকি কেনেকি পেলাইছে।

মানুহবোৰৰ চিঞৰত সাৰ পাই মই উঠি বহিলোঁ। মোক দেখি আনন্দত সিহঁত উৰুলিকৃত হৈ পৰিল।

কিন্তু হৰ ক'ত? হৰ ক'লৈ গ'ল? হৰক বিচাৰি চাৰিওফালে হৈ-চৈ লাগিল। কিন্তু হৰক আৰু পোৱা নগল হৰিষত বিষাদ নামিল।

ইতিমধ্যে মখনাটোক আঁতৰাই নিয়া হৈছিল। বনমালাক নিমখ এজেৰা আৰু কুঁহিয়াৰ এজোপা খুৱাই ঘাঁহীজনৰ হাতত তাইৰ দায়িত্ব দি কেম্পৰ চোতালত থিয় হলোঁহি। কেম্পৰ আটাইবোৰ মানুহ মোৰ চাৰিওফালে থুপ খাই পৰিল। হৰক বিচাৰি চাৰিওফালে মানুহ আৰু হাতী পঠিওৱা হ'ল। চাহ-জলপান খাই ময়ো যাবলৈ ওলাইছিলোঁ। কিন্তু আটাইবোৰে মোক জিৰণি ল'বলৈ কোৱাত হৰক বিচাৰি মোৰ আৰু যোৱা নহ'ল। বনমালাক পঠিয়াব পৰা হ'লে ভাল আছিল। কিন্তু সেয়া সম্ভৱ নহয়। ইমান পৰিশ্ৰম আৰু পথক্লান্তিৰ পিছত তাইৰ জিৰণিৰ প্ৰয়োজন। বৰং মোতকৈও তাইৰ কাৰণে জিৰণিৰ প্ৰয়োজন আছিল অত্যন্ত বেছি।

জগকইঁতে আশ্বাস দিছিল : হৰক বিচাৰি উলিয়াবলৈ সিহঁতৰ কোনো অসুবিধা নহয়। হাতীৰ খোজৰ চিন অনুসৰণ কৰি সিহঁতে হৰক বিচাৰি উলিয়াব।

তথাপি মোৰ সন্দেহ হৈছিল। হাবিৰ মাজত সিহঁতে বাট ভুল কৰা

স্বাভাৱিক। কাৰণ শুকান মাটিত হাতীৰ খোজৰ চিন বিচাৰি উলিওৱা কঠিন।

মই নিশ্চিত : সিহঁতে হয়তো হৰক বিচাৰি উলিয়াব পাৰিব। কিন্তু জীৱন্ত হৰক আমি আৰু ফিৰাই নাপাওঁ। টোপনিৰ সুযোগ লৈ মখনাটোয়ে তাক টানি নি গছকি পেলাইছে। টোপনিৰপৰা সাৰ পোৱাৰ আগতেই সি সাবটি ল'বলগীয়া হৈছিল মৃত্যুক। বনমালাই তাক ৰক্ষা কৰিব নোৱাৰিলে।

নিশ্চিত হ'লেও সেই কথাষাৰ মই কাৰো আগত প্ৰকাশ নকৰিলোঁ। অমঙ্গলীয়া কথা ক'বলৈ নাপায়। দুৰ্ভগীয়া হৰৰ কাৰণে মোৰ বেয়া লাগিল। তাৰ মৃত্যুৰ কাৰণে ময়ে জগৰীয়া। মখনাটোয়ে তাক মৰা নাই। তাক হত্যা কৰিছোঁ মই। হৰৰ কথা মুশুনি মখনাটোক মুকলি কৈ দিয়া হ'লেই তাৰ এই দুৰ্দ্দশা নহ'লহেঁতেন।

হৰক বিচাৰি প্ৰায়বোৰ মানুহ আঁতৰি 'গ'ল। ভাত এমুঠি খাই মই বিচনাত পৰিলোঁগৈ। কিন্তু টোপনি নাহিল। মই শান্তি পোৱা নাছিলোঁ। হৰৰ কাৰণে মনটোৱে কান্দিছিল। মোৰ ভুলৰ কাৰণেই আমি তাক হেৰুৱাব লগা হলোঁ। জোৰকৈ চকুদুটা মুদি দিব খুজিলেই সন্মুখত ভাহি উঠে এটা ৰক্তাক্ত দেহ। পেটৰ নাড়ী-ভুঁৰি উলিয়াই চিনিব নোৱাৰাকৈ পিহি পেলোৱা এটা মাংসপিণ্ড।

কিমান সময় পাৰ হৈ গৈছিল ক'ব নোৱাৰোঁ। মোৰ বোধহয় চিল্‌মিল্‌কৈ টোপনি আহিব খুজিছিল কোনোবা এজনৰ মাতত থক্‌মক্‌কৈ উঠি ৰাইফলটো খেপিয়াই বিচনাতে বহি পৰিলোঁ। হাতী পৰাৰ খবৰ দিবলৈ জগোৱা বুলি মানুহজনৰ মুখলৈ চালোঁ। লগে লগে চকুত পৰিল হাতৰ ঘড়ীটো। দুটা বাজিছে।

হাতী পৰিলেও নিষ্ক্ৰিয় হৈ বহি থকাৰ বাহিৰে কৰিবলৈ একো নাছিল। ঘাঁহী আৰু বন্ধুৱা কেইজনমানৰ বাহিৰে কেম্পত আন কোনো মানুহ নাই। মাউত, ফান্দী আটাইবোৰে হাতী লৈ হৰক বিচাৰি গৈছে। হঠাৎ মনত পৰিল : বনমালা আছে। কিন্তু মাউত?

"মানুহবোৰ উভতি আহিল নে? হৰৰ কি সন্ধান পালে?"

ওচৰতে থিয় হৈ থকা মানুহজনৰ মুখলৈ চাই সুধিলোঁ। সেইজন বনমালাক ঘাঁহ যোগোৱা ঘাঁহী। কিন্তু তাৰ মুখখন ইমান শেঁতা কিয়?—ইমান বিবৰ্ণ? হৰক বিচাৰি যোৱা মানুহ আৰু হাতীবোৰ তেন্তে উভতি আহিল নেকি? সিহঁতে কঢ়িয়াই আনিছে হৰৰ মৃত্যু সংবাদ নতুবা তাৰ চিনিব নোৱাৰা ৰক্তাক্ত মৃতদেহ?

ঘাঁহীজনে কি কৈছিল প্ৰথমতে বুজি পোৱা নাছিলোঁ। হৰৰ কথাৰ সলনি আন কিবা কথা কোৱা যেনহে লাগিল। ভয়ত কঁপি কঁপি ঘাঁহীজনে কোৱা বেবেৰি-বাং কথাবোৰ সুবুজা দেৱান যেন লাগিল। তাৰ পিছত গৰজি উঠিছিলোঁ: বনমালা ক'লৈ গ'ল? তাইক বান্ধি থোৱা নাছিলি কেলেই?

মোৰ গৰ্জ্জনত তাৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল। উত্তৰ দিয়াৰ সাহস নহ'ল। খণ্ডত মই অধৈৰ্য্য হৈ পৰিলোঁ। ইচ্ছা হৈছিল: তাক যেন গুলীয়াই মাৰি পেলাম।

কিন্তু বেচেৰাৰ কি দোষ? সি মাউত নহয়; ঘাঁহী। কেইদিনমান আগতে মাথোন কামত সোমাইছে। মাউত হোৱাৰ হেপাহত বুঢ়া বাপেকটোৰ মূৰত পথাৰৰ কাম-বন জাপি দি ঘাঁহী হৈ সোমাইছে। এটা মস্ত অঁকৰা। গোট গৰু। বনমালাক বান্ধি থ'বলৈ তাৰ সাহস ক'ত? হৰক যে বনমালাই জঙ্গলৰ মাজত মাৰি থৈ অহা নাই তাৰেই বা প্ৰমাণ কি?

কি কৰিম? বনমালাক বিচাৰি ক'লৈ যাম? একো ঠিক কৰিব পৰা নাছিলোঁ। তাইক বিচাৰি যাবলৈ কেম্পত হাতী এটাও নাই। তথাপি মনে নামানিলে। ৰ'ইফলটো পিঠিত পেলাই হাবিৰ মাজ পালোগৈ। মখনাটোয়ে তেনেহলে হৰক মৰা নাই? বনমালাই মাৰিছে? বনৰীয়া প্ৰকৃতি জাগি উঠিলে ঘৰচীয়া হাতীয়ে মানুহ নামাৰে। আপ্ৰাণ চেষ্টা কৰিও মাউতক ৰক্ষা কৰিবলৈ যত্ন কৰে। মানুহ মৰাৰ পিছত ঘৰচীয়া হাতীবোৰ সুস্থিৰ হৈ থাকিব নোৱাৰে। বনলৈ যাবলৈ বিচাৰে।

হাতী নোহোৱাকৈ বনমালাক বিচাৰি অহাটো তেন্তে মোৰ উচিত হোৱা নাই। তাইক বিচাৰি পালেও ঘৰলৈ ওভোতাই নিয়া সম্ভৱ নহ'ব। তাই মোকো হয়তো আক্ৰমণ কৰিব পাৰে। বনৰীয়া হাতী ভাল। সিহঁতে মানুহক কেতিয়া আক্ৰমণ কৰে বুজিব পাৰি। কিন্তু ঘৰচীয়া হাতীয়ে মানুহ মাৰিবলৈ ল'লে সিহঁতৰ স্বভাৱ বুজিব নোৱাৰি।

মই থমকি ৰলোঁ। হাতী নোহোৱাকৈ খোজকাঢ়ি যিমান দূৰলৈ যোৱা সম্ভৱ তাতকৈও বহুত বেছি দূৰলৈ আগবাঢ়ি গৈছোঁ। কিন্তু বন-মালাৰ ক'তো চিন-ছাপ নাই। তাতকৈ আগবাঢ়ি যোৱাৰ আৰু উপায়ো নাছিল। চাৰিওফালে ডাঠ হাবি। বেতৰ জাৰণি। কাঁইটীয়া বনৰ জোপোহা। সেই হাবি-জঙ্গল ভাঙি হাতী যোৱাৰ কোনো চিন চকুত নপৰিল। তেনেবোৰ ঠাইত ঢেকীয়াপতীয়াৰ অবাধ ৰাজত্ব। তদুপৰি বেলি তেতিয়া লেহিয়াইছে।

উভতি আহি কেম্প পাওঁতে পাঁচ বাজিল। তেতিয়ালৈকে হৰক বিচাৰি যোৱা মানুহবোৰৰ কোনো এজনো ফিৰি অহা নাই। হাতী নহ'লে বনমালাক বিচাৰি যোৱা অসম্ভৱ। সিদিনাই বনমালাক বিচাৰি উলিয়াব নোৱাৰিলে পিছদিনালৈ তাই গৈ পাহাৰ পাবগৈ। বনৰীয়া হাতীৰ জাকত সোমাব। হাতী নোহোৱাকৈ তাইক বিচাৰি হাবিত সোমাব নোৱাৰি।

খঙে চুলিৰ আগ পালেগৈ। কেম্পত যি কোনো এটা হাতী থকা হ'লেও মোৰ ইমান খং নুঠিলহেঁতেন। সেই হাতীটোকে লৈ মই অকলে বনমালাক বিচাৰি গলোহেঁতেন।

আধা ঘণ্টামান পাৰ হৈ গৈছিল। মোৰ মূৰ্ত্তি দেখি কোনো মানুহ মোৰ ওচৰলৈ অহাৰ সাহস কৰা নাই। আবেলিৰ চাহো খোৱা নাছিলোঁ। চাহ' দিবলৈ মোৰ ওচৰলৈ অহাৰ কাৰণে ৰান্ধনি বাপুয়ে ভয় খাইছে।

ডিঙি মেলি মেলি চাৰিওফালে ঘূৰি চাইছোঁ। মানুহবোৰলৈ অপেক্ষা কৰি অধৈৰ্য্য হৈ পৰিছোঁ।

হঠাতে চকুত পৰিল এটা হাতী। মই যিকালে বনমালাক বিচাৰি গৈছিলোঁ। তাৰ বিপৰীত ফালৰপৰা কোনোবা এজন উভতি আহিছে। মনটো অলপ ভাল লাগিল। লবালবিকৈ চাহ একাপ খাই জিৰণি দিবলৈ বান্ধনি বাপুক চিঞৰিলোঁ।

আচৰিত! মই ভুল দেখিছোঁ নেকি? চকুহুটা মোহাৰি নিৰিখি চালোঁ। সেয়াচোন বনমালা। কেম্পৰ ওচৰলৈ আগবাঢ়ি অহা বন-মালাক বনমালা নহয় বুলি ভুল কৰাৰ কোনো কাৰণ নাছিল। আনন্দত কিবাকিবি পাৰি মই আগবাঢ়ি গলোঁ। তেতিয়াহে ঘাঁহীজনৰ মুখলৈ পানী আহিল। কেম্পত থকা বন্দুৰা, ঘাঁহী, বান্ধনি আটাইবোৰে মোৰ পিছে পিছে ঢাপলি মেলিলে।

মই দৌৰি গৈ তাইৰ কাণ এখনত খোজোঁতেই কুন্‌কীজনী মোৰ সন্মুখত আঁঠুকাঢ়ি পৰিল। সেয়া পিঠিত উঠি বহিবলৈ কৰা তাইৰ মৌন আমন্ত্ৰণ।

তাইক দেখি আমি বোধহয় পাগল হৈ পৰিছিলো—আনন্দত। ইমান সময়ে তাইলৈ ভালদৰে লক্ষ্যই কৰা নাছিলোঁ! কিন্তু তাইৰ পিঠিত সেইটো কি? এয়া যে অবিশ্বাস্য! তাইৰ পিঠিৰ ওপৰত ঢেকীয়াপতীয়া বাঘ এটা দেখা হ'লেও আমি কিজানি সিমান আচৰিত নহলোহেঁতেন। হওদা বন্ধা ৰছীৰ মাজত তুভৰি সুমুৱাই বনমালাৰ ডিঙিৰ ওপৰত অচেতন হৈ পৰি আছে হৰ। মৃত নে জীয়া তাক দেখি সেই কথা বুজাৰ কোনো উপায় নাই।

হায় ভগৱান! বনমালাক কিয় ভাষাহীনকৈ সৃজন কৰিলা? তাইৰ কণ্ঠত ভাষা দিয়া। ক' বনমালা, হৰক তই ক'ত পালি? কেনেকৈ পালি? তই ক'লৈ গৈছিলি?

এই সময়ত তোৰ নীৰৱতা যে মোৰ কাৰণে অসহ্য! অসহনীয়!

কেম্পৰ সন্মুখত বৈ যোৱা বনমালাৰ পিঠিৰপৰা কেইজনমানৰ হতুৱাই দাং-দোলাকৈ হৰক ভিতৰলৈ লৈ যোৱা হ'ল। বিছনা এখনত শুৱাই চকু-মুখত পানী মৰাৰ পিছত বহু সময়ৰ পিছে পিছে বৰ ক্ষীণভাৱে সি

উশাহ ল'বলৈ ধৰিলে। বুজিলোঁ: হৰ মৰা নাই। জীয়াই আছে। ততাতৈয়াকৈ সেক আৰু মালিচ দিয়াৰ ব্যৱস্থা কৰি গ্লুক'ছ মিহলাই এচামুচ-দুচামুচকৈ কুহুমীয়া গাখীৰ একাপ খুৱাই দিলোঁ। গাত গৰম কম্বল কেইখনমান জাপি দি কোনোবা এজনে হেঁচি ধৰিছিল।

তাক বিচাৰি যোৱা মানুহবোৰৰ সৈতে ডাক্তাৰবাবুও ৰাতিপুৱাই ওলাই গৈছিল। উভতি আহি পোৱা নাই। ডাক্তৰবাবু উভতি আহি পোৱালৈকে সি জীয়াই থাকিব বুলি আমি আশা কৰা নাছিলোঁ। 'কৰামিন' ইন্‌জেক্‌শ্যন এটা 'পুচ' কৰিবলৈকেও ঔষধ নতুবা যন্ত্ৰ-পাতি একো নাছিল। প্ৰয়োজন হ'ব পাৰে বুলি ঔষধৰ বেগটো ডাক্তৰবাবুৱে লগতে লৈ গৈছিল।

মৃত্যু যিমান সহজ বুলি ভাবোঁ—আচলতে মৃত্যু সিমান সহজ নহয়। আমি ভবাৰ দৰে জীৱন ইমান ঠুনুকা হোৱা হ'লে বিশ্ব-জনসংখ্যা ইমান নাবাঢ়িলহেঁতেন। হৰৰ বেলিকাও সেয়ে হ'ল। লাহে লাহে সি সুস্থ হৈ আহিল। স্বাভাৱিক হৈ পৰিল তাৰ শ্বাস-নিশ্বাস।......

সুস্থ হৰৰ মুখত শুনিছিলোঁ: মোক কথা দিছিল যদিও সি কথা ৰাখিব পৰা নাছিল। টোপনি আৰু দেহৰ ক্লান্তিয়ে তাক অৱশ কৰি তুলিছিল। টোপনি গৈছিল। এবাৰ সাৰ পাই দেখিছিল মখনা আৰু বনমালাৰ লগত ডবৰা-ডবৰি লাগিছে। মখনাটোৱে শুঁৰ দাঙি হৰক টানি নিব খুজিছে। কিন্তু বাধা দিছিল বনমালাই। নিষ্ফল আক্ৰোশত বনৰীয়াটোৱে বনমালাক হেলনীয়া গছ এজোপাৰ তলেৰে টানি লৈ গ'ল। তাই খোপনি পুতিও ৰ'ব নোৱাৰিলে। সি কিং-কৰ্ত্তব্য-বিমূঢ় হৈ গছ-জোপাৰ হেলনীয়া ডাল এটাত থাপ্ মাৰি ধৰিছিল। নহ'লে গছজোপাত খুন্দা খাই সি চূৰ্ণ-বিচূৰ্ণ হৈ গ'লহেঁতেন। সেই সময়ত হাতীজনীৰ পিঠিত হাওলি উবুৰি খাই পৰাৰ সময় নাছিল।

এন্ধাৰত সি দেখিছিল হাতী দুটাৰ এখন তয়াময়া যুঁজ। বনমালা থমকি ৰ'ব খোজে। মখনাটোৱে টানি লৈ যায়। গৈছিল।

তাক তেনেদৰে এৰি থৈ যোৱাৰ পিছত বনমালাক অনুসৰণ কৰাৰ

সাহস আৰু শক্তি নহ'ল। তাতে আকৌ আঁউসী ৰাতিৰ গভৰ অন্ধকাৰ......।

ৰাতিপুৱা।

মদপী মানুহৰ দৰে ঢলং-পালংকৈ হাতীৰ খোজ অনুসৰণ কৰি সি কেম্পলৈ উভতিছিল। কেইখোজ আহে আৰু জিৰণি লয়। তেনেদৰে কেইমাইলমান খোজকাঢ়ি অহাৰ পিছত তাৰ চকুত পৰিছিল অকলশৰীয়া বনমালাক। তাই তাৰ ওচৰলৈ আগুৱাই আহিছে। বনমালাক দেখি তাৰ মনলৈ আশা আহিল। তাইৰ পিঠিত উঠি ৰছীৰ মাজত সুভৰি সুমুৱাই বহাৰ লগে লগে মূৰটো আচন্দ্ৰাই কৰি দিছিল। তাৰপিছত সি আৰু নাজানে।......

তাই এবাৰ মোৰ জীৱনো ৰক্ষা কৰিছিল।

ভূটান পাহাৰৰ নামনিত ঘটা আন এটা ঘটনা।

পাহাৰ আৰু ভৈয়ামৰ সীমাৰেখাৰ কেইমাইলমান নামনিত। জন-বসতি সেৰেঙা। কেইঘৰমান কছাৰী মানুহৰ এটা সৰু বস্তি।

পাহাৰৰপৰা এটা দঁতাল গুণ্ডা হাতী নামি আহি বস্তিত উপদ্ৰৱ আৰম্ভ কৰিছিল। খবৰ পাই জিলাৰ উপায়ুক্তই মোক অনুৰোধ কৰিছিল: হাতীটো মাৰিব নোৱাৰিলেও খেদি পঠিয়াব লাগে। বৰ দুৰ্দ্দান্ত গুণ্ডা হাতী। চৰকাৰৰপৰা তেনে সন্মানৰ আমন্ত্ৰণ পোৱা চিকাৰীৰ কাৰণে সৌভাগ্যৰ কথা।

মই মান্তি হৈছিলোঁ।

যথাসময়ত নিৰ্দ্দিষ্ট স্থান পালোঁগৈ। লগত হৰ, বনমালা আৰু প্ৰয়োজনীয় বন্দুক-বাৰুদ। বস্তিৰ মানুহক লগ ধৰি হাতীৰ খবৰ ললোঁ। গাৱঁৰ মানুহৰ মুখত হাতীৰ বৰ্ণনা শুনি বুজিলোঁ: চাহান এৰি অহা এটা প্ৰকাণ্ড দঁতাল হাতী। দিনত হাবিৰ মাজত সোমাই থাকে। ৰাতি ওলাই আহি পথাৰৰ পকা ধান খাই তহিলং কৰে। জুই জ্বলাই, টিং কোবাই খেদিব খুজিলে মানুহলৈ খেদি আহে। বহুতৰ কেবাটাও ঘৰ

ভাঙিছে। ভঁৰালৰ বেৰ একৰাই ধান খাইছে। বুঢ়ী এজনীক ঘৰৰপৰা টানি নি গছকি মাৰিছে। ছোৱালী এজনীক শুঁৰেৰ মেৰিয়াই ধৰি ভৰিত কোবাই দূৰলৈ পেলাই দিছে। হাতীটোৰ শুঁৰৰ গুৰি অৰ্থাৎ দুই দাঁতৰ মাজৰ অংশত ফুট্‌ফুটীয়া মুগা দাগ।

এসপ্তাহে বস্তিৰ মানুহবোৰৰ ৰাতি টোপনি নাই। ভয়ত পেঁপুৱা খাই পৰিছে। ওৰে ৰাতি জুই জ্বলাই জুম বান্ধি ৰ'হ থাকে। ৰাতিৰ কথাই নাই ; দিনতো মানুহবোৰ বাহিৰলৈ নোলায়। পথাৰৰ পকা ধান দাবলৈ নাযায়।

গাৱঁৰ মানুহবোৰৰ আকুতি : হাতীটোক মাৰি সিহঁতক ৰক্ষা কৰিব লাগে। খেদি দিলে কেইদিনমান পিছত সি আকৌ উভতি আহিব। উপদ্ৰৱ কৰিব।

মানুহবোৰৰ বিলাই-বিপত্তিৰ কথা শুনোতেই সন্ধিয়া হৈছিল।

সোনকালে ভাত-পানী খাই গাৱঁৰ সাহসী ডেকা এজনক লগত লৈ হাতী বিচাৰি ওলালোঁ। আমাৰ লগত কেৱে যাব নোখোজে। ভয়ত আটাইবোৰ ডেকা মানুহ আমাৰ ওচৰৰপৰা এজন-দুজনকৈ আঁতৰি যাব ধৰিলে। বৰকৈ বুজাই-মিলাই কোৱাত, সাহস দিয়াত সেই ডেকাজন যেনিবা মান্তি হ'ল।

লাহে লাহে ৰাতি গভীৰ হ'ল। কিন্তু হাতীৰ কোনো সুং-সূত্ৰ নাই। মাজে মাজে ডেকাজনে চিঞৰি উঠে : সৌটো, সৌটো।

তাৰ চিঞৰত টৰ্চৰ পোহৰ পেলাই চাওঁ : হাতী নহয় ; শিল। নতুবা জোপোহা গছ।

তাক চিঞৰিবলৈ মানা কৰিলোঁ। চিঞৰ শুনিলে হাতী পলাব ; নতুবা খেদি আহিব। হাতী দেখিলে আমাক কাণে কাণে ক'বলৈ কলোঁ। কিন্তু কি যন্ত্ৰণা! পাঁচ-দহ মিনিটৰ অন্তৰে অন্তৰে আমাৰ কাণৰ কাষত সি ফুচ্‌ফুচাই উঠে : সৌটো হুজুৰ! সৌটো।

তাৰ সেই 'সৌটো' কিন্তু হাতী নহয়। হয় শিল, গছ নতুবা একোৱে নহয়। ভয়ত সি ভ্ৰম দেখিছিল।

লাহে লাহে ৰাতি শেষ প্ৰহৰ পালেহি। কিন্তু হাতীৰ কোনো নাম-গোন্ধেই নাই। হাতীৰ ওপৰত থাকিলেও ওখ বনৰ হাবিৰ মাজে মাজে ঘূৰি ফুৰোঁতে নিয়ৰত তিতি আমি জুকলি-জুপুৰি হৈছিলোঁ। চেঁচাত হাত-ভৰিবোৰ গোটমাৰি যোৱা যেন লাগিল।

ব্যৰ্থতাই মনৰ জেদ বঢ়ায়।

পিছদিনা দিনৰ পোহৰতে হাতী বিচাৰি যাবলৈ ঠিৰাং কৰিলোঁ। হুৰক কোৱাত সি আপত্তি নকৰিলে। কিন্তু বনমালাৰ কষ্ট হ'ব। তাই জিৰণি পোৱা নাই।

মনতে ঠিক কৰিলোঁ: আজি বস্তিৰ কোনো মানুহ লগত নিনিওঁ: সেইবোৰ সহায় নহয়; আপদহে।

প্ৰথমতে হাতীৰ খোজ চাই চাই আগবাঢ়িছিলোঁ যদিও হাবিৰ মাজত আমাৰ অসুবিধা হ'ল। হাবিৰ মাজত টান মাটি আৰু গছৰ শুকান পাত। খোজৰ চিন নাই। হাতী যোৱাৰ লক্ষণ চকুত নপৰিল। কিন্তু আমি হতাশ হোৱা নাছিলোঁ।

বস্তিৰ ছয়-সাত মাইল দূৰৰপৰাই আৰম্ভ হৈছে শালনি। একো একো-জোপা বিৰাট গছ। ঘন শালনিৰ মাজে মাজে জোপোহা লতা আৰু বেতৰ জাবৰি। অ'ত ত'ত থিয় হৈ আছে একোটা প্ৰকাণ্ড শিল।

আমি গৈ যিডৰা ঠাইত ৰৈছিলোঁ তাৰ কিছু আগৰপৰাই আৰম্ভ হৈছিল থিয় পাহাৰ। অলপ দূৰত এডৰা তৰাণি। ঠাইডোখৰ সেমেকা। এফালে সৰলৰেখাৰ দৰে থিয় পাহাৰ। আনফালে ডাঠ হাবি। নকৈ ভঙা গছৰ ডাল আৰু মহতিয়াই পেলোৱা তৰাণিডৰা দেখিয়েই বুজিলোঁ —আমি লক্ষ্যস্থান পাইছোঁহি: গজৰাজ ইয়াতে আছে। পাহাৰলৈ উভতি যাবলৈ আহি, দুৰ্যোধনে দ্বৈপায়ন হ্ৰদত আশ্ৰয় লোৱাৰ দৰে ইয়াতে লুকাইছেহি।

কিন্তু ক'তা? যাক বিচাৰি আহিছোঁ তাৰচোন সাৰ-সিকতি একো নাই। এঘণ্টামান বিচাৰিও আকাঙ্ক্ষিতৰ কোনো সম্ভেদ নাপাই বনমালাৰ পিঠিৰপৰা মই নামি পৰিলোঁ। হাতত ৰাইফল। লোডেড।

অলপ দূৰত থিয় হৈ ৰ'ল বনমালা। পিঠিত হুৰ। ইফালে-সিফালে চাই কিছুদূৰ আগবাঢ়ি গলোঁ। মনটো সেমেকি পৰিল। সন্ধানী দৃষ্টি ব্যৰ্থ হৈ উভতি আহিল। অনুমান ভুল হোৱা বুলি উভতিব খোজোঁতেই চকুত পৰিল এটা ৰাম শিয়াল। মোক দেখি আঁতৰি গ'ল। ইমান ডাঠ হাবিৰ মাজত শিয়াল নাথাকে। সেইটোনো ক'ৰপৰা ওলাল? 'শিয়াল হয় জানো?' বুলি ঘূৰি চাই মই শিহৰি উঠিলোঁ। সৌটোচোন আমাৰ ঈপ্সিত আলহী। গছ এজোপাৰ তলত থিয় হৈ আক্ৰমণৰ ভঙ্গীত মোলৈ স্থিৰ দৃষ্টিৰে চাই আছে। ভাব: তোক পাইছোঁ আজি। তই কিমানটো চিকাৰী—আজি চাই ল'ম।

তাৰ মূৰ্ত্তি দেখিয়েই মোৰ চূৰ্ত্তি হেৰাল। হাতী নহয় যেনিবা এটা জীয়া যম। ছ ফুটমান দীঘল দাঁত দুটাৰে দহ ফুটমান ওখ এখন সৰু জীয়া পাহাৰ। আমাৰ মাজৰ ব্যৱধান খুউব বেছি চল্লিশ হাত। কিন্তু গুলী কৰাৰ সুবিধা নাই। মগজুত গুলীয়াব নোৱাৰিলে ইমান ওচৰৰপৰা মাটিত থিয় হৈ গুলীওৱা বিপদজনক। দুঃসাহস হয়তো কৰিব পাৰি। কিন্তু চিকাৰ বগৰাব নোৱাৰি। বৰং চিকাৰেহে চিকাৰীক বগৰোৱাৰ সম্ভাৱনা বেছি। তথাপি মই গুলীয়াবই লাগিব নহ'লে মৃত্যু সুনিশ্চিত। পলাব খুজিলেই গজৰাজে খেদি আহি মোক মেৰিয়াই ধৰিব।

সিদ্ধান্ত লওঁতে মোৰ বোধহয় পলম হৈছিল। ইতিমধ্যে দঁতালটোৱে মোলৈ চোঁচা ল'লেই। মুহূৰ্ত্তও ব্যয় নকৰি ট্ৰিগাৰ টানিলোঁ। প্ৰথম গুলী এৰাৰ পিছতো গজেন্দ্ৰৰ গতি বন্ধ নহ'ল। একেগতিত কেইখোজমান আগুৱাই আহিল। অপব্যয় কৰাৰ সময় নাই। আকৌ ট্ৰিগাৰ টানিলোঁ। দ্বিতীয় গুলী এৰাৰ পিছতো সি এনেদৰে আগুৱাই আহিল যেন একোৱেই হোৱা নাই। তাক বাধা দিবলৈ গতিৰোধ কৰিবলৈ ৰাইফলৰ দুটা গুলী তাৰ কাৰণে একোৱে নহয়।

লক্ষ্য যে মোৰ ভুল হোৱা নাছিল সেই বিষয়ে মই নিঃসন্দেহ। সুনিশ্চিত। তেন্তে? বস্তিৰ মুৰব্বী দৈমাৰীৰ কথাই সঁচা: দেওলগা গুণ্ডা দঁতাল?

তৃতীয় গুলী এবাৰ-সুযোগ নাছিল। কাৰণ আমাৰ মাজৰ ব্যৱধান তেতিয়া খুউব বেছি দহ গজ। মোৰ চুক্তি হেৰাল। চকুৰে ধোঁৱা-কোৱা দেখিলোঁ। প্ৰাণৰ মমতাত তৰা-নৰা ছিঙি পিছলৈ লৰ দিলোঁ। কিন্তু ৰক্ষা পৰিব পাৰিম বুলি আশা কৰা নাই। এটা মাথোন মুহূৰ্ত্ত। তাৰ পিছত সকলো শেষ। মোক মেৰিয়াই ধৰিবলৈ আগবাঢ়ি অহা শুঁৰডালৰ স্পৰ্শ অনুভৱ কৰিছোঁ। পিছফালৰপৰা ৰাইফলটোত কোনোবাই টানি ধৰিছে। নিৰুপায় হৈ ৰাইফলটো পেলাই আকৌ দৌৰিছোঁ। সন্মুখত এজোপা গছ। কিন্তু ওপৰলৈ উঠাৰ সময় ক'ত? সময় জানো পাম? পিছলৈ উভতি চোৱাৰ সময় নাই।

লতাৰ জোপোহাটো পাৰ হৈ মই বিবুদ্ধি হৈ পৰিলোঁ। আগলৈ যোৱাৰ উপায় নাই। সন্মুখত বেতৰ জাৰণি। তথাপি মই আগুৱাবই লাগিব। কাঁইটৰ আঁচোৰতকৈ জীৱন বহুত ডাঙৰ। বহুত মূল্যবান।

বেতৰ জাৰণিটোৰ মাজত সোমোৱাৰ লগে লগে কাণত পৰিল এটা প্ৰকাণ্ড শব্দ। বোধহয় কৰ'বাত পৰ্ব্বত খহি পৰিছিল। মাটিডৰা কঁপি উঠিছে।

জাৰণিটোৰ কাঁইটীয়া বেতবোৰ আঁতৰাই বাহিৰলৈ ওলাবলৈ থিয় হওঁতেই জীউ মোৰ উৰি গ'ল। সন্মুখত থিয় হৈ আছে মোৰ মৃত্যু দূত। যাৰ ওচৰৰপৰা পলাই সাৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছোঁ, সেয়ে থিয় হৈ আছে মোৰ সন্মুখত। উভতি যোৱাৰ পথ নাই। সেই মুহূৰ্ত্ততে হাতীটোৱে মোক শুঁৰডালেৰে মেৰিয়াই ধৰিছিল। মোৰ শ্বাস নিশ্বাস বন্ধ হৈ গ'ল। চাৰিওফালে যেন আঁউসী ৰাতিৰ গভীৰ অন্ধকাৰ। সেই অন্ধকাৰে মাজে মাজে ঘূৰি ফুৰা অসংখ্য জোনাকীপৰুৱা।

"দেউতা, গুলী কৰক!"

সপোন নে বাস্তৱ? এয়া যে হৰৰ মাত। চিনাকি কণ্ঠস্বৰ। চকু দুটা মেলি পিছলৈ চালোঁ। হৰ। দঁতালটোৱে তেন্তে মোৰ দৰে তাকো পিঠিত তুলি লৈছে?

পলকতে ভুলটো বুজি পালোঁ। সেয়া দঁতালটো নহয়। বনমালা।

বনমালাৰ পিঠিৰ পিছফালে বহি আছে হৰ। সি মোলৈ ৰাইফলটো আগবঢ়াই দি সন্মুখলৈ আঙুলিয়াই দেখুৱাইছে। কোনে মোক দাঙি আনি বনমালাৰ পিঠিত বহুৱাই দিছিল ক'ব নোৱাৰোঁ।

হৰই দেখুওৱা ঠাইডোখৰলৈ দৃষ্টি ঘূৰালোঁ। অলপ আগতে পাৰ হৈ অহা লতাৰ জোপোহাটোৰ ওচৰতে উবুৰি খাই পৰি আছে গজৰাজ। উজুটি খাই ছিটিকি পৰাৰ দৰে ছিটিকি পৰা দঁতালটোৰ দাঁত দুটা আধা-তকৈও বেছি মাটিৰ ভিতৰলৈ সোমাই গৈছে। দাঁত দুটা এনেদৰে মাটিত পোত খাই গৈছিল যে সি আপ্ৰাণ চেষ্টা কৰিও থিয় হ'ব পৰা নাই।

নিজেই বুজা নাছিলোঁ মই কি কৰা উচিত? চিকাৰীৰ স্বাভাৱিক প্ৰবৃত্তি অনুসৰি মোৰ অজ্ঞাতেই ৰাইফলৰ ট্ৰিগাৰটো টানি দিছিলোঁ। একেজাঁই গুলীটোতে কাণতালমৰা চিঞৰ এটা মাৰি থিয় হ'ব খোজা গজৰাজ চিৰদিনলৈ মাটিত বাগৰি পৰিল। মাটিত পোত খোৱা দাঁত এটা মুকলি হৈ পৰিল। দাঁতটোৱে একুৱাই অনা মাটি এটুকুৰা বন্দুকৰ গুলীৰ দৰে উফৰি গৈ গছ এজোপাত লাগিল।

দ্বিতীয়বাৰ গুলী এৰাব প্ৰয়োজন বোধ নকৰিলোঁ। সি যে আৰু কোনোদিনেই থিয় হ'ব নোৱাৰে বুজিলোঁ। বাগৰি পৰা দঁতালটোৰ ওচৰলৈ বনমালা আগুৱাই গ'ল। আমাৰ সন্মুখত ছয় টন ওজনৰ এটা যমদূত। জীৱনৰ শেষ মুহূৰ্ত্তত মৃত্যু-যন্ত্ৰণাত ছট্‌ফটাই আছে। কিয় জানো ক'ব নোৱাৰোঁ ঃ মোৰ জীৱন নাশ কৰিবলৈ খেদি অহা গজৰাজৰ শেষ অৱস্থাটো দেখি মনটো সেমেকি পৰিল।

সিদিনা সুনিশ্চিত মৃত্যুৰপৰা মোক ৰক্ষা কৰিছিল বনমালাই। মই কেনেকৈ ৰক্ষা পৰিছিলোঁ, বনমালাই কেনেকৈ ৰক্ষা কৰিছিল সেই কথা হৰই পিছত কৈছিল।

মোৰ মূৰ্খামিয়েই সিদিনা মোৰ মৃত্যুৰ কাৰণ হ'লহেঁতেন। দঁতালটো লৈ দুটা গুলী এৰাৰ পিছতো সি তেনেদৰে কেনেকৈ খেদি আহিব পাৰিছিল পিছত বুজিছিলোঁ।

লক্ষ্য মোৰ ঠিকেই আছিল। কিন্তু ৰাইফলটোয়ে কাম কৰা নাছিল। গুলী এৰাৰ আগতে ৰাইফলৰ চেফ্‌টি কাপটো আঁতৰাই লোৱাৰ কথা মই পাহৰি গৈছিলোঁ। ভাবিছিলোঁ মোৰ লক্ষ্য ব্যৰ্থ হোৱা নাই। দঁতালটোৰ মগজুত গুলী লাগিছে। আচলতে সেয়া সঁচা নাছিল। মোৰ-পৰা কোনো বাধা নাপাই দঁতালটোয়ে খেদি আহি মোৰ ওচৰ পাইছিল। আৰু এখন্তেক পলম হ'লেই সি মোক শুঁৰেৰে মেৰিয়াই ধৰিলেহেঁতেন। মোৰ আৰু দঁতালটোৰ মাজত মাথোন কেইহাতমানৰ ব্যৱধান। ঠিক সেই মুহূৰ্ত্ততে থিয় হৈ থকা বনমালা দৌৰি আহি দঁতালটোৰ পিছ ভৰি এখনত শুঁৰেৰে মেৰিয়াই ধৰিছিল। দঁতালটোয়ে টানিছিল সন্মুখলৈ; আৰু বনমালাই টানিছিল পিছলৈ। সিহঁত দুটাৰ জোঁটা-পুটি লাগি থকা সময়খিনিতে মই ভালেখিনি আগুৱাই গৈছিলোঁ। বেতৰ জাৱণিৰ মাজত সোমাই পৰিছিলোঁ। সেই সময়তে দঁতালটোক এৰি দিছিল বনমালাই।

ইচ্ছা কৰিয়ে তেনে কৰিছিল নে প্ৰকাণ্ড বনৰীয়াটোক টানি ৰাখিব নোৱাৰি তাই তাক এৰি দিছিল হৰই নাজানে। হঠাতে তেনেদৰে বাধা মুক্ত হৈ যোৱা দঁতালটোয়ে দেহৰ ভাৰ সাম্য ৰক্ষা কৰিব নোৱাৰি মাটিত উবুৰি খাই পৰিল। দীঘল দাঁত দুটা এনেভাৱে মাটিতে পোতখাই গ'ল যে সহজতে সি উঠিব নোৱাৰিলে। সেই অৱসৰতে লতাত লাগি পৰি যোৱা ৰাইফলটো বনমালাই শুঁৰেৰে তুলি দিলে। হৰই তাইক লৈ বেতৰ জোপোহাটোৰ সিপাৰলৈ গৈ—ৰাইফলটোৰ চেফ্‌টি-কাপটো নিজ হাতে আঁতৰাই মোলৈ অপেক্ষা কৰি ৰ'ল। বেতৰ জাৱণিটোৰ মাজৰপৰা ওলোৱাৰ লগে লগে মোক তুলি ল'বলৈ বনমালাক সি নিৰ্দ্দেশ দিছিল। বিশ্বাসী, প্ৰভুভক্ত বনমালাই শুঁৰেৰে মেৰিয়াই মোক তুলি লৈছিল তাইৰ মূৰৰ ওপৰত। মই ভবাৰ দৰে সেইটো আচলতে দঁতাল নাছিল। যমদূত নহয়। সেয়া আছিল সুহৃদ-বিশ্বাসী কুন্‌কী বনমালা।

বনমালাৰ বহুত কাহিনী। তাইৰ কাহিনী আৰু বহুতো আছে।

বহু বছৰ আগৰ ঘটনা।

বনমালা তেতিয়া নতুন কুন্‌কী। সেই সময়ত মেলা-চিকাৰতকৈ খেদা-চিকাৰত মোৰ ৰাপ আছিল বেছি। মেলা-চিকাৰৰ অভিজ্ঞতা কম। মই নতুনকৈ ফান্দীৰ কাম শিকিছিলোঁ। আন ফান্দীৰ ওপৰত নিৰ্ভৰ নকৰাকৈ কেবাটাও হাতী ধৰাৰ পিছত মোৰ বোধহয় অহমিকা বাঢ়িছিল। আঠ-ন ফুট ওখ দঁতাল হাতী ধৰিবলৈ কোনো ফান্দীয়ে সাহস নকৰে। বহুদিনৰ হেঁপাহ : দমৰা দঁতাল হাতী এটা মই ধৰিহে এৰিম। ডেকা দঁতাল এটাৰ আমাৰ বৰ প্ৰয়োজন। কিন্তু প্ৰয়োজনতকৈও নিপুণ ফান্দীবোৰৰপৰা বাহ্-বা পোৱাৰ আকাঙ্ক্ষাই মোক বেছি উন্মাদ কৰি তুলিছিল।

এদিন সুযোগ এটা পালোঁ। জাকৰপৰা অলপ দূৰত এটা ডেকা দঁতাল। অকলশৰীয়াকৈ চৰি ফুৰা দঁতালটো দেখি লুভীয়া মনটো মোৰ চঞ্চল হৈ পৰিল।

হাতীৰ প্ৰাণশক্তি কুকুৰতকৈ বেছি হয় নে নহয় নাজানো। কিন্তু অত্যন্ত চোকা। শুঁৰডাল ওপৰলৈ দাঙি চাৰিওফালে ঘূৰাই হাতীয়ে শত্ৰুৰ গোন্ধ পৰীক্ষা কৰে। বতাহত শত্ৰুৰ গোন্ধ পালে নিৰাপদ হ'বলৈ যত্ন কৰে। সেই কাৰণে বতাহলৈ লক্ষ্য ৰাখি চিকাৰ অনুসৰণ কৰাৰ নিয়ম। মই তেতিয়ালৈকে সেই কথা নাজানিছিলোঁ। মোৰ গোন্ধ পাই দঁতালটো বাঁওহাতলৈ দৌৰি পলাল; আৰু জাকৰ বাকীবোৰ হাতীক আনবোৰ মানুহে খেদি নিলে মোৰ বিপৰীত ফালে। দঁতাল আৰু হাতীৰ জাকটো বিপৰীতমুখী হৈ পলাবলৈ আৰম্ভ কৰিলে। মই দঁতালটোক অনুসৰণ কৰিলোঁ। সেই দিনা মোৰ লগত হৰ নাছিল। আছিল কুশ। হৰৰ জ্বৰ। নিউমোনিয়াত ভুগিছে।

চিকাৰৰ পিছে পিছে খেদি বহুদূৰ পালোঁগৈ। কুশই মানা কৰিছিল। কিন্তু মই নামানিলোঁ। ডাঠ হাবিৰ মাজলৈ সোমাই যোৱা দঁতালটোক বন্দী কৰাৰ আশা আমাৰ ক্ষীণ হৈ পৰিল।

অৰণ্যৰ মাজৰ কথাই সুকীয়া। ভবামতে কাম কৰিব নোৱাৰি।

যেনেদৰে কোন মুহূৰ্ত্তত বিপদ আহে ক'ব নোৱাৰি, সুযোগ-মুহূৰ্ত্তবোৰো তেনেদৰে অনিশ্চিত। সিদিনাৰ কাৰণে চিকাৰৰ আশা পৰিত্যাগ কৰি উভতি আহিম বুলি ভাবোঁতেই সুযোগে আমাক হাতবাউল দি মাতিছিল। সুযোগ—চিকাৰীৰ কাৰণে বিজুলীতকৈও ক্ষণস্থায়ী। চকুৰ পচাৰতে সেই সুযোগ-মুহূৰ্ত্তক বন্দী কৰিব নোৱাৰিলে সুদক্ষ চিকাৰী হ'ব নোৱাৰি।

সুযোগ মই হেৰুওৱা নাছিলোঁ। কিন্তু সেই সুযোগ—সুযোগ নহৈ আমাৰ কাৰণে হৈ পৰিল আহুকাল। ফান্দ লগোৱা দঁতালটোৰ আক্ৰমণত বনমালা থকা-সৰকা হৈ পৰিল। চকুৰে আমি ধোঁৱা-কোৱা দেখিলোঁ। ঘৰুৱা হাতীটোয়ে আমাক ৰক্ষা কৰিবলৈ গৈ দঁতালটোৰ আঘাতত আগ ভৰি এখন দাঙিব নোৱাৰা হ'ল। কুনকীজনীতকৈ চিকাৰ যে বহুত বেছি শক্তিশালী সেই কথা আগতে ভাবি চোৱাৰ অৱসৰ নহ'ল। ক্লান্ত হৈ পৰা বনমালাক টানি লৈ দঁতালটোয়ে থিয় পাহাৰ এখনৰ শুচৰ পালেগৈ। আহত হোৱা ভৰিখন চোঁচোৰাই নিয়া কুনকীজনীৰ ডেডাউৰিত হাবিৰ মাজত তাল-ফাল লাগিল। আমাৰ শুচৰত সেয়া যেন বনমালাৰ করুণ কাকুতি: মই আৰু নোৱাৰোঁ। অকলে যুঁজিবলগীয়া হোৱাহেঁতেন বনৰীয়া দঁতালটোক সেও মনাবলৈ মোৰ ইমান অসুবিধা নাছিল। কিন্তু তোমালোকক ৰক্ষা কৰি বনৰীয়াটোৰ আঘাতৰ প্ৰতিঘাত দিবলৈ মই অসমৰ্থ। মোক মুক্তি দিয়া। মই পৰাজিতা।

বন্দী চিকাৰ এৰি দিয়াটো লাজৰ কথা। বাকীবোৰ ফান্দীয়ে শুনিলে মোক হাঁহিব। সেই কথা ভাবি ৰছীডাল কাটি বন্দীক মুক্ত কৰি দিবলৈও মন যোৱা নাই। শেষ মুহূৰ্ত্তলৈ যুঁজি চোৱাৰ ইচ্ছা। নিতান্ত সেও মনাব নোৱাৰিলে পিছলৈ কিবা এটা সিদ্ধান্ত ল'ম।

কিন্তু সিদ্ধান্ত লোৱাৰ আগতেই চিকাৰে আমাক আওগৰীয়া ঠাই এখনলৈ টানি লৈ গ'ল। নিজক চম্ভালি ল'বলৈ সময় নাপালোঁ। পাহাৰৰ গা'ত ঘঁহনি খোৱা বাঁওভৰিখনৰ আঁঠুৰ ঘিলাটো ফাটি যোৱা

যেন পালোঁ। পাহাৰৰপৰা তললৈ হাওলি অহা বাঁহ এজোপাত খামুচি ধৰি কথমপিহে ৰক্ষা পৰিলোঁ। নহ'লে ৰক্ষা পৰাৰ কোনো উপায় নাছিল। বনমালাৰ পিঠিৰপৰা কেনেবাকৈ পৰি যোৱা হ'লেই দঁতালটোৰ গছকত মই নিঃশেষ হৈ গলোহেঁতেন। মই সেই পৰিস্থিতিৰ সন্মুখীন হোৱাৰ আগতেই কেইগজমান আঁতৰত হাতীৰ পিঠিৰপৰা উফৰি পৰিছিল কুশ।

তাৰপিছত হাস্পাতালত পৰি ৰলোঁ তিনিমাহ। গাঁঠিয়ে গাঁঠিয়ে বিষ। মোৰ বাঁওভৰিৰ আঁঠুৰ ঘিলাটো লৰিছিল। কলাফুলৰ তলৰ ফিবুলা হাড়ডাল ভাঙিছিল। কুশৰ ভাঙিছিল দুডাল কামিহাড়। হাস্পাতালত পৰি থাকোঁতে ডাক্তৰে আশ্বাস দিছিল যদিও ভাবিছিলোঁ: চিৰদিনলৈ ঘুণীয়া হৈ ৰ'ম। কিন্তু নহলোঁ। ভৰিৰ প্লাষ্টাৰ খোলাৰ পিছতো কেইমাহমানলৈকে লাখুটি ল'বলগীয়া হৈছিল। কিন্তু লাহে লাহে ভাল হৈ আহিল।

সেই বছৰত আমাৰ মহল লোৱা নহ'ল। চিকাৰ বন্ধ থাকিল দুবছৰ। কাৰণঃ দেউতাৰ আপত্তি। ঘৰত জমিদাৰীৰ সম্পত্তি। খাবলৈ অভাৱ নাই। তদুপৰি বিশ্বাসী বনমালাক হেৰুওৱা ঘৰখনৰ সকলোৰে মনত অশান্তি। মই তেতিয়াও ভালদৰে খোজ কাঢ়িব পৰা হোৱাই নাই। লাখুটি নহ'লে খোজকঢ়াত অসুবিধা পাওঁ।

দ্বিতীয় বছৰত দেউতা মান্তি হৈছিল যদিও মহল লোৱাৰ সময় নহ'ল। তেখেতৰপৰা অনুমতি পোৱাৰ আগতেই মহল বিলি হৈ গৈছিল।

তৃতীয় বছৰত আমি আকৌ সেই আগৰ মহলখনকে লৈছিলোঁ। ইতিমধ্যে বিভাগীয় খেদা-চিকাৰ আৰম্ভ হৈছিল। মিঃ মিলবয়ৰ তত্ত্বাৱধানত চৰকাৰে নিজববৰীয়াকৈ হাতীচিকাৰ আৰম্ভ কৰিছে।

আগৰ কেইবছৰৰ দৰে একেঠাইতে বাহৰ পতা হ'ল। শাৰী শাৰী তম্বু। মানুহ আৰু ঘৰচীয়া হাতীৰ সমাগমত নীৰৱ অৰণ্য সৰৱ হৈ পৰিল।

বাহৰ পতাৰ এমাহমান পিছত। এদিন শেষনিশা। আমি

আটাইবোৰ টোপনিত লাল-কাল। ৰাতি কিমান হৈছিল নাজানো।' সপোন এটা দেখিছিলোঁ। হেকুওৱা বনমালা উভতি আহিছে। মোৰ তম্বুখনৰ ওচৰত থিয় হৈ শুঁৰডাল ভিতৰলৈ সুমুৱাই দিছে। তাইক কিবা খাবলৈ দিব লাগে। মই নিমখ এজেৰা তাইৰ সন্মুখত দাঙি ধৰোঁতেই গাটো সিৰসিৰাই উঠিল, ঘিণত। তাইৰ পিঠিৰ চাৰিওফালে আওঠি এটাৰ দৰে এটুকুৰা ঘা। ঘাডোখৰত অসংখ্য পোক। পোকে বিজবিজাই থকা ঘাডোখৰ দেখি গাটো মোৰ জিকাৰ খাই উঠিল। ঘৃণাত। বনমালাই যেন মোৰ মনৰ ভাবটো বুজিছিল। মোৰ হাতৰপৰা নিনখজেৰা খাবলৈ আগবঢ়াই অনা শুঁৰডাল আকৌ ওভোতাই কোঁচ খুৱাই নিলে; অভিমানত।

সপোনটো দেখি থকমক্কৈ সাৰ পালোঁ। মনটো বৰ বেয়া লাগিল। সঁচাকৈয়ে বনমালাৰ অভাৱ সেইবেলি আমি ৰাকুকৈয়ে অনুভৱ কৰিছিলোঁ।

বনমালা যদি সঁচাকৈয়ে ফিৰি আহিলহেঁতেন? কিন্তু সেয়া কেনেকৈ সম্ভৱ হ'ব পাৰে? সপোন সপোনেই। সপোন কেতিয়াও বাস্তৱ হ'ব নোৱাৰে। তদুপৰি এসপ্তাহ অসুখত ভুগিছিলোঁ। অসুখীয়া অৱস্থাত দেখা সপোন হেনো নিৰৰ্থক।

অকস্মাতে কাণত পৰিল এটা হৈ-চৈ শব্দ। এটা বিশৃঙ্খল হুলস্থুল। কোনোবা এজনে কেৰাচিনৰ খালী টিং এটা কোবাই চিঞৰি চিঞৰি কিবা কৈছে। কিন্তু কি কৈছিল বুজা নগ'ল। কোলাহলৰ শব্দটো ক্ৰমান্বয়ে মোৰ তম্বুৰ ওচৰলৈ আগুৱাই অহা যেন লাগিল।

"হু—চি—য়া—ৰ।"

কেম্প ৰখীয়াজনৰ চিঞৰত সাৱধানী সঙ্কেত। সি চিঞৰি চিঞৰি আৰু কিবা কৈছিল। হৈ-চৈৰ মাজত ভালদৰে শুশুনিলোঁ।

হাতীৰ জাক নামিলেও এনেদৰে হৈ-চৈ নকৰে। টিন নোকোবায়। কেম্পৰ ওচৰলৈ শত্ৰু আহিলেহে তেনেদৰে টিন বজোৱাৰ নিয়ম। নিশ্চয় বাঘ নতুবা ভালুক কেম্পৰ ভিতৰত সোমাইছে। ৰাইফলত গুলী

ভৰোৱাই আছিল। থাকে। খেপিয়াই ৰাইফলটো হাতত ল'ব খোজোঁতেই কাণত পৰিল: হাতী। হা-তী। হু-চি-য়া-ৰ হো। জা-নো-ৱা-ৰ। হু-চি-য়া-ৰ।

হাবিৰ মাজত 'হাতী' শব্দটোৱে উত্তেজনামূলক। অৰণ্যৰ মাজত হাতীৰ নাম শুনিলে মৰা মানুহো উঠি বহে। তেনেস্থলত সাধাৰণ অসুখ লৈ কেম্পৰ ভিতৰত সোমাই থকা মোৰ পক্ষে সম্ভৱ নহ'ল। পুৱতি নিশাৰ চেঁচা বতাহজাক মোৰ কাৰণে ক্ষতিকাৰক। কিন্তু সিমানবোৰ কথা ভাবিবলৈ সময় ক'ত? তদুপৰি এয়া নিকটতম বিপদৰ সঙ্কেত। উইন্‌চেষ্টাৰ চাৰি বেটাৰীৰ টৰ্চটোত নতুন বেটাৰী। মেগাজিনত নাইন পইণ্ট এম. এম. কাৰ্টিজ।

হুলস্থূলৰ শব্দ ক্ৰমাত বাঢ়ি আহিছে। ছাউনীৰ আটাইবোৰ মানুহ কিজানি বিচনা এৰি বাহিৰলৈ ওলাই আহিছিল। শব্দটো যেন ক্ৰমান্বয়ে মোৰ তম্বুৰ ওচৰলৈ আগুৱাই আহিছে। সকলোৱে মোক উদ্দেশ্য কৰি চিঞৰিছে। বাহিৰলৈ মাতিছে।

জোতাৰ ফিতা মৰাৰ সময় নহ'ল। টৰ্চ আৰু ৰাইফলটো হাতত লৈ বাহিৰলৈ ওলাই আহিলোঁ।

হে ভগৱান! এয়া মই কি দেখিছোঁ? মোৰ তম্বুৰ পিছফালেই দেখোন থিয় হৈ আছে এখন ভ্ৰাম্যমান সৰু পাহাৰ। এটা টিলা। তম্বুৰ তলৰপৰা ওলোৱাৰ লগে লগে কোনোবা দুজনে মোক দূৰলৈ টানি লৈ আহিল।

হৰ দৌৰিছিল ঘৰুৱা হাতীজাকৰ ওচৰলৈ। কুন্‌কী আনিবলৈ। বৰ ফান্দীয়ে সকিয়াই দিছিল: ফান্দ লগোৱাটো দূৰৰ কথা, আনকি গুলী কৰাটোও নিৰাপদ নহয়। তম্বুবোৰ ফালি-ছিৰি বস্তু-বাহানিবোৰ চূৰ্ণ-বিচূৰ্ণ কৰি পেলাব।

মোৰ ৰাইফল গৰ্জ্জি উঠিল। শূন্যলৈ এৰা এটা ফাকা আৱাজ। এলাৰ্মিং চাউণ্ড। কিন্তু আচৰিত। বনৰীয়া দস্যুৰ তালৈ কোনো ভ্ৰূক্ষেপ নাই। আটাইৰে টৰ্চৰ পোহৰ এটা বিন্দুত নিবদ্ধ। কিছুমানৰ

হাতত শুকান বাঁহৰ জলন্ত জোঁৰ। দূৰত শুকান কাঠৰ জুই। যেন মেজিহে জ্বলিছে। জুই আৰু টৰ্চৰ পোহৰত ঠাইডোখৰ দিনৰ দৰে উজ্জ্বল হৈ পৰিছে।

আমাৰ ভুল হোৱা নাছিল। হাতীটোৱে শুঁৰডাল মোৰ তম্বুৰ ভিতৰলৈ সুমুৱাই দি কিবা এটা বিচাৰিছে। কাৰোবাক বাহিৰলৈ টানি আনিব খুজিছে।

বেৰ ভাঙি ঘৰৰ ভিতৰৰপৰা মানুহ টানি নি গছকি মৰা গুণ্ডা হাতীৰ বাহিৰে অইন হাতীয়ে ইমান সাহস নকৰে। কেম্পৰ মানুহবোৰ ফৰিং ছিটিকাৰ দৰে ছিটিকি একেঠাইত থুপ খাইছেহি। হাতীটোৰ নিচেই ওচৰত থিয় হৈ আছোঁ মাথোন আমি কেইজনমান চিকাৰী আৰু ফান্দী। মোৰ ওচৰতে থিয় হৈ থকা আন দুজন মানুহৰ হাততো বন্দুক।

ইমান হৈ-চৈৰ পিছত তম্বুৰ তলত কোনো মানুহ তেতিয়ালৈকে নিশ্চয় শুই থকা নাই। কোনোবা টোপনি গৈ শুই থাকিব পাৰে বুলি ধাৰণা কৰাটোৱে ভুল। হাতীটোলৈ গুলীয়ালে বস্তু-বাহানিৰ হানি হ'ব সঁচা কিন্তু কোনো মানুহ নমৰে। গুলী খোৱা হাতীটো হয় পলাব; নহয় তম্বুবোৰ ফালি-ছিৰি বস্তু-বাহানিবোৰ গছকি-ফেনেকি লণ্ড-ভণ্ড কৰিব। কিন্তু গছকি মাৰিবলৈ কোনো মানুহ নিশ্চয় তম্বুৰ ভিতৰত বৈ থকা নাই।

মই সিদ্ধান্ত লৈছিলোঁ: হাতীটোক আমি গুলীয়াবই লাগিব। তাৰ বাহিৰে কোনো গত্যন্তৰ নাই।

সিদ্ধান্ত লোৱাৰ লগে লগে ৰাইফলটো দাঙি লক্ষ্য স্থিৰ কৰিলোঁ। কেইজনমানে মোক বাধা দিছিল। সেই বাধালৈ মই ভ্ৰূক্ষেপ কৰা নাই। কিন্তু গুলী এৰাৰ আগে আগে সপোনটোলৈ মনত পৰিল: সেয়া যদি বনমালা? তিনি বছৰ আগতে এটা দঁতাল হাতীয়ে তাইক অৰণ্যৰ মাজলৈ টানি নিছিল। অশেষ চেষ্টা কৰিও আমি তাইক ৰক্ষা কৰিব নোৱাৰিলোঁ।

ধেৎ মূৰ্খ। তই এটা প্ৰকাণ্ড গৰু। বনমালা আকৌ ঘূৰি অহা

জানো সম্ভৱ ? জঙ্গলৰ মাজত ঘূৰি, বনৰীয়া হাতীৰ লগত থাকি ইতিমধ্যে তায়ো বনৰীয়া হৈ পৰিছে। তিনি বছৰৰ ব্যৱধান তেনেই কম নহয়।

প্ৰস্তুতিৰ শেষ মুহূৰ্ত্তত মই দৃঢ় হৈ পৰিছোঁ। আঙুলিত অনুভৱ কৰিছোঁ ট্ৰিগাৰৰ চাপ। মাত্ৰ এটা মুহূৰ্ত্ত। ট্ৰিগাৰটো মোৰ গালৈ টানি আনিছিলোঁৱেই। কেৱল এৰি দিবলৈহে বাকী আছিল। সেই মুহূৰ্ত্ততে মই উচপ্ খাই উঠিলোঁ। দৃষ্টিশক্তিৰ ওপৰত মোৰ আস্থা হেৰাই গ'ল। কিন্তু তেতিয়া আৰু কোনো উপায় নাছিল। ট্ৰিগাৰটো এৰি দিলোঁ।

"গুৰুম্।"

উঃ ভগৱান! এইকণ সুবুদ্ধি দিয়া কাৰণে তোমাক ধন্যবাদ। নহ'লে সকলো শেষ হৈ গ'লহেঁতেন। ট্ৰিগাৰটো এৰি দিয়াৰ লগে লগে ৰাইফলৰ নলীটো হঠাৎ উৰ্দ্ধমুখী কৰাৰ বুদ্ধি ক'ৰপৰা জানো মগজুত সোমাল ক'ব নোৱাৰোঁ।

তীব্ৰ গতিৰে হাতীটোৰ ওচৰলৈ কেইখোজমান আগুৱাই গলোঁ। কোনোবাই মোক পিছফালৰৰ পৰা টানি ধৰিছিল। গুলীবিদ্ধ হাতী মাটিত ঢলি নপৰালৈকে আগবাঢ়ি যোৱাটো চিকাৰ-বিৰুদ্ধ। আত্মহত্যাৰ-পৰা ৰক্ষা কৰিবলৈ সিহঁতে মোক টানি ৰাখিব খোজা স্বাভাৱিক। কিন্তু মোৰ সবল হাতৰ আঁজোৰত সিহঁতৰ প্ৰচেষ্টা ব্যৰ্থ হৈ গ'ল। মানুহখিনিৰ-পৰা আঁতৰি হাতীটোৰ ওচৰত থিয় হৈ চিঞৰি উঠিলোঁ: বইঠ্। বেঠ যাওঁ।

মোৰ নিৰ্দ্দেশত বনৰীয়া দস্যুটো আঁঠুকাঢ়ি দীঘল হৈ পৰিল। মই সুবুজা ভাষাত তাই কিবা এষাৰ ক'লে। এটা গুৰগুৰণি শব্দ। সেয়া তাৰ ভাষা। আনন্দত বিহ্বল হৈ মই চিঞৰি উঠিলোঁ: বনমালা ঘূৰি আহিছে হৰ!

ইতিমধ্যে ৰাতি পুৱাইছে।

দিনৰ পোহৰত দেখিছিলোঁ: তাইৰ গা'ত বন্ধা ৰছীডাল আগৰদৰেই

আঁত খাই আছে। ঘঁহনি খাই ৰ'দ-বৰষুণত পচি যোৱা ৰছীডাল ছিঙি বনৰীয়া দঁতালটো আঁতৰি গৈছে। ছিঙি যোৱা ৰছীডালৰ এটুকুৰা তাইৰ পেটৰ গাঁঠিটোৰপৰা দুহাতমান তললৈ ওলমি আছে। বুকু আৰু পিঠিত সপোনত দেখাৰ দৰেই ছয় ইঞ্চিমান বহল এটুকুৰা কেঁচা ঘা। আঙঠিলেখীয়া ঘা-এডোখৰৰ দুই ইঞ্চিমান দ এটা গাঁত। ছাল এৰাই মঙহৰ ভিতৰলৈ সোমাই যোৱা ৰছীডাল ছিঙি তাই মুক্ত হোৱাৰ যে বেছি দিন হোৱা নাই তাইৰ কেঁচা ঘা টুকুৰাই তাৰ প্ৰমাণ। হৰই চোকা কটাৰীৰে ৰছীৰ আঙঠিটো কাটি পটাচ্ আৰু আয়োডিন চলিউশ্যন মিহলোৱা পানীৰে ঘাডোখৰ ধুই দিলে। মাখিয়ে কণী পৰা অংশত মৰাপাটৰ মুৰাৰে ফেনাইল লগোৱা হ'ল। ৰ'চিন, ফেনাইল, কর্পূৰ আৰু চাল্‌ফা ড্ৰাগ মিহলোৱা বোকা উতলাই মলম প্ৰস্তুত কৰা হ'ল। তপোতোৱা বোকা চেঁচা হ'লত ডাক্তৰবাবুয়ে নিজহাতে ঘাডোখৰত বোকাৰ লেপ দিলে। 'এনিমেল ট্ৰিট্‌মেণ্ট্' আৰু সংস্কৃত ভাষাত লিখা হস্তী-চিকিৎসাৰ পুথি মেলি সোনকালে ঘা শুকোৱাৰ ঔষধ তৈয়াৰ কৰিলে।

বহুতৰ ধাৰণা: বনলৈ যোৱা কুন্‌কীক পুনৰ কুন্‌কী হিচাপে ব্যৱহাৰ কৰা বিপদজনক। কিন্তু সেই ধাৰণা সঁচা নহয়। যদি সঁচা, তেন্তে বনমালা তাৰ ব্যতিক্ৰম। বনমালাতকৈ বিশ্বাসী, চতুৰ কুন্‌কী মই আজিলৈকে ক'তো পোৱা নাই। বনৰপৰা ঘূৰি অহাৰ পিছত তাই যেন আৰু বেছি বিশ্বাসী আৰু বেছি কৌশলী হৈ পৰিছিল। তাইৰ সহায়ত যিমান সহজে হাতী ধৰিব পাৰি- আন কুন্‌কীৰে সিমান সহজে হাতী ধৰা নাযায়।

কথাবোৰ কৈ বৰুৱা বৈ গৈছিল।

নিস্তব্ধ হৈ গৈছিল মুকুলিকা। বোবা হৈ পৰিছিল প্ৰতিমা। দুচকু সেমেকি পৰা বৰুৱাই মৌন হৈ ভাবিছিল: বাৰ্ত্তাবাহকজনে দি যোৱা বাতৰিটো জানো সঁচা? ঘটনাটো আন কুন্‌কীৰ নে বনমালাৰ?

তেওঁ ভুল শুনা নাইতো? বনমালাৰ কাৰণে তেনে ঘটনা জানো বিশ্বাসযোগ্য?

ভগৱানক খাটিছিল: বাৰ্ত্তাবাহকজনে দি যোৱা বাতৰিটো মিছা হওক। ভগৱান! সেয়া যেন কেতিয়াও সঁচা নহয়। বনমালাৰ নতুন খবৰ লৈ ছাউনীৰপৰা আন কোনোবা এজন আহক। বাৰ্ত্তাবাহকজনে কৈ যোৱা বনমালাৰ ঘটনাটো মিছা বুলি কওক।

ভবা কথাটোৱে যেন সঁচা, এনে এটা বদ্ধমূল ধাৰণাত বৰুৱা ছটফটাই উঠিল। দ্বিতীয় বাৰ্ত্তাবাহকজনৰ অপেক্ষাত অস্থিৰ হৈ বাৰে বাৰে বাটলৈ ভূমুকিয়ালে। সময়বোৰ যেন নাযায়। সূৰ্য্যটোৱে যেন বৰুৱালৈ চাই চাই হাঁহি হাঁহি এঠাইতে ৰৈ আছে। দিন নহয়, এটা যুগ।

অৱশেষত অপেক্ষিত সেই বাৰ্ত্তাবাহকজন আহিল। সেই বাহকজনেও কঢ়িয়াই আনিছিল সেই একে সংবাদ। একে খবৰ। বনমালাৰ বিষয়ে তেওঁ শুনা কথাবোৰ মিছা নহয়; সঁচা। মিছা হ'ল মাথোন তেওঁৰ মনৰ ধাৰণা!

তাৰ পিছত মহলৰ খবৰ লোৱাৰ আগ্ৰহ যেন তেওঁৰ হেৰাই গৈছিল। চিকাৰ নতুবা কেম্পৰ খবৰৰ প্ৰতি হৈ পৰিছিল উদাসীন। ডাক ৰাণাৰে বৈ অনা খবৰবোৰৰ যেন আৰু কোনো প্ৰয়োজন নাই।

এসপ্তাহ পিছৰ এটা দুপৰীয়া।

খবৰ আহিল: বাহৰত কেৰাচিনৰ নাটনি পৰিছে। কেৰাচিনৰ টিন কেইটামান পঠিয়াই দিব লাগে।

খবৰ শুনি বৰুৱাই একো নামাতিলে। 'হু' বুলি মনে মনে ৰ'ল। প্ৰতিমাই বুজিছিল: বৰুৱাৰ খং উঠিছে। কাৰণ সেইজনী প্ৰতিমাকে কেইমিনিটমান আগতে বৰুৱাই সুধিছিল: ৰাইফলটো আহি পালে নে প্ৰতিমা?

"পঠিয়াবলৈ লিখাই নাই হবলা।" ভয়ে ভয়ে উত্তৰ দিছিল প্ৰতিমাই।

"কিয়?" প্ৰশ্ন নহয় যেনিবা বজ্ৰপাত।

"লিখিবলৈ মানে সময়কে কৰিব পৰা নাই নেকি জানো?"

প্ৰতিমাই জানিছিল সেয়া সঁচা নহয়। তাই সঁচা কোৱা নাই। সঁচা কথাটো ক'বলৈ তাইৰ সাহস হোৱা নাছিল। কিন্তু বেচেৰীয়ে যি ভয় কৰিছিল অৱশেষত সেইটোয়ে হ'ল। ককায়েকক কিবা এটা ক'বলৈ নীলকমল বৰুৱা আহি ঠিক সেইসময়তে ককায়েকৰ পাছফালে থিয় দিছিলহি। প্ৰতিমাৰ কোৱা শেষ নৌহওঁতেই নীলকমল বৰুৱাই উত্তৰ দিছিল: সময়ৰ কাৰণে নহয়। ইচ্ছাকৈয়ে লিখা নাই।

"কাৰণ?" ককায়েকৰ প্ৰশ্ন।

"অনাহকত ধন ভঙাৰ প্ৰয়োজন কি? সেয়া অনাৱশ্যক বিলাসিতা।"

ইন্দ্ৰকমল বৰুৱাই দৃষ্টি ঘূৰাই নীলকমল বৰুৱালৈ চাইছিল। প্ৰতিমাই দেখিছিল: সেয়া মানুহৰ চকুতো নহয়। বাঘৰ চকু। দৃষ্টি নহয়; একুৰা জুই।

এয়া ধুমুহা-ঢেৰেকনিৰ আগজাননী।

কিন্তু বজ্ৰপাত নপৰিল। প্ৰতিমাৰ চকুৱে চকুৱে পৰাত উদ্গীৰিত হ'ব খোজা জ্বালামুখী এটাক হেঁচি ৰখাৰ দৰে বৰুৱাই মাথোন কৈছিল: এৰা, জীয়াই থকাটোয়ে আমাৰ কাৰণে এটা বিলাসিতা। হাতীয়েই হাতী চিকাৰীৰ মৃত্যুৰ কাৰণ। অত্যাধুনিক বন্দুক-বাৰুদেও সিইতক ৰক্ষা কৰিব নোৱাৰে।

তাৰপিছত ককায়েকক কিবা কোৱাৰ, সোধাৰ সাহস নীলকমল বৰুৱাৰ নাছিল। ভমক্কৈ জ্বলি উঠা জুই সৰ্ব্বনাশী। কিন্তু উমি উমি জ্বলি থকা জুই তাতকৈও ভয়াবহ।

ইন্দ্ৰকমল বৰুৱাৰ স্বভাৱ প্ৰতিমাৰ অজানা নহয়। নীলকমলকো তাই চিনি পায়। সম্ভাব্য দুৰ্ঘটনা এটাৰ আশংকা কৰি গিৰিয়েকক তাই অকলশৰীয়াকৈ মাতি নিছিল। আনে শুনাকৈ কটুকথাৰে তিৰস্কাৰ কৰিছিল। পত্নীৰ তিৰস্কাৰত জৰ্জ্জৰিত হৈ কঁপি উঠিল এজন স্বামী। লাজত। অপমানত। খঙত। চেপি ৰখা খঙত ৰঙা পৰি যোৱা নীল-

কমল বৰুৱাই কাকো একো ক'ব পৰা নাছিল। চ'ফা এখনত বহি মাথোন হুঁপিছিল এটাৰ পিছত আন এটা চিগাৰেট। শৰুকৈ মৰা জুইশলাৰ কাঠী আৰু দীঘল দীঘলকৈ হোঁপা চিগাৰেটৰ ধোঁৱাই কিন্তু তেওঁক শান্ত কৰিব পৰা নাছিল।

বোৱতী নদীৰ ভেটা দিব নোৱাৰি। ভেটা দিয়া সোঁতে পাৰ ভাঙি গতি সলায়। নতুন সুঁতিৰ সৃষ্টি কৰে। তেনেদৰে নিশ্চিত বিস্ফোৰণ এটাক চেপি ৰখাৰ চেষ্টা নিৰৰ্থক। বিস্ফোৰণ ঘটিবই। আৰু ঘটিছিলো। ইন্দ্ৰকমল বৰুৱাৰপৰা কোনো সঁহুত্তৰ নাপাই বাৰ্ত্তাবাহক-জনে নীলকমল বৰুৱাৰ ওচৰ চাপিছিল। কেম্পত প্ৰয়োজন হোৱা সামগ্ৰীবোৰৰ কথা কৈছিল। আৰু সেই মুহূৰ্ত্ততে ঘটিছিল এটা বিস্ফোৰণ। এটা সৰ্ব্বনাশী উদ্গীৰণ।

"ককাইদেউক ক'বি, পইচা পানীত উটি নাহে। গছৰ গুটি নহয়। কেৰাচিন নাই যদি কেম্প সামৰি গুচি আহিবলৈ ক'গৈ। মই পইচা ভাঙি কেৰাচিন যোগাব নোৱাৰো।"

ভায়েকে কোৱা কথাবোৰ উচ্চ স্বৰত ধ্বনিত হৈ বাৰাণ্ডালৈ ভাহি আহিল ; আৰু সেইখন বাৰাণ্ডাতে বহি আছিল এটা অশান্ত জ্বলামুখী। ভিচুভিয়াচ্। বৰ কোঁৱৰ ইন্দ্ৰকমল বৰুৱা।

কথা নহয় যেনিবা ঘৃতাহুতি। তৰিৎ গতিৰে বহাৰপৰা ভিতৰলৈ উঠি গৈছিল ইন্দ্ৰকমল বৰুৱা। ভমক্কৈ জ্বলি উঠা একুৰা জুই।

তাৰপিছত যি ঘটিছিল সেয়া এক অভাৱনীয় নিষ্ঠুৰ কাহিনী। এটা ভয় লগা দৃশ্য। উত্তেজিত বৰুৱাক মুকুলিকায়ো দেখিছিল। কিন্তু কি ঘটিব পাৰে সেই কথা ঠাৱৰ কৰিব পৰা নাছিল।

এটা অপ্ৰত্যাশিত মুহূৰ্ত্ত। সমগ্ৰ হাউলিটোৰ চাৰিওফালে হঠাতে আৰম্ভ হৈছিল এটা আতঙ্ক। কিন্তু হাউলিটোৰ আনবোৰ মানুহে গম পোৱাৰ আগেয়ে সেই ভয় লগা দৃশ্যটোৰ যৱনিকা পৰিছিল। অকস্মাতে ধুমুহাৰ দৰে ঘটনাস্থলীত প্ৰতিমা উপস্থিত নোহোৱা হ'লে সেই দৃশ্যৰ সামৰণি পৰিলহেঁতেন অন্যৰূপে।

দুনলীয়া বন্দুকটো হাতত লৈ চিকাৰীক আক্রমণ কৰিবলৈ খেদি অহা ঢেঁকীয়াপতীয়া বাঘ এটাক গুলীয়াবলৈ ওলোৱাৰ ক্ষিপ্রতাৰে ওপৰ মহলাৰপৰা তলৰ মহলালৈ নামি অহা বৰুৱাক দেখিয়েই মুকুলিকাই প্রমাদ গণিছিল। বিহ্বল কণ্ঠেৰে প্রতিমাক চিঞৰি নীলকমল বৰুৱাৰ কোঠালৈ আগবাঢ়ি যোৱা বৰুৱাৰ দু'ভৰিত সাবটি ধৰিছিল। কিন্তু দুৰ্দ্দান্ত বনৰীয়া হাতীৰ হিংস্রতাৰে আগবাঢ়ি যোৱা গিৰিয়েকৰ গতিৰোধ কৰিবলৈ মুকুলিকাৰ শক্তি নহ'ল। বৰুৱাৰ আঁজোৰত তাই ছিটিকি পৰিছিল।

একে মা'ক-দেউতাকৰ দুজন ভাই-ককাই। এজনৰ চকুত বিস্ময় আৰু আতঙ্ক। আনজনৰ চকুত ক্রোধমত্ত বাঘৰ হিংস্র কঠোৰ দৃষ্টি। লক্ষ্য ভাতৃৰ বক্ষস্থল। ট্রিগাৰ টানিবলৈ উদ্যত হোৱা বৰুৱাই আৰু এচেকেণ্ড সময় পোৱা হ'লেই ঘটনাই মোৰ সলালেহেঁতেন। ল'লেহেঁতেন এটা অন্যৰূপ। কিন্তু সেই মুহূৰ্ত্ততে আউলি-বাউলি চুলিৰে বৰদৈচিলাৰ দৰে উৰি আহি বৰুৱা আৰু থিৰিয়েকৰ মাজত গিয় হৈছিল প্রতিমা। ফোপনি আৰু ঘন ঘনকৈ উশাহ লোৱা প্রতিমা বৰুৱা যেন প্রতিমা নহয়। অমানৱীয় এটা অজেয় শক্তি।

তাৰ পিছত কাণৰ পদ্দা ছিৰি যোৱা গৰ্জ্জন আৰু গধুৰ বস্তু এটা মজিয়াত পৰি যোৱাৰ শব্দ। সেই শব্দ শুনি দূৰত উফৰি পৰা মুকলি-কাই ভাবিছিল: সকলো শেষ হৈ গ'ল। তাইৰ চকুৰ আগত ভাহি উঠিল: ৰক্তাক্ত মজিয়া এখনত ঢলি পৰা এজন ডেকাৰ ছট্‌ফটনিৰ দৃশ্য। জীৱন আৰু মৃত্যুৰ শেষ যুদ্ধত ক্রমান্বয়ে অৱশ হৈ যোৱা এটা মানৱ দেহ।

কিন্তু ইমান নিজম! ইমান নিস্তব্ধ!

মুকুলিকা লৰালৰিকৈ পৰাৰপৰা থিয় হৈ ভিতৰলৈ দৌৰিছিল।

অভাৱনীয়ভাৱে ঘটি যোৱা ঘটনাটোৰ পিছত কেইমিনিটমান নিস্তব্ধ হৈ একেঠাইতে থিয় হৈ আছিল ইন্দ্রকমল বৰুৱা। প্রতিমাই একো দেখা নাছিল। তাইৰ চকুৰ ছাৰিওফালে এন্ধাৰৰ এখন ডাঠ আৱৰণ। দৌৰি কোঠাটোত সোমোৱা মুকুলিকাই কেনেকৈ কি হৈ গ'ল একো বুজি পোৱা নাছিল।

হঠাতে বন্দুকটো মাজতে ভাঙি খিৰিকীৰে গুলীবোৰ দলিয়াই পোলোৱা বৰুৱাই বন্দুকটো পকা মজিয়াত কোবাই টুকুৰা-টুকুৰ কৰি পেলাইছিল। তাৰ পিছত সেই টুকুৰাবোৰ এটা এটাকৈ দলিয়াই পেলাইছিল বহুত দূৰলৈ।

আচৰিতভাৱে ৰক্ষা পৰি গৈছিল নীলকমল বৰুৱা। প্ৰতিমাৰ উপস্থিত বুদ্ধিয়ে গিৰিয়েকক ৰক্ষা কৰিছিল নিশ্চিত মৃত্যুৰপৰা ; আৰু ভাতৃ হত্যাৰ কলঙ্কৰপৰা ৰক্ষা কৰিছিল ইন্দ্ৰকমল বৰুৱাক। দৌৰি অহা প্ৰতিমাই দেখিছিল : গুলী এৰিবলৈ উদ্যত হোৱা বৰুৱাৰ হাতৰপৰা বন্দুকটো কাঢ়ি অনাৰ অৱসৰ নাই। সেই কালমুহূৰ্ত্তত জীৱনক তুচ্ছ কৰি বন্দুকৰ নলীটো ওপৰলৈ ঠেলি বৰুৱাৰ লক্ষ্য ওফোৰাই দিছিল বুদ্ধিমতী প্ৰতিমাই। ট্ৰিগাৰ এৰি দিয়া গুলী লক্ষ্যভ্ৰষ্ট হৈ ওপৰৰ চিলিঙত ছিটিকি পৰিল। গুলীৰ আঘাতত চিকাৰৰ সলনি মজিয়াত খহি পৰিল চিলিঙৰপৰা এৰাই যোৱা একখণ্ড প্ৰকাণ্ড মাটি।......

সেই ঘটনাৰ কেইদিনমান পিছত।

ইন্দ্ৰকমল বৰুৱাই প্ৰতিমাক মাতি আনি কৈছিল : তাক ক'বা প্ৰতিমা : কাইলৈ মই ইয়াৰপৰা যামগৈ। বিমান আৰু মুকুলিকাক লৈ মই আঁতৰি যোৱাৰ কথা ভাবিছোঁ। জমিদাৰী নতুবা পিতৃ-সম্পত্তিৰ প্ৰতি মোৰ কোনো অভিলিপ্সা নাই। সেই সকলোবোৰ তোমাৰ আৰু তাৰ। প্ৰয়োজন হ'লে ইচ্ছা-পত্ৰ এখন প্ৰস্তুত কৰিবলৈ তাক ক'বা। মই চহী দিম।

প্ৰতিমাৰ কাৰণে সেয়া যেন বিনামেঘে বজ্ৰপাত।

বৰুৱাৰ সিদ্ধান্ত শুনি প্ৰতিমা আৰু নীলকমলে তেওঁৰ ভৰিত সাবটি ধৰিলে। সিদ্ধান্ত পৰিত্যাগ কৰিবলৈ অনুনয়-বিনয় কৰিলে। কিন্তু সিদ্ধান্তৰ লৰচৰ নহ'ল। সিদ্ধান্ত নহয় ; যেনিবা শিলৰ ৰেখা।

কিন্তু একেবাৰে নিঃস্ব হৈ তেওঁ ৰাজপ্ৰাসাদ এৰি আহিব নোৱাৰিলে। প্ৰতিমা আৰু নীলকমলৰ অনুৰোধত পিতৃ-সম্পত্তিৰ নাম মাত্ৰ অংশ এটা লৈ বৰুৱা আঁতৰি আহিছিল গুৱাহাটীলৈ। লগত পত্নী

মুকুলিকা ; তিনি বছৰীয়া শিশু পুত্ৰ বিমান আৰু মাথোন কেইহেজাৰমান টকা।……

এই কাহিনীৰ প্ৰায় দুকুৰি বছৰ পিছত।

ইতিমধ্যে সুদক্ষ চিকাৰীৰ সন্মান প্ৰদৰ্শন কৰিবলৈ বিদেশী চৰকাৰে 'ৰায়চাহাব' উপাধি আগবঢ়োৱা ইন্দ্ৰকমল বৰুৱা চিৰ শান্তিৰ কাৰণে আঁতৰি গৈছিল। বিমান তেতিয়া বিমান নহয় ঃ বৰুৱা চাহেব।

এইজন বিমান বৰুৱাৰ কাৰণেই মই সিদিনা বস্তি-বঙলাত ৰাতি কটাবলগীয়া হৈছিলোঁ। যম নগৰীৰ দুৱাৰডলিৰপৰা মোক টানি আনিছিল বিঞ্জি শ্বেৰপাই। মোৰ জীৱন ৰক্ষক সেইজন শ্বেৰপাৰ একমাত্ৰ কন্যা মায়া। মোৰ জীৱনত বনমালা কোন ? মায়া নে শ্বেৰপা ?

## ॥ তিনি ॥

বিমান বৰুৱাৰ নামটো বিমান বৰুৱা ৰখাৰ কাৰণটো মই প্ৰথমে বুজি পোৱা নাছিলোঁ। বুজিছিলোঁ বহুত পিছত।

বিমান বৰুৱা মোৰ বন্ধু নতুবা সমবয়সীয়া নহয়। উচ্চ শিক্ষিত ধনী ব্যৱসায়ী বৰুৱা বয়সত মোতকৈ বহুত ডাঙৰ। প্ৰয়োজনতকৈ এষাৰো বেছি কথা নোকোৱা আভিজাত্য আৰু বংশ-মৰ্য্যাদা সচেতন বৰুৱা চাহাবৰ লগত মোৰ কিহৰ সম্পৰ্ক সেই কথা পিছত ক'ম।

স্নাতক পৰীক্ষাৰ পিছত ভাবিছিলোঁ ঃ কি কৰিম ? ঘৰৰ অৱস্থা সিমান ভাল নহ'লেও আৰু দুটা বছৰ পঢ়োৱাৰ যোগ্যতা দেউতাৰ আছে। কিন্তু সেই বুলিয়েই মই জানো ঘৰখনৰ প্ৰতি আওকণীয়া হোৱা উচিত ?

চাকৰিৰপৰা অৱসৰ ল'বলগীয়া দেউতাৰ ওপৰতে এখন প্ৰকাণ্ড সংসাৰ। মোৰ, ভাইটিৰ আৰু ভনীজনীক পঢ়োৱাৰ খৰচৰ উপৰিও

খুড়াদেউৰ ল'ৰা-ছোৱালী কেইটালৈও টকা পঠিয়াব লাগে। পূজাই-পৰবে, বিহুৱে-সংক্ৰান্তিয়ে গাৱঁৰ ঘৰখনলৈ টকা নপঠিয়ালে নহয়।

ঘৰৰ ডাঙৰ ল'ৰা হিচাপে দেউতাক সকাহ দিয়াটো মোৰ কৰ্ত্তব্য। কিন্তু কেনেকৈ ? মই কি কৰিব পাৰোঁ ? চাকৰি ? চাকৰি পোৱাটো জানো ইমান সহজ ?

বিজ্ঞাপন এখন চকুত পৰিল। শিলজুৰি চাহ-বাগিচাত সহকাৰী পৰিচালক এজন লাগে। কেইবছৰমানৰ ভিতৰতে পৰিচালকৰ পদলৈ প্ৰমোচন দিয়াৰ প্ৰলোভন দেখুৱাবলৈকেও বিজ্ঞাপনদাতাই পাহৰা নাই। দৰখাস্তৰ লগত পাছপ'ট চাইজৰ ফটো পঠোৱা বাঞ্ছনীয়।

"মালিকৰ মতলব কিন্তু ভাল নহয়। বুইছ! নহ'লে চাকৰিৰ দৰখাস্তৰ লগত ফটো বিচৰাৰ কি কাৰণ থাকিব পাৰে ?" বিজ্ঞাপনখনৰ সম্পৰ্কত চঞ্চলে মন্তব্য দিছিল। চঞ্চল মোৰ সহপাঠী বন্ধু।

মই তাৰ ৰগৰটো বুজি পাই হাঁহিছিলোঁ।

"লোকচান কি ? একে ফৰ্ম্মুটিত দুই পখী। কামিনী আৰু কাঞ্চন।" চঞ্চলক উচটাবলৈ টিপ্পনি কাটিলোঁ।

"পৰীক্ষা প্ৰাৰ্থনীয়। চেহেৰাতো আছেই। একেকোবে ফাৰ্ষ্ট চান্স পাই যাবি।"

"আৰু তই একা ?"

"আৰে ভাই, প্ৰাঞ্জল খনিকৰৰ দৰে কাৰ্ত্তিক সদৃশ চেহেৰা থকা হ'লে তই ক'বই নালাগে। বুইছ। তইতো বিজ্ঞাপনখন মোক দেখুৱাইছ ! মই হ'লে নেদেখুৱালোহেঁতেন।"

গ'ল কথা গুচিল।

বিজ্ঞাপনখনৰ প্ৰতি মই তেতিয়া সমান গুৰুত্ব দিয়া নাছিলোঁ। কিন্তু তাৰপিছদিনাখন সেই চঞ্চলেই মোৰ হৈ দৰখাস্ত এখন টাইপ কৰি আনিছিল। এলবামৰপৰা মোৰ আলোছবি এখন একুৱাই দৰখাস্তখনৰ সোঁ-চুকৰ এঠাইত চহী কৰিবলৈ মোক জোৰকৈয়ে বাধ্য কৰাইছিল। তাৰ পিছত সেই দৰখাস্তখন দি পঠিয়াই দিছিল নে কি কৰিছিল নাজানো।

কেই সপ্তাহমান পিছত।

বি. এচ-ছি পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত 'এৰোনটিক' ইঞ্জিনীয়াৰিং পঢ়াৰ সুযোগ পাই বোম্বাই পালেগৈ। সি গ'লত মনটো উকা উকা লাগিল।

কথা আছিলঃ বোম্বাই পায়ে সি মোলৈ চিঠি দিব। সেই কাৰণে তাৰপৰা চিঠি এখন পোৱাৰ আশাত আছিলোঁ।

এদিন চিঠি এখন পালোঁও।

কিন্তু মই আশা কৰা চিঠিখন নহয়। আন এখন অপ্ৰত্যাশিত চিঠি। মই আচৰিত হলোঁ।

ইণ্টাৰভিউৰ পিছত প্ৰাৰ্থী বাছনি কৰিব বুলি দিয়া বিজ্ঞাপনখন ভুল নে মোৰ নিয়োগপত্ৰখন ভুল? চিঠিখন হাতত লৈ বাৰে বাৰে ঘূৰাই-পকাই চালোঁ। মোৰ ভুল হোৱা নাই। সেইখন ইণ্টাৰভিউলৈ মাতি পঠিওৱা আমন্ত্ৰণী পত্ৰ নহয়। চাকৰিত মকৰল হ'বলৈ দিয়া নিয়োগপত্ৰ।

কিন্তু মোৰ বিশ্বাস হোৱা নাছিল। এনেকৈও জানো চাকৰি পাব পাৰি? চাকৰি পায়? কিন্তু পাইছিলোঁ।

পৰীক্ষাৰ খবৰ আমাৰ তেতিয়াও ওলোৱা নাছিল। কি কৰিম? চাকৰিত যোগ দিম নে আকৌ পঢ়িম একো স্থিৰ কৰিব নোৱাৰি দেউতাৰ কাষ চাপিলোঁ। কিন্তু ভয়ত মই পেপুৱা খাই পৰিছোঁ। ভাবঃ দেউতাই গৰ্জ্জি উঠিব। খং কৰিব।

কিন্তু মই ভবাৰ দৰে দেউতাই গৰ্জ্জি নুঠিল। মুখখন দেখি দেউতাই ভাল পাইছিল নে বেয়া পাইছিল একো বুজিব নোৱাৰিলোঁ। কৈছিলঃ তোৰ ইচ্ছা।

মনলৈ সাহস আহিল। দেউতাই তেন্তে সিমান বেয়া পোৱা নাই। কিন্তু সমস্যা হ'ল: শিলজুৰি ক'ত? তালৈ কেনি যায়? কিহেৰে যায়? ৰেলত যাব লাগে নে বাছ চলে সেই বিষয়ে মই একো নাজানো।

চঞ্চললৈ মনত পৰিল। চিঠি এখন লিখি জনাবলৈও তাৰ ঠিকনাটো মোৰ হাতত নাই।

সমস্যাবোৰ সদায় সমস্যা হৈ নাথাকে।

কিন্তু বাট-পথৰ সন্ধান পোৱাৰ পিছত ভাব হৈছিল ঃ ইমান ভিতৰুৱা ঠাইলৈ যাম জানো ? কিন্তু এবাৰ সিদ্ধান্ত লৈ দেউতাক জনোৱাৰ পিছত পিছ হোঁহোকাৰ কথা নুঠে। কাম কৰি নিতান্ত বেয়া লাগিলে চাকৰি ইস্তফা দি গুচি আহিম।

কামত ভৰ্ত্তি হোৱাৰ কেইদিন পিছত এদিন পৰীক্ষাৰ খবৰ ওলাইছিল। শিলজুৰিলৈ গুৱাহাটীৰপৰা কাগজ যাবলৈ তিনিদিন লাগে। তুদিনৰ আগত তাঁৰবাৰ্ত্তা নাপায়। মই পৰীক্ষা পাছ কৰাৰ খবৰটো পাইছিলোঁ ট্ৰাঙ্ককলত। দেউতাই জনাইছিল।

খবৰটো শুনি মেনেজাৰে মোক মাতি নি কন্‌গ্ৰেচুলেশ্যন জনাইছিল। বাগিচাৰ মালিকে আয়োজন কৰিছিল এটা ডিনাৰ-পাৰ্টি। সিদিনাহে বুজিছিলোঁ মই চাকৰি পোৱাৰ ৰহস্য ক'ত ? শিলজুৰি চাহ-বাগিচাৰ লগত দেউতা আৰু বিমান বৰুৱা কেনেদৰে জড়িত।

সেই কথা এতিয়া থ'ক।

'বেয়া লাগিলে গুচি আহিম' বুলি ভবা শিলজুৰি বাগিচা এৰি মই যাব পৰা নাছিলোঁ। মন নবহিব বুলি ভবা শিলজুৰিত মনে খোপনি পুতিছিল। শিলজুৰিৰ আকৰ্ষণত বন্দী হৈ ৰ'বলৈ বাধ্য হলোঁ। আৰু এই শিলজুৰিৰ এদিনৰ এটা ঘটনাই মোক টানি নিছিল বস্তি-বঙলালৈ।

এটা এটাকৈ চাৰিটা বছৰ শিলজুৰিৰ বুকুত মোৰ পাৰ হৈ গৈছিল। প্ৰত্যেক বছৰেই দেখি আহিছোঁ শিলজুৰিৰ বুকুলৈ যৌৱন আহে, নামে। শিলজুৰি ৰূপহী যুৱতী হয়। প্ৰকৃতিৰ ৰূপহ কোঁৱৰক বন্দীকৈ ৰাখিব খোজে।

সেইবাৰো শিলজুৰিৰ বুকুলৈ যৌৱনৰ জোৱাৰ নামিছিল। সেয়া এক অন্য জোৱাৰ। সেই জোৱাৰ আনিছিল মানুহ আৰু প্ৰকৃতিয়ে। শিলজুৰি যেন শিলজুৰি নহয়। এখন অৰণ্য নগৰী। পাট গাভৰু, সুন্দৰী।

অসমৰ মাটিত জুলীয়া সোণে চিকমিকায়। সেউজীয়া সোণে

জিলমিলায়। সোণবৰণীয়া মাণিকি-মধুৰি ধানৰ থোকে হাঁহে। সেই হাঁহিৰ পোৱালমণি গাঁথি আন্তৰ্জাতিক বজাৰৰ আশাত সেই বেলি অসমলৈ আহিছিল এটা হিন্দী কথাছবিৰ কলা-কুশলীৰ দল। শিল্পীৰ গোট। পৰিচালক-প্ৰযোজক মিঃ অৰোৰাৰ লগত আহিছিল বিভিন্ন কাৰিকৰী লোকৰ সৈতে এদল শিল্পী। হিন্দী কথাছবি-জগতত আলোড়ন সৃষ্টি কৰা নায়ক চিত্ৰজ্যোতি আহুজা আৰু নায়িকা নাহাৰে ভাবিছিল ঃ অসমত তেওঁলোকক কেৱে চিনি নাপাব। চিত্ৰমোদীসকলৰপৰা চিত্ৰগ্ৰহণৰ সময়ত তেনে কোনো বিশেষ অসুবিধা নাপায়। কাৰণ অসমখন বোম্বাই নহয়। কিন্তু তেল-নগৰীত আৰম্ভ কৰা চিত্ৰগ্ৰহণৰ সময়ত তেওঁলোকৰ সেই ধাৰণা ওলট-পালট হৈ গ'ল। তেওঁলোকৰ সেই অভিজ্ঞতাই চাহ-বাগিচাৰ দৃশ্য গ্ৰহণৰ বাবে বিচাৰিছিল এটা শান্ত, সুন্দৰ নিৰ্জ্জন পৰিৱেশ। সেই পৰিৱেশৰ কাৰণে শিল্পীৰ দলটোক শিলজুৰিয়ে জনাইছিল আমন্ত্ৰণ। শিলজুৰিৰ হাতবাউলিত কথাছবিৰ দলটোয়ে সঁহাৰি জনোৱাৰ আন এটা কাৰণ আছিল এজন মানুহৰ প্ৰতিশ্ৰুতি। সেই প্ৰতিশ্ৰুতি দিছিল শিলজুৰি চাহ-বাগিচাৰ আঠ অনীয়া অংশীদাৰ বিমান বৰুৱাই। প্ৰতিশ্ৰুতি ঃ ইউনিটটোৰ প্ৰয়োজনীয় সুবিধাখিনি যোগাৰ কৰি দিবলৈ বৰুৱাৰ কোনো অসুবিধা নহয়। যোগাৰ কৰি দিব।

বহুদিন আগৰেপৰা বৰুৱা চাহাবক চিনি পালেও, জানিলেও তেতিয়ালৈকে সঁচা মানুহজনক বুজি পোৱাৰ সুযোগ মোৰ হোৱা নাছিল। ইমান দিনে বৰুৱা চাহাব আছিল মোৰ অন্নদাতা মালিক আৰু মই আছিলোঁ তেখেতৰ বেতনভোগী কৰ্ম্মচাৰী। কিন্তু হঠাতে আমাৰ সেই সম্পৰ্কটোৰ যেন সলনি হৈ গ'ল।

বৰুৱা চাহাবৰ নিৰ্দ্দেশ পাই দলটোৰ কাৰণে থকা-খোৱাৰ সকলো যোগাৰ আমি যত্নাই ৰাখিছিলোঁ। কিন্তু বাগিচাৰ আনজন অংশীদাৰে আপত্তি কৰিছিল। অনাহকত এইবোৰ জঞ্জাল মূৰ পাতি লোৱাৰ কোনো অৰ্থ নাই। কিন্তু ব্যৱসায়িক উদ্দেশ্যটো বুজি পোৱাৰ

পিছত বকৰাক শলাগিছিল। দলটো যাতে অসন্তুষ্ট নহয় তালৈ লক্ষ্য ৰাখিবলৈ বাকীজন অংশীদাৰ চলিহাই আমাক বাৰে বাৰে সকীয়াই দিছিল।

নিৰ্দ্দিষ্ট সময়ত ইউনিটটো আহি শিলজুৰিত উপস্থিত হ'ল। 'এটি কলি দুটি পাত'ৰ দেশ অসমৰ চাহনি তেওঁলোকৰ কাৰণে নতুন। বিস্ময়ত দলটো বোবা হৈ পৰিল। ইমান সুন্দৰ; ইমান ৰূপ? নেদেখা দেখাৰ—নোপোৱা পোৱাৰ হেপাহেৰে তেওঁলোকে ছবি ল'লে: চাহনিৰ মাজৰ, কলঘৰৰ মজিয়াৰ। পাত তোলাৰপৰা আৰম্ভ কৰি বাহিৰলৈ পঠোৱাৰ কাৰণে বাকচত ভৰোৱালৈকে চাহপাত প্ৰস্তুত কৰাৰ বিভিন্ন পৰ্য্যায়ৰ ছবি। প্ৰকৃতিৰ শোভা দেখি আলোক শিল্পী বনচালে চিঞৰি উঠিল: ৰিয়েলি ৱণ্ডাৰফুল।

বিস্মিত বনচালৰ প্ৰশংসা শুনি বকৰাই হাঁহিছিল।

: ইয়াত একোৱেই নাই মিঃ বনচাল। এবাৰ ৰঙাজান আৰু সুন্দৰী-শিলালৈ ওলাওক না। আই এম চিউৰ—ইউ উইল বি ম্যাড এট দি বিউটি অৱ দি ন্যাচাৰ। কৃষ্ণচূড়াৰ ৰঙা ৰঙা, সোণাৰুৰ হালধীয়া আৰু আজাৰ গছৰ বেজাৰ গুচাই ফুলা হেজাৰ বেঙুনীয়া ফুলৰ মাজে মাজে চৰি ফুৰা ফুট্‌কা-ফুট্‌কী হৰিণাৰ জাকবোৰ দেখিলে আপোনালোক তন্ময় হৈ যাব। এফালে পৰ্ব্বতীয়া জুৰি ৰঙাজানৰ কুলু কুলু ধ্বনি, আনফালে বনৰীয়া চৰাইৰ বিভিন্ন ৰহণ, বিভিন্ন কণ্ঠসঙ্গীতৰ সুললিত সুৰ। ইন্দ্ৰপুৰী নহয়; কিন্তু মৰতত সৃষ্টি কৰা এখন সঁচা সৰগ।

পৰ্ব্বতৰ নামনিৰ ৰঙাজান আৰু সুন্দৰীশিলাৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনা শুনি বনচালে লোভ সামৰিব পৰা নাছিল। লোভ সামৰিব পৰা নাছিল প্ৰযোজক-পৰিচালক অৰোৰাই। অৰোৰাক উচটাবলৈ বনচালে কৈছিল: ইট ইজ ওন্‌লি থাৰ্টি মাইলচ্। দোজ উইল বি ৱণ্ডাৰফুল এণ্ড ৰেয়াৰ ষ্টক্ শ্বটচ্ ফ' আচ।

তেওঁলোক গৈছিল। অৰোৰাৰ মতে ল'কেশ্যন হাণ্টিং। আলোক শিল্পী বনচালৰ মতে শ্বটচ্ টেকিং।

এখন জীপ। চাবিজন মানুহ। পৰিচালক অৰোৰা; আলোক শিল্পী বনচাল; নায়িকা নাহাৰ আৰু গাড়ীচালক দেবেশ্বৰ। নাহাৰ যোৱাৰ কোনো প্ৰয়োজন নাছিল। কিন্তু নায়িকাই সেই সুযোগ এৰিব কিয়? নাহাৰৰ কাৰণে 'ছ্যাটচ্ উইল বি প্লেজাৰ ট্ৰিপ।"

বৰুৱাই কৈছিল: তুমিও যোৱা প্ৰাঞ্জল। ঠাইবোৰ তেওঁলোকক দেখুৱাই দিবা।

কিন্তু মোৰ যোৱা নহ'ল। গৈছিল দেবেশ্বৰ। মোতকৈও সেই ঠাইবোৰৰ অভিজ্ঞতা দেবেশ্বৰৰ বেছি। অৰোৰাহঁত ৰঙাজানলৈ যাব বুলি শুনাৰ পিছৰেপৰা সি মোৰ পিছে পিছে ঘূৰিছিল। তাৰ মতলবটো মই বুজিছিলোঁ।

পেকেট-লাঞ্চ লৈ তেওঁলোক ওলাই গৈছিল। বনচালৰ তত্ত্বাৱধানত এটা হেণ্ড হেল্ড কেমেৰা। সন্ধিয়াৰ আগে আগে ঘূৰি আহি পাবহি। কিন্তু মই লক্ষ্য কৰিছিলোঁ, দেবেশ্বৰ যেন সিমান সুখী হ'ব পৰা নাই। কাৰণ ড্ৰাইভিং চিটত বহিছিল অৰোৰা; মাজত বনচাল, আনটো কাষত নাহাৰ। পিছৰ চিটত বহিছিল দেবেশ্বৰ। বহিছিল মানে বহিবলৈ দিছিল অৰোৰাই। ৰূপহী যুৱতী নায়িকাজনীৰ বাহ্‌বা লোৱাৰ আশাৰে কেনেদৰে গাড়ী চলাব; গিয়েৰ সলাব; ব্ৰেক ধৰি হঠাতে গাড়ীখন ৰখাই দিব সেই বিষয়ে সি হয়তো মনতে বহুত কিবাকিবি কল্পনা কৰিছিল। তাৰ দৰে বয়সৰ ডেকা এজনৰ কাৰণে সেয়া নিতান্তই স্বাভাৱিক।

কামত ব্যস্ত হৈ থকা সময়বোৰ কেনি পাৰ হৈ যায় গম ধৰিব নোৱাৰি। দিনটো বৰ চমু চমু লাগে। সিদিনা কেতিয়া সন্ধিয়া হৈছিল গম পোৱা নাছিলোঁ।

ৰাতিলৈ পাৰ্টি এটাৰ আয়োজন কৰাৰ দায়িত্ব ৰাতিপুৱাই অৰোৰাই মোক দি গৈছিল। জেপৰপৰা নোট এজাপ উলিয়াই মোৰ হাতত দি বাগিচাৰ মালিক, কৰ্ম্মচাৰীসকলৰ বাহিৰে আৰু কাক কাক নিমন্ত্ৰণ কৰিব লাগিব সুধিছিল। মই কৈছিলোঁ।

অৰোৰাৰ মতে: পাৰ্টিটো জমিব লাগিব। কাৰ্পণ্য যেন কৰা নহয়।

জমিব। নজমিব কেলেই? ওচৰৰ বাগিচা কেইখনৰ মেনেজাৰ কেইজনক মই এতিয়াই ফোন কৰি নিমন্ত্ৰণ জনাম। গধূলি আহি দেখিবাহি: একোজনীৰ কি ছেও? কি ঢং? প্ৰাপ্তবয়স্ক লোকৰ কাৰণে কৰা ছবিতো কিজানি নায়িকাৰ তেনে অৱস্থাৰ ছবি তুলিবলৈ তুমি লাজ পাবা। লেনীয়া সুৰেৰে 'মিঃ ওৰ্‌ওৰা' বুলি তোমাক যিহে আব্দাৰ কৰি মাতিব, সন্ধিয়া দেখিবা নহয়।

আৰু কাৰ্পণ্য? কাৰ্পণ্য কৰিবলৈ মোৰ কিটো আছে? মোৰ জেপৰ পইচা খৰচ হ'ব নে? কিমান খাবা—খুৱাবা—গধূলি দেখিম নহয়।

"হ্যাটচ্‌ ও. কে?"

অৰোৰাৰ মাতত বাস্তৱ জগতলৈ ঘূৰি আহিলোঁ।

মোৰপৰা ডিনাৰ পাৰ্টি সম্পৰ্কে নিশ্চিন্ত হোৱাৰ প্ৰতিশ্ৰুতি পাই কৰমৰ্দ্দন কৰি আঁতৰি গৈছিল অৰোৰা।

সন্ধিয়া লাগি ভাগিল। সাজ গঢ়ি ৰাতি হ'ল। নিমন্ত্ৰিত আলহীসকল আহি মেনেজাৰৰ বঙলাত গোট খালে। কেম্পৰপৰা শিল্পীসকলো ইতিমধ্যে আহি যোগ দিছে। ভিতৰত ৰন্ধা-বঢ়াৰ আয়োজন। বিভিন্ন সুগন্ধী মচলাৰ সুবাস।

কিন্তু অৰোৰা?

অৰোৰাহঁত তেতিয়াও আহি পোৱা নাছিল। সকলোৱে বিচাৰ লৈছিল অৰোৰাৰ। আমি ভাবিছিলোঁ: খুউব বেছি পলম হ'লে ৰাতি আঠ বাজিব।

বিভিন্ন পানীয়, কাঁটা-চামুচৰ শব্দ আৰু হাঁহি-ধেমালিৰ মাজেৰে সময় আগ বাঢ়িল। এমিনিট দুমিনিটকৈ সময় পাৰ হৈ গ'ল। আলহীসকলে তেতিয়া অৰোৰাহঁতৰ কথা পাহৰি গৈছিল। ৰাতি কিমান হৈছিল তালৈ কাৰো ভ্ৰূক্ষেপ নাই। তেতিয়া কোনে কেইগিলাচ পানীয় আৰু কিমান ডিছ চিকেন ফ্ৰাই শেষ কৰিব পাৰে, তাৰ প্ৰতিযোগিতা চলিছে। কিন্তু বৰুৱা চাহাব হিচাপী মানুহ। তেখেত উচপিচাই উঠিল। চকুৰ ঠাৰেৰে

মোক কাষলৈ মাতি নি কাণৰ কাষত ফুচফুচাই ক'লে ঃ ইমান ৰাতি হোৱাৰ কাৰণ কি ? চাৱে দহ বাজিলহি। ব'লাচোন, আমি আগবাঢ়ি যাওঁ। কিবা আহুকাল নহ'লে নিশ্চয় ইমান বেলি নহয়।

হাতৰ ঘড়ীটোলৈ চালোঁ। ৰাতি ভালেমান হৈছে। হাবিৰ মাজত ৰাতি চাৱে দহ বজা মানে বহুত ৰাতি।

বৰুৱা আৰু মই বঙলাৰপৰা নিঃশব্দে নামি আহি গাড়ীত বহিলোঁ। পাৰ্টিত গোট খোৱা মানুহখিনিয়ে আমালৈ লক্ষ্য কৰা নাছিল।

চাহনিৰ শেষ সীমা পাৰ হৈ মূল পথত উঠিব খোজোঁতেই উজ্জ্বল পোহৰ এটা আমাৰ চকুত পৰিল। গাড়ী ৰখাই থমকি ৰলোঁ।

"জীপৰ পোহৰ নহয় নে ?" বৰুৱাই সুধিছিল।

মই শলাগিলোঁ ঃ কিন্তু সেইখন অৰোবাইতৰ জীপ নহ'বওতো পাৰে।

"পাৰে। যদি নহয়, তেন্তে তেওঁলোকে এতিয়াও ৰঙাজান এৰি আহিব পৰা নাই। নিশ্চয় কিবা বিপদ হৈছে। জীপত স্পেয়াৰ আছে নহয় ?"

মই উত্তৰ দিছিলো ঃ আছে।

জীপখন আগবাঢ়ি আহিল। চিনি পালোঁ, অৰোবাইতৰ জীপ। জীপৰ ভিতৰৰ চিটত বনচাল। সন্মুখৰ চিটত নাহাৰ আৰু অৰোৰা। কিন্তু দেবেশ্বৰ ? দেবেশ্বৰক নেদেখিলোঁ কিয় ?

অৰোবাইতে আমাক দেখিছিল। কিন্তু জীপ নৰখালে। অৰোবাই চলন্ত জীপখনৰ ষ্টিয়াৰিঙৰপৰা সোঁহাতখন এৰাই হাতখন জোকাৰি আঁতৰি গ'ল। বৰুৱা চাহাবে অৰোবাক কিবা এটা সুধিব খুজিছিল। কিন্তু সুযোগ নাপালে। আমি গাড়ী ঘূৰাই তেওঁলোকক অনুসৰণ কৰিলোঁ।

জীপখন আহি কেম্পৰ সন্মুখত ৰ'ল। আমি দূৰৰপৰা দেখিছিলোঁ অৰোৰা, নাহাৰ আৰু বনচাল গাড়ীৰপৰা নামি তেওঁলোকৰ কাৰণে আচুতীয়াকৈ ৰখা কোৱাৰ্টাৰটোৰ ভিতৰলৈ সোমাই গ'ল। বনচালৰ হাতত কেমেৰা।

তেওঁলোকৰ জীপৰ পিছে পিছেই আমাৰ গাড়ী আগবাঢ়ি আহিছিল। কিন্তু জীপৰপৰা নামি আমালৈ কিয় অপেক্ষা নকৰিলে নুবুজিলোঁ। আমাৰ গাড়ী বৈ থকা জীপখনৰ ওচৰেৰে পাৰ হৈ মেনেজাৰৰ বঙলালৈ আগবাঢ়ি আহিল।

ডিনাৰ-পাৰ্টিত গোট খোৱা পুৰুষ-মহিলাখিনিয়ে বোধহয় আমাৰ অনুপস্থিতিটোৰ কথা গম পাইছিল। কোঠাটোত সোমাৱাৰ লগে লগে কেবাখনো মুখে একেলগে প্ৰশ্ন কৰিছিল ঃ আমি ক'লৈ গৈছিলোঁ। কোনোবা এজনে গাত নলগাভাৱে উমৈহতীয়াকৈ কৈ উঠিল ঃ অৰোৰাহঁত এতিয়ালৈকে আহি নাপালেচোন।

বৰুৱা চাহাবে উত্তৰ দিছিল ঃ আহিছে।

তেওঁলোকৰ কাৰণে সেই উত্তৰটোৱে যথেষ্ট। তাতকৈ বেছি কথা সোধাৰ প্ৰয়োজন নাই। প্ৰয়োজন বোধ কৰিলেও সুধিবলৈ জিভা গধুৰ হৈ পৰিছে।

আধাঘণ্টা পাৰ হৈ গ'ল।

কোঠাটোৰ ভিতৰলৈ সোমাই আহিল অৰোৰা, বনচাল আৰু নাহাৰ। কোৱাৰ্টাৰত সোমাই গা-মূৰ ধুই অহা সত্ত্বেও তেওঁলোকক বৰ ক্লান্ত যেন দেখাইছিল। অনিচ্ছাকৃত পলমৰ কাৰণে অৰোৰাই সকলোৰে ওচৰত ক্ষমা বিচাৰিলে।

"ড'ন্ট্ বি ও-ৰি-ড্ মিঃ ৰে্ওৰা। উই হ্যা-ভ ন-ট্ মা-ই-ণ্ড ফ' দ্যাট্।"

কোনোবা এজনে বৰ কষ্টেৰে উত্তৰ দিছিল।

"সুন্দৰীশিলা কেনে লাগিল মিঃ অৰোৰা?" বৰুৱা চাহাবে সুধিছিল।

"বিউটিফুল। ৰিয়েলি ৰেয়াৰ এণ্ড ৱণ্ডাৰফুল চাইটচ্। ৱাৰ্থ চিয়িং।"

"ডেঞ্জাৰাচ্ টু।" অৰোৰাৰ উত্তৰৰ লগত যোগ দিছিল বনচালে "চে— ডেড্লি।" বনচালক শুধৰাই দিছিল নায়িকা নাহাৰে।

সঁচাকৈয়ে মনোমোহা ঠাই। অপূৰ্ব্ব।

অকল মনোমোহাই নহয় ; বিপদসঙ্কুলো ।

অন্তার্থত যমপুৰী ।

আটাইবোৰে নাহাৰৰ মুখলৈ চালে ।

চাইছিল এখন ধুনীয়া মুখৰ সৌন্দৰ্য্য-শ্ৰী উপভোগ কৰিবলৈ নহয় । কিনো ইমান 'ডেডলি' সেই কথা শুনাৰ ঔৎসুক্যতাতহে ।

কিন্তু কথা কৈছিল অৰোৰাই ।

কোৱাইট চো । থ্যাঙ্কচ্ গড্ । দি ড্ৰাইভাৰ ওহ্ দি প'ৰ শ্যাপ্—...।"

ড্ৰাইভাৰ । তাৰমানে দেবেশ্বৰ । কি হ'ল বেচেৰাৰ ? অথনি জীপত তাক দেখা নাপালোঁ কিয় ?

মনটো উদগ্ৰীৱ হৈ পৰিল । অমঙ্গলীয়া চিন্তা এটাই মনটো জুমুৰি দি ধৰিলে । সুন্দৰীশিলাৰ হাবিত সি তেন্তে চিৰদিনলৈকে হেৰাই গ'ল নেকি ?

অধৈৰ্য্য হৈ অৰোৰাৰ মুখলৈ চালোঁ । কিন্তু সন্মুখৰ গিলাচটোৰপৰা 'চেম্পেইন' এঢোক মুখত ঢালি দি অৰোৰা মৌন হৈ ৰ'ল । সেই সময়তে মেনেজাৰৰ ইঙ্গিতত মই আঁতৰি যাব লগা হলোঁ । অৰোৰাহঁতৰ কিয় পলম হৈছিল ; দেবেশ্বৰৰ কি হ'ল সেই কথা শুনিবলৈ মই তাত বৈ থাকিব নোৱাৰিলোঁ । ৰান্ধনি-শাল আৰু ডাইনিং টেবুলৰ সকলো ব্যৱস্থা পৰীক্ষা কৰি পৰিৱেশনৰ কামত নজৰ দিবলৈ কৈ মেনেজাৰ আঁতৰি গ'ল ।

নাহাৰে কোৱা 'ডেড্লি' ৰঙাজানত তেওঁলোকৰ কি হৈছিল বাৰু ? কি বিপদৰ সন্মুখীন হৈছিল ?

খোৱা-বোৱাৰ পিছত মানুহবোৰ আঁতৰি গ'ল । কোন ৰূপহীৰ (?) শাৰীৰ আঁচলে কাক মেৰিয়াই ধৰিছিল সেই কথাৰ খবৰ লোৱাৰ মোৰ অৱসৰ নহ'ল । 'ট্ৰিপ্‌টিজ্' ক্লাৱ এটা আমাৰ ইয়াতো খুলিব পৰাহেঁতেন বুলি কোনোবাজন বিশিষ্ট অতিথিয়ে ভাবিছিল যদিও তেওঁৰ মনৰ সেই খবৰ লোৱাৰ অৱসৰ মোৰ নাছিল ।

নিমন্ত্রিত অতিথিসকলক বিদায় দি শেষলৈ বহি আছিল অৰোৰা, বনচাল, নাহাৰ আৰু নায়ক চি. জে. আহুজা। ভিতৰৰ জঞ্জাল সামৰি মই যেতিয়া সেইখিনি পাইছিলোঁ, তেতিয়া বহুত ৰাতি। মোক দেখিয়েই বৰুৱা চাহাবে আগ্ৰহেৰে চিঞৰি উঠিল: তুমিনো ক'ত ঘূৰি ফুৰাহে প্ৰাঞ্জল? আহা—আহা। অৰোৰাক তোমাৰ কথা মই এইমাত্ৰ কৈছিলোঁ।

তাৰপিছত অৰোৰালৈ লক্ষ্য কৰি ইংৰাজীতে আৰম্ভ কৰিছিল: এওঁৱেই প্ৰাঞ্জল খনিকৰ। অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ ঔপন্যাসিক। খুউৰ জনপ্ৰিয়। কেবাখনো উপন্যাসৰ চিত্ৰ-স্বত্ব ইতিমধ্যে বিক্ৰী হৈ গৈছে। ৰিলিজ এতিয়ালৈকে হোৱা নাই। কিন্তু মুক্তিপথত। অসমীয়া কথাছবিৰ একমাত্ৰ যশস্বী চিত্ৰনাট্য ৰচক। এওঁ নিশ্চয় আপোনাক সহায় কৰিব পাৰিব। কাহিনী, চিত্ৰনাট্য আৰু সংলাপৰ কাৰণে আপুনি সম্পূৰ্ণৰূপে এওঁৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে।

আচৰিত! মানুহে ইমান মিছা কথা ক'ব পাৰে? বিশেষকৈ বৰুৱাৰ নিচিনা গণ্য-মান্য ভদ্ৰলোক এজনে তেনেদৰে ফাকি দিয়াটো অশোভনীয়। প্ৰথমতে ভাবিছিলো: নিচাত বলকা প্ৰলাপ। কিন্তু বৰুৱা সেইক্ষেত্ৰত যথেষ্ট সংযত। কেতিয়াও সীমা চেৰাই নাযায়।

অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ ঔপন্যাসিকতো মই নহয়েঁই; আনকি লিখক বুলিও মই স্বীকৃতি পোৱাৰ যোগ্য নহয়। কলেজত থাকোঁতে সকলো ল'ৰা-ছোৱালীয়ে গল্প-কবিতা লিখে। লুকাই-চুৰকৈ লিখা গল্প-কবিতা ছপা হোৱাৰ আশাৰে কাগজলৈ পঠিয়ায়। ৰবিবাৰে 'দেওবৰীয়া চ'ৰাৰে' কাগজ ওলায়; মাহেকৰ মূৰত আলোচনী প্ৰকাশ হয়। তাৰ পিছতো সময় বাগৰে। এমাহ-দুমাহকৈ বছৰ। সম্পাদকৰ মুণ্ডপাত কৰি সাহিত্যিক হোৱাৰ আশা বাদ দি আৰম্ভ কৰে পলিটিক্স। ৰাজনীতি। পঢ়া-টেবুলত, চাহৰ দোকানত আধৈফুটা বক্তৃতা।

ময়ো সেই শ্ৰেণীৰ লিখক। কলেজৰ আলোচনীত দুটা নে এটা গল্প

প্ৰকাশ হৈছিল। শিলজুৰিলৈ আহি কলেজত থাকোঁতেই লিখা উপন্যাস এখন ছপোৱাৰ আশাৰে ধন গোটোৱাৰ যত্ন কৰিছিলোঁ। সেই কথাটোকে বৰুৱাই কাৰোবাৰ মুখত শুনি প্ৰকাশক এজনক ধৰি-মেলি ছপাবলৈ দিছিল।

অসমীয়া সাহিত্যৰ বৰ ভঁৰালটোলৈ সিমানখিনিয়ে মোৰ বৰঙণি। জীৱনত কাহানিও চিত্ৰনাট্য লিখি পোৱা নাই। কেনেদৰে লিখে তাকো নাজানো। কলেজত থাকোঁতে অনাতাঁৰ-নাটক আৰু চিত্ৰনাট্য লিখাৰ আশাৰে দুই-এখন ইংৰাজী কিতাপ পঢ়িছিলোঁ। সেই বিষয়ৰ জ্ঞান মোৰ সিমানেই। চিত্ৰনাট্য লিখাৰ সুযোগ পোৱা নাছিলোঁ। কেইখনমান অনাতাঁৰ নাট লিখি পঠিয়াইছিলোঁ। কিন্তু প্ৰচাৰ হোৱাৰ পৰিৱৰ্তে অনাতাঁৰ কেন্দ্ৰই সান্ত্বনা দি লিখা চিঠি এখনেৰে সৈতে সেইবোৰ ফিৰি আহি মোৰ ওচৰ পাইছিল।

শিলজুৰিত বুদ্ধিজীৱী বুলিবলৈ মাত্ৰ এজন মানুহেই আছিল; মেনেজাৰ দুৱৰা। সদ্য প্ৰকাশিত উপন্যাসখনক পঢ়ুৱৈ সমাজে কেনেদৰে গ্ৰহণ কৰিছিল শিলজুৰিত থাকি সেই কথা জনাৰ উপায় নাছিল। দুৱৰাক কপি এটা দিওঁতে কৈছিল: মোৰ পৰিৱৰ্তে মাংৰাক দিয়ক। অসমীয়া কিতাপ পঢ়াৰ মোৰ ধৈৰ্য্য নাই। টু মাটচ্ ব'ৰিং।

মাংৰা পাত তোলা কুলীৰ চৰ্দ্দাৰ। অনা-অসমীয়া। বিহাৰী।

উপন্যাসখন প্ৰকাশ হোৱাৰ কেইমাহমান পিছত। বৰুৱা চাহ'ব বাগিচালৈ আহোঁতে তেখেতৰ বঙলালৈ মোক মাতি নি খুউব প্ৰশংসা কৰিছিল।

"হেৰা প্ৰাঞ্জল, তোমাৰ উপন্যাসখন বোলে বৰ ভাল হৈছেহে। মোক ছোৱালীজনীয়ে কৈছিল। তাই এইবেলি আই-এ দিব। মই অৱশ্যে পঢ়া নাই। পঢ়িব লাগিব।"

তেওঁৰ ছোৱালীয়ে কৈছে: ভাল হৈছে।

কথাষাৰ শুনি মোৰ হাঁহি উঠিব খুজিছিল।

"আৰু নতুন কিবা লিখিছা নেকি? প্ৰকাশকে মোক সুধিছিল।

এইখনৰ ৰয়েলটি কিমান দিব লাগিব? উপন্যাসখনৰ নামটো কি আছিল? খুউব ভাল বিক্ৰী হৈছে হেনো।”

বিজয়ৰ গৌৰৱত মোৰ সিদিনা নাচিবলৈ মন গৈছিল। এবাৰ ভাবিছিলোঁ: কথাবোৰ কিজানি সঁচা নহয়। মিছা। মোক উৎসাহ দিবলৈ বৰুৱাই তেনেদৰে কৈছে।

তাৰ কেইদিনমান পিছত চিঠি এখন পাই মোৰ প্ৰত্যয় জন্মিজিল। কেইশমান টকাৰ বেঙ্ক ড্ৰাফট এখনেৰে সৈতে চিঠি এখন পাইছিলোঁ। প্ৰকাশকে লিখিছিল: উপন্যাস এখন লাগে। পূজাৰ আগে আগে ছপাই উলিয়াব।

আৰু এখন চিঠি পাইছিলোঁ। অসমৰ শ্ৰেষ্ঠ মাহেকীয়া আলোচনী ‘জীয়াস্মুঁতিৰ সম্পাদকে লিখিছিল: জীয়াস্মুঁতিৰ পূজা সংখ্যাৰ কাৰণে আপোনাৰপৰা উপন্যাস এখন পোৱাৰ আশাত অপেক্ষা কৰি ৰলোঁ।

তথাপি মই যে অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ ঔপন্যাসিক নহয় সেই কথা মই নিজে জানো। গতিকে বৰুৱাই মোৰ বিষয়ে কোৱা অতিৰঞ্জিত কথাবোৰ শুনি মই লাজ পাইছিলোঁ।

“মিঃ অৰোৰাক তুমি এটা কাহিনী লিখি দিব লাগে। ইংৰাজীত লিখিবলৈ অসুবিধা হ’লে অসমীয়াত লিখিলেও হ’ব। তেখেতে উৰ্দ্দুলৈ অনুবাদ কৰি ল’ব।”

“নট্ অন্‌লি দা ষ্ট’ৰি; স্ক্ৰীন্ প্লে টু।”

অৰোৰাই মোৰ মুখলৈ চাইছিল। মই বৰুৱাৰ চকুলৈ চালোঁ। ভাব: এয়া অসম্ভৱ। এনেদৰে কৈ স্বনামধন্য পৰিচালক-প্ৰযোজক এজনৰ ওচৰত আপুনি নিজে লাজ পাব খুজিছে কিয়?

বৰুৱাই মোৰ মনৰ ভাবটো বুজিও নুবুজাৰ দৰে ইংৰাজীতে কৈছিল: নোৱাৰোঁ বুলি নক’বা। মই জানো—তোমাৰ সময় বৰ তাকৰ। তুমি ব্যস্ত কথাশিল্পী। সেইবুলি তুমি জানো মিঃ অৰোৰাক সহায় নকৰিবা? অসমৰ বিষয়ে ছবি কৰিব খোজা অনা-অসমীয়া পৰিচালক-প্ৰযোজক

এজনক সহায় নকৰাটো তোমাৰ অন্যায় হ'ব। তেখেতে তোমাক কিছু টকা আগধন দি যাব।

মোৰ সম্মতি-অসম্মতিৰ প্ৰতি কোনো গুৰুত্ব নিদি বৰুৱাই অৰোৰাক কথা দিয়াত পেটে পেটে মোৰ খং উঠিছিল। কাৰণ যি কাম মোৰ কাৰণে অসম্ভৱ, তেনে কাম এটাৰ দায়িত্ব লোৱাটো মোৰ কাৰণে মূৰ্খামি। তথাপি মৌন হৈ ৰোৱাৰ বাহিৰে মোৰ আন কোনো উপায় নাছিল। কিয়নো বৰুৱা মালিক : মই তেখেতৰ কৰ্ম্মচাৰী।

পিছদিনা ৰাতিপুৱা। ৰবিবাৰ।

বিচনাৰপৰা শুই উঠোঁতেই বেলি ভালেমান হৈছিল। মুখ-হাত ধুই উঠাৰ লগে লগে দুৱাৰত টোকৰ পৰিল। দুৱাৰমুখলৈ ভূমুকিয়াই চালোঁ। বাগিচাৰ যুটীয়া মালিক স্বয়ং বৰুৱা। মই কি কৰিম ; কি ক'ম একো ভাবি নাপালোঁ। 'ভিতৰলৈ আহক' বুলি ক'বলৈও সাহস নহ'ল। আনকাল বৰুৱা নতুবা চলিহা মোৰ বঙলালৈ নাহে। কাৰো কোৱাটাৰলৈ নাযায়। প্ৰয়োজন হ'লে মালিকৰ ৰেষ্ট কেম্পলৈ মাতি নিয়ে।

"ব্ৰেকফাষ্ট তোমাৰ ইয়াত খামনে মোৰ তালৈ যাবা ?"

স্বয়ং বৰুৱাই উপযাচি মোৰ বঙলাত ব্ৰেকফাষ্ট খাম বুলিলত মোৰ উথপ্‌থপ্‌ লাগিল। পেটে পেটে গৌৰৱ অনুভৱ কৰিলোঁ। জলপানৰ বিশেষ ব্যৱস্থা কৰিবলৈ ভিতৰলৈ যাব খোজোঁতেই তেখেতে মোক হাতত ধৰি বহুৱাই দিলে। মোক ব্ৰেকফাষ্ট দিবলৈ অহা বয়টোৱে মালিকক দেখি থত্‌মত্‌ খালে। তাক দুজনৰ কাৰণে ব্ৰেকফাষ্ট দিবলৈ কলোঁ।

"যোৱা নিশা অৰোৰাৰ সন্মুখত তুমি মোক লাজত পেলোৱা বুলিহে বৰ ভয় হৈছিল। তেনেদৰে মোৰ সন্মান ৰক্ষা কৰা কাৰণে তোমাক অশেষ ধন্যবাদ।"

"কিন্তু চাৰ......।"

"মই বুজিছোঁ। পাৰিবা—পাৰিবা। নোৱাৰিবা কিয় ? দিজ ইজ এ চান্স। সুযোগ এৰিবা কিয় ? তোমাৰ বিষয়ে মইহে বঢ়াই কৈছোঁ। তুমিতো কোৱা নাই। তেনেদৰে বঢ়াই নক'লে অৰোৰাই তোমাক

কাহিনী আৰু চিত্ৰনাট্য লিখিবলৈ দিব বুলি ভাবিছা নেকি ? কেনেবাকৈ তুমি লিখা কাহিনী এটা হিন্দী ছবি হ'বলৈ হ'লে দেখিবা—তোমাৰ দাম আৰু সন্মান বাঢ়ি গৈছে ! চিত্ৰনাট্য লিখাৰ আইডিয়া নাই ? আইডিয়া কাৰ থাকেহে। তুমি যিয়েই নিলিখা, বক্স-অফিচ হিট কৰাৰ কাৰণে তেওঁলোকে কাটি-কুটি ল'বই। তোমাৰ সন্মতি-অসন্মতিলৈ অপেক্ষা নকৰে। আমাক লাগে টকা আৰু স্ক্ৰীন-নেম। হাতী চিকাৰ সম্পৰ্কে ছবি এখন কৰাৰ বহুদিনীয়া হেপাহ এটা মোৰ আছিল। কিন্তু ছবি কৰিবলৈ যথেষ্ট টকাৰ প্ৰয়োজন। অসমীয়া ছবিৰ বজাৰ সীমাবদ্ধ। লাখ লাখ টকা খটুৱাই কৰা অসমীয়া ছবিৱে মূলধন তুলিব নোৱাৰি। ইমান দিনৰ হেপাহ এটা মনতে মাৰ যাব বুলি ভাবিছিলোঁ। কিন্তু হঠাতে সুযোগ এটা আহি ধৰা দিছে। এয়া বোধহয় মোৰে সৌভাগ্য। স্বৰ্গ-গত দেউতাৰ অশৰীৰী আত্মাৰ আশীৰ্ব্বাদ।

অসমৰ পটভূমিত হিন্দীছবি এখন কৰাৰ আগ্ৰহ অৰোৰাৰ কিয় হৈছিল সেই কথা কৈ কৈ বৰুৱাই হাঁহিছিল।

ঃ বুইছা প্ৰাঞ্জল, আনৰ হতুৱাই কাম কৰোৱাৰ এটা কিটিপ আছে। সেই কৌশলটো জানি ল'ব পাৰিলেই—বছ ! তোমাৰ সকলো কাম আনে কৰি দিব। মানুহৰ মনত যদি বদ্ধমূল ধাৰণা এটা সুমুৱাই দিব পাৰা যে সেইটো তোমাৰ কাম নহয়; তেওঁৰহে কাম। তাৰ দ্বাৰা তেওঁহে উপকৃত হ'ব, তেন্তে তুমি নিশ্চিন্ত হৈ বহি থাকা। তোমাৰ হৈ আনে কাম কৰিব।

অৰোৰাই প্ৰথমতে অসমৰ পটভূমিত হাতী চিকাৰ সম্পৰ্কে ছবি নিৰ্ম্মাণ কৰাৰ কথা ভবা নাছিল। কিন্তু বৰুৱাই পতা কৌশলৰ মকৰা-জালত মেৰ খাই অৰোৰাই সন্মতি দিবলৈ বাধ্য হৈছিল।······

সুন্দৰীশিলা আৰু ৰঙাজানৰ প্ৰাকৃতিক সৌন্দৰ্য্য দেখি তন্ময় হৈ যোৱা অৰোৰা, বনচাল আৰু নাহাৰে সময়ৰ কথা পাহৰি গৈছিল। পৰ্ব্বতৰ নামনিৰে বৈ যোৱা এটা সৰু নদী ৰঙাজান। ৰঙাজান কিন্তু জান নহয়, লুইতৰ এটা সুঁতি। ইপাৰত সুন্দৰীশিলা আৰু সিপাৰত ৰঙাজান

যথেষ্ট। ৰঙাজানৰ বুকুৰ পানীৰ সোঁতৰ বং ৰঙা নহয়। লোহিত নামটোৰ লগত ৰঙাজানৰ কিবা সম্পর্ক আছে যদিও সেই কথা জনা নাযায়। বহুৰঙী টুকুৰা-টুকুৰ শিলৰ ওপৰেৰে বৈ যোৱা ৰঙাজান তৰাং কিন্তু খৰস্রোতা।

সুন্দৰীশিলাৰ হাবিৰ মাজত প্রকাণ্ড শিল এটা আছে। আঁঠুকাঢ়ি পৰি থকা হাতীৰ দৰে আকৃতিৰ শিলটোৰ গা'ত গণেশৰ প্রতিমূর্তি বুলি ভাবি কোনোবাই কেতিয়াবা সেন্দুৰ এথেপা সানি দিছিল। জনশ্রুতিয়ে কয়ঃ শিলটো হেনো শিল নহয়। জাগ্রত দেৱতা। সুন্দৰীশিলালৈ গৈ সেই শিলটোৰ ওপৰত ভক্তিৰে ফুল এপাহ দি নাহিলে হেনো আগন্তুকৰ বিপদ হয়। কিন্তু ফুল এপাহ আগবঢ়ালে অর্থ লাভ হয়। হাতীৰ উপদ্রৱৰপৰা হাত সাৰিব পাৰি।

সেই শিলটোকে উপলক্ষ কৰি কোনোবাই সেই হাবিখনৰ নাম দিছিলঃ সুন্দৰীশিলা হাবি।

বহাগ মাহত সুন্দৰীশিলা আৰু ৰঙাজানৰ বুকুলৈ যৌৱনৰ জোৱাৰ নামে। ৰংচঙীয়া সাজ-পাৰ পিন্ধি নেদেখা সৰগখনৰপৰা জাক জাক পৰীৰ দল নামি আহি সুন্দৰীশিলাৰ হাবিত নাচে। ৰঙাজানত জলকেলি কৰে। আজাৰ, সোণাৰু আৰু কৃষ্ণচূড়াৰ তলসৰা ফুলবোৰে বিচিত্র-ৰঙী দলিচা পাৰে।

অৰোৰা, নাহাৰ আৰু বনচালে যেন চকুৰ পলক পেলাবলৈ পাহৰি গৈছিল। বনচালে ছবি লৈছিল এটাৰ পিছত আন এটা। নাহাৰ যেন তন্দ্রাভূতা অৰণ্য কুঁৱৰী। চঞ্চলা-চপলা হৰিণী। আৰু অৰোৰা? নির্ব্বাক। নিস্তব্ধ। উশাহ ল'বলৈকেও যেন পাহৰি গৈছিল।

অৱশেষত ক্লান্ত হৈ যেতিয়া ৰঙাজানৰ বালিত বহিছিল তেতিয়াহে মনত পৰিছিলঃ তেওঁলোকৰ পেটত জুই জ্বলিছে। ইমান সময়ে পাহৰি থকা পেকেট লাঞ্চবোৰ জীপৰপৰা দেবেশ্বৰে যেতিয়া আনি তেওঁ-লোকৰ হাতত দিছিল বেলি তেতিয়া লেহিয়াইছে। ঘড়ীৰ কাঁটাত তিনিটা বাজিছে।

লাঞ্চ খোৱা শেষ কৰি পানী-যুৰলিত বহি অবোৰাই চিগাৰেট হুঁপিছিল। বনচালৰ দৃষ্টি দূৰৰ পাহাৰৰ বিশেষ বিন্দু এটাত নিবদ্ধ। আৰু নাহাৰে ৰঙাজানৰ বুকুৰ ধক্‌ধকি বালিত উবুৰি খাই বুটিছিল বালিচন্দা আৰু সৰু সৰু শিলৰ টুকুৰা। পানীৰ সোঁতত ঘঁহনি খাই লাটুমণিৰ দৰে নিমজ হৈ পৰা শিলগুটিবোৰ লিৰিকি-বিদাৰি নেহেৰুৰ চিঠি এখনৰ পংক্তিবোৰ মনত পেলাবলৈ যত্ন কৰিছিল।

এৰা, শিলেও কথা কয়। বুৰঞ্জী দোহাৰে।

সময়ৰ প্ৰতি কাৰো ভ্ৰূক্ষেপ নাই। প্ৰত্যেকেই নিজ নিজ চিন্তাত নিমগ্ন। নাম নজনা বনৰীয়া চৰাই এটাৰ সুৰলী মাত এটা শুনি পিছলৈ ঘূৰি চাওঁতেই বনচালৰ চকুত পৰিছিল নাহাৰৰ সেই অপৰূপ ভঙ্গিমা। চিক্‌মিক্ বালিৰ ওপৰত পেট পেলাই প্ৰায় উদং বুকুখনত মৃদু লহৰ তুলি ৰঙাজানৰ পানীলৈ শিলগুটি দলিওৱা সেইজনী নাহাৰক যেন তেওঁ চিনি নাপায়। নিচিনে। তেওঁ চিনি পোৱা, বিভিন্ন ভঙ্গীত কেমেৰাৰ সম্মুখত ধৰা দিয়া সেইজনী নাহাৰ এইজনী নহয়। এইজনী এজনী অচিনাকি নতুন ছোৱালী। প্ৰকৃতি জীয়ৰী; অৰণ্য সুন্দৰী। বন কুঁৱৰী।

অজ্ঞাতেই বনচালৰ হাত দুখন সক্ৰিয় হৈ পৰিল। এটাৰ পিছত আন এটা। তাৰ পিছত আৰু এটা। তেনেদৰে কেমেৰাৰ তেৰ্‌ তেৰ্‌ শব্দ কিমান সময় চলিছিল বনচালে নিজেই নাজানে।

কিন্তু সোৱা কি?

এয়া যে অবিশ্বাস্য। অভাৱনীয়। অতুলনীয়। প্ৰকৃতিৰ এনে অকৃপণ সৌন্দৰ্য্য প্ৰদৰ্শনৰ মুহূৰ্ত্ত বন্দী কৰি ৰখাৰ সুযোগ বনচালে জীৱনতে পোৱা নাই, আৰু হয়তো নাপাবও। এই সুযোগ হেৰুওৱাৰ মূৰ্খামি তেওঁৰ নাই। এবাৰ হেৰুৱাবলৈ হ'লে তাৰ বাবে ওৰে জীৱন অনুতাপ কৰিব লাগিব। অনুতাপৰ দহনত ডেই-পুৰি মৰিব লাগিব চিৰজীৱন।

কিন্তু এয়া জানো নিৰাপদ?

সিহঁত যদি আগুৱাই আহে? নদীটো পাৰ হৈ আক্ৰমণ কৰেহি? শীৰ্ণ নদীটো পাৰ হৈ আহিবলৈ সিহঁতক কিমান সময় লাগিছে? এটা-দুটা নহয়; সংখ্যাৰ লেখেৰে প্ৰায় চল্লিশ-পঞ্চাশটা যমদূত। মাজত মাথোন পঞ্চাশ গজমানৰ ব্যৱধান।

বনচালে সিদ্ধান্ত লোৱাৰ আগতেই উধাতু খাই লৰি আহিছিল অৰোৰা। বালিচন্দাৰ জিলমিল ৰূপত মুগ্ধ হৈ থকা নাহাৰক টানি লৈ বনচালৰ ওচৰ পাইছিলহি।

"মৰিব খুজিছে নেকি? হাৰি আপ্। গিভ্ আপ্ ইউৰ ডেম্ শ্বটচ্।" আদেশ দিছিল অৰোৰাই।

"বাট চাট্চ্ এ ওৱাণ্ডাৰফুল চিন......।"

বনচালে শেষকৈ কোৱাৰ আগতেই গৰ্জ্জি উঠিছিল অৰোৰাই: গ' হেল।

কিন্তু দেবেশ্বৰ? সি যেন নিৰ্ব্বিকাৰ। তাৰ কাৰণে সেইবোৰ জীয়া হাতী নহয়। পুতলা। যন্ত্ৰচালিত। ৰবট।

"চাহাব, সিহঁত ইপাৰলৈ নাহে। পানী খাই উভতি যাব। আপুনি ছবি ল'ব পাৰে।"

এয়া আশ্বাস নে বিশ্বাসঘাতকতাৰ ষড়যন্ত্ৰ? তাক বিশ্বাস কৰি ছবি ল'ব নে জীপৰ এক্সচিলেটৰ হেঁচি আঁতৰি পলাব? অৰোবাই বনচাললৈ প্ৰশ্নবোধক দৃষ্টিৰে চাইছিল। ভাব: সিহঁতে যেনিবা আমাক আক্ৰমণ নকৰিলেই, কিন্তু লাইট? ছবি ল'বলৈ এই পোহৰেই জানো যথেষ্ট?

অৰোৰাৰ মনৰ ভাবটো বনচালে হয়তো বুজিছিল। পশ্চিম দিগন্তত হেৰাই যাব খোজা বেলিটোয়ে যেন কৈছিল: ক্ষমা কৰা মিঃ বনচাল। মই নিৰুপায়। ৰৈ থাকিবলৈ মোৰ সময় নাই। তোমাৰ প্ৰতি মোৰ কৰুণা হৈছে। কিন্তু তোমাক সহানুভূতি দেখুৱাবলৈ গ'লে পৃথিৱীৰ আনটো প্ৰান্তৰ মানুহবোৰে মোক বেয়া পাব। ক্ষুণ্ণ হ'ব।

অৰোৰাক সাবটি ধৰি নাহাৰে কঁপিছিল।

'তই মৰিলেও মৰ। আমি যাওঁগৈ, এনে এটা ভাব লৈ জীপৰ ওচৰলৈ আগবাঢ়ি গৈছিল অৰোৰা। তেওঁৰ হাতৰ মুঠিত নাহাৰৰ হাত।

আঃ ইমান আকৰ্ষণীয়! ইমান সুন্দৰ। শুঁৰেৰে পানী তুলি গা'ত ঢালি দিয়া দৃশ্যটো ইমান অপৰূপ! ষ্টুডিঅ'ৰ কৃত্রিমতা আৰু বহির্জগতৰ সঁচা ৰূপটোৰ মাজত ইমান প্রভেদ! এয়া সঁচা জীৱন। ইয়াত ফাকি নাই। চাতুৰি নাই। আছে জীয়া জীৱনৰ সঁচা অনুভূতি। জীৱন্ত স্পন্দন। প্রাণ চঞ্চল।

আৰু ষ্টুডিঅ'ৰ মজিয়াত?

সেয়া ফাকি। মিছা। কৃত্রিম। ভুৱা অভিনয়।

হঠাতে মেঘৰ গৰ্জ্জন এটা শুনি বনচাল বাস্তৱ জগতলৈ ঘূৰি আহিল। হাতীৰ জাকটো পানীৰপৰা উঠি লাহে লাহে বিপৰীতফালে আঁতৰি গৈছে। সম্মুখত এটা প্রকাণ্ড দঁতাল। সিহঁতৰ দলপতি। দলপতিক অনুসৰণ কৰি আঁতৰি যোৱা হাতীৰ জাকটো যেন হাতীৰ জাক নহয়। এখন চলমান পাহাৰ।

পৃথিৱীলৈ তেতিয়া এন্ধাৰ নামিছিল। সন্ধিয়াৰ পাতল এন্ধাৰ। আৰু সেই এন্ধাৰ ফালি আগবাঢ়িছিল এখন জীপ। সম্মুখৰ চিটত অৰোৰা, নাহাৰ আৰু বনচাল। পিছৰ চিটত দেবেশ্বৰ। কাৰো মুখত মাত নাই। মৌন। হাবিৰ মাজৰ অসমান বাটটোৰে জঁপিয়াই জঁপিয়াই আগবাঢ়ি যোৱা জীপৰ ইঞ্জিনৰ এটা একসুৰীয়া শব্দ। আমনি লগা, বিৰক্তিকৰ দুফালৰ হাবিৰ মাজৰপৰা মাজে মাজে দুটা-এটা বিৰাট আকাৰৰ পখিলা উৰি আহি সম্মুখৰ আয়নাখনত খুন্দা খাই আকৌ আঁতৰি গৈছে। লাইটৰ পোহৰত একো একোবাৰ জুই-আঙঠাৰ দৰে জিলিকি উঠিছে দুটা চকু। ৰাস্তাৰ ওপৰত তেনেদৰে জিলিকি থকা চকুদুটা দেখি প্রথমতে নাহাৰে ভয় খাইছিল। ভয়ত অৰোৰাক সাবটি ধৰিছিল। কিন্তু পিছলৈ বুজিছিল: সেয়া বাঘ

নতুবা বনৰীয়া জন্তুৰ চকু নহয়। বনৰীয়া চৰাই। ফেঁচাৰ চকু। জীপ গৈ ওচৰ পোৱাৰ লগে লগে চকু দুটা উৰি গৈ কাষৰ হাবিত সোমাইছিল।

কিন্তু হঠাতে অথন্তৰ ঘটিল। গৰ্জ্জন কৰি বৈ যোৱা জীপখনৰ ঠেহ ভাঙিবলৈ অৰোৰাই গিয়েৰ সলনি কৰিলে, এক্সচিলেটাৰত জোৰেৰে গছকি দিলে। ফুৰেল বুতাম টিপিলে। কিন্তু অভিমানী জীপখনৰ ঠেহ ভাঙিব নোৱাৰি অৰোৰা ভাগৰি পৰিল। পিছৰ চিটত বহি থকা দেবেশ্বৰলৈ চাই বিৰক্তিৰে নামি পৰিল। নামি পৰিল বনচাল। বহাৰপৰা দেবেশ্বৰ উঠি আহি ব্যস্ত হৈ পৰিল। ষ্টাৰ্ট দিবলৈ যত্ন কৰি বিফল হৈ বনেটখন খুলি ৰেডিঅ'টৰটো পৰীক্ষা কৰিলে। তাৰ পিছত ইঞ্জিনটোৰ ওপৰত উবুৰি খাই পৰি এটাৰ পিছত আন এটা অংশ জুমি জুমি চালে। তাঁৰবোৰ টানি, নটবোৰ চুই পৰীক্ষা কৰিলে।

সময় আগবাঢ়িল। চাৰিওফালে ৰাতিৰ এন্ধাৰ। লগত টৰ্চ এটাও নাছিল। অৰোৰাৰ জেপত থকা লাইটটোৰ পোহৰত দেৱেশ্বৰে কাম শেষ কৰিব পাৰিম বুলি ভাবিছিল। কিন্তু নোৱাৰিলে। মনত পৰিল ঃ জীপৰ চেলফত পকেট টৰ্চ এটা আছে। দেবেশ্বৰে টৰ্চটো উলিয়াই টিপি চালে। বেটাৰী নাই।

অৱশেষত গাড়ীৰ যেতিয়া ঠেহ ভাঙিল ৰাতি তেতিয়া নটা।

এইবাৰ গাড়ী চলাইছিল দেবেশ্বৰে। তাৰ গাতে গা লগাই বহিছিল নাহাৰ। তাৰ সিফালে অৰোৰা আৰু পিছৰ চিটত বনচাল। অৰোৰাই বনচালক সম্মুখলৈ মাতিছিল। পিছৰ চিটত অসুবিধা হ'ব।

কিন্তু বনচাল সম্মত নহ'ল। কেমেৰাটো লৈ তেনেদৰে হেঁচা-ঠেলাকৈ বহিব নোৱাৰি। হাবিতলীয়া বাট। ওখৰা-মোখৰা। অসমান। গাড়ী চলাবলৈ অসুবিধা হ'ব।

জঁপিয়াই জঁপিয়াই গাড়ী আগবাঢ়িল। চকাত লাগি ছিটিকি পৰা শিলবোৰে টুং-টাং শব্দ কৰি আকৌ নিস্তব্ধ হৈ ৰ'ল।

বনচালে অসুবিধা কৰিব খুজিলেও অসুবিধা হ'ল। সুন্দৰীশিলাৰ-

পৰা কেইমাইলমান বাট অহাৰ পিছত হঠাতে ব্ৰেক টানি গাড়ীখন ৰখোৱা হ'ল। কেঁকুৰি এটা ঘূৰি পূৰ্ণ গতিত আগবাঢ়ি যাবলৈ গতি লোৱা গাড়ীখন তেনেদৰে অকস্মাতে ৰখালত অৰোৰা আৰু নাহাৰ কথমপিহে উফৰি নপৰিল। অসাৱধান ড্ৰাইভিঙৰ কাৰণে খঙত ৰঙা পৰি গৈছিল অৰোৰা। ৰঙা চকু পকাই দেবেশ্বৰক ধমক দিব খুজিছিল। কিন্তু তাৰ আগতেই গাড়ীৰ ষ্টাৰ্ট বন্ধ হৈ গ'ল। দেবেশ্বৰে নুমাই দিছিল সন্মুখৰ দুয়োটা লাইট।

"ক্যা মতলব?" অসহিষ্ণু হৈ আৰোৰাই চিঞৰি উঠিল।

"জানোৱাৰ।" প্ৰায় ফুচ্‌ফুচাই কোৱাৰ দৰে উত্তৰ দিছিল দেবেশ্বৰে।

হঠাতে নিস্তব্ধ হৈ পৰিল অৰোৰা। কাঁহ পৰি জীণ যোৱা এটা গহীন পৰিৱেশ। চাৰিওফালে গভীৰ অন্ধকাৰ। সেই অন্ধকাৰত কেৱে কাৰো মুখ দেখা নাছিল। কিন্তু ঘন ঘনকৈ উশাহ লোৱাৰ শব্দবোৰ প্ৰত্যেকৰেই কাণত পৰিল!

অৰোৰাৰ মনত ভয় আৰু সন্দেহ। জানোচা দেবেশ্বৰে মিছা কৈছে। জানোৱাৰ বুলি ভয় দেখুৱাই অসৎ উদ্দেশ্য পূৰণৰ কাৰণে ষ্টাৰ্ট বন্ধ কৰি দিছে। সুযোগ লোৱাৰ আশাৰে নুমাই দিছে লাইট।

অন্ধকাৰ ভেদ কৰি অৰোৰাৰ চকুদুটাই বিচাৰিছিল নাহাৰক। দুহাতেৰে খেপিয়াই গাৰ কাষলৈ টানি আনিব খুজিছিল। নাহাৰৰ নিৰাপত্তাৰ কাৰণে অৰোৰা সজাগ হৈ পৰিল।

দেবেশ্বৰে বুজিছিলঃ নাহাৰে ভয়ত ঠক্‌ঠক্‌কৈ কঁপিছে। তাইৰ দেহৰ কম্পমান স্পৰ্শত তাৰ গা'টোও কঁপি উঠা যেন লাগিল। হয়তোবা সি কঁপিছিল মৃত্যুৰ আশঙ্কাত। মৃত্যুৰ সৈতে ভেটাভেটি হৈ সি অপেক্ষা কৰিছে এটা সন্ধিক্ষণ। মৃত্যু দূতৰ আক্ৰমণ।

মৃত্যু ভয়তকৈ আত্মৰক্ষাৰ চিন্তাই তাক আৰু বেছি দুৰ্ব্বল কৰি তুলিছিল। আটাইৰে নহ'লেও সিহঁতৰ কোনোবা এজনৰ মৃত্যু যে অৱশ্যম্ভাৱী সেই বিষয়ে সি সুনিশ্চিত। পিছলৈ গাড়ী ঘূৰোৱাৰ উপায়

নাই। ঠেক বাট। তাতে আকৌ অন্ধকাৰ। অকণমান অসাৱধান হ'লেই গাড়ী গৈ কুকুণ্ডত পৰিব।

অবোৰা, নাহাৰ আৰু বনচালে ভাবিছিল: খুউব বেছি কেইটামান পলক। তাৰ পিছত সিহঁতৰ ওপৰত জঁপিয়াই পৰিব এটা শক্তিশালী জানোৱাৰ। ঢেঁকীয়াপতীয়া বাঘ। ক্ষুৰধাৰ দাঁত আৰু চোকা নখৰ আঁচোৰত ছিৰাছিৰ হৈ যাব সৰ্ব্বাঙ্গ। হয়তো বাঘটো ইতিমধ্যে এন্ধাৰৰ মাজেৰে আগুৱাই আহি বৰ্নেটৰ ওচৰ পাইছেহি। সিহঁতৰ ওপৰত জঁপিয়াই পৰাৰ সুযোগ বিচাৰিছে।

বনচালৰ ধাৰণা: বাঘটো যেন সন্মুখৰপৰা অহা নাই। পিছফালৰ-পৰা আহিছে। এতিয়াই যেন তেওঁৰ গাৰ ওপৰত জঁপিয়াই পৰিব।

বাঘৰ চকু হেনো ৰাতিৰ এন্ধাৰত জুইৰ দৰে জ্বলে! জিলিকে। তেন্তে সিহঁতে সেই জুই দেখা নাই কিয়?

চেকেণ্ড-মিনিটকৈ সময় আগবাঢ়িছে। মিনিট নহয়। যেন এটা যুগ। একো একোটা মুহূৰ্ত্তই একো একোটা বছৰ। যুগৰ জোখাৰে দীঘল কিমানটা মিনিট পাৰ হৈ গৈছিল তেওঁলোকে ক'ব নোৱাৰে।

হঠাতে সম্মুখৰ আলিবাটটো উজ্জ্বল পোহৰত এবাৰ জিলিকি উঠিল। হেড লাইটৰ চুইচটো টিপি দি পিছ মুহূৰ্ত্ততে দেবেশ্বৰে আকৌ নুমাই দিলে।

অবোৰা আৰু নাহাৰ উচপ্ খাই উঠিল। সেয়া যেন সঁচা নহয়। সেয়া তেওঁলোকৰ দৃষ্টি-দোষ। জলক-তবক দৃষ্টিৰে দেখিছিল: জীপখনৰপৰা বিশ হাতমান আঁৰত আমগছ এজোপাৰ তলত থিয় হৈ আছে এখন ক'লা পাহাৰ। এটা প্ৰকাণ্ড শিল।

সঁচা জানো? সঁচা হাতী হোৱা হ'লে ইমান সময় তেনেদৰে বৈ নাথাকে। কেতিয়াবাই আগুৱাই আহি আক্ৰমণ কৰিলেহেঁতেন। কিন্তু পোহৰত জিলিকি উঠা দাঁত দুটাক জানো অস্বীকাৰ কৰাৰ কিবা উপায় আছে? পাহাৰৰ জানো দাঁত থাকে? শিলৰ ওপৰত লিপা চূণৰ দাগ তেনেকৈ জিলিকে?

দেবেশ্বৰে বুজিছিল ঃ ধ্বংসৰ মুহূৰ্ত্তলৈ আৰু বেছি সময় নাই। কাণ থিয়কৈ ৰখা গজৰাজৰ সেয়া বাট এৰি দিয়াৰ লক্ষণ নহয়। যুদ্ধং দেহি মনোভাৱ।

ওহোঁ, তাৰ অনুমানটো মিছা। যুদ্ধং দেহি মনোভাৱ লৈ গজৰাজ বৈ থকা নাই। এন্ধাৰতে সি দেখিছে ঃ ইমান সময়ে একেঠাইতে বৈ থকা পাহাৰ এখন যুদ্ধ দিবলৈ আগুৱাই আহিছে। দুয়ো পক্ষৰ মাজত মাথোন কেইহাত মানৰ ব্যৱধান। সেই ব্যৱধান চেৰাই আহিবলৈ খুউব বেছি দুমিনিট।

মৃত্যু যেতিয়া সুনিশ্চিত তেন্তে সেই মৃত্যুক সাহসেৰে বৰণ কৰাত আপত্তি কি? হঠাতে সি দৃঢ় হৈ পৰিল। ভয়, সংশয় পাহৰি গৈ ইঞ্জিন ষ্টাৰ্ট দিলে। গাড়ীখন পিছুৱাই যাব পৰাকৈ গিয়েৰ সলনি কৰি জ্বলাই দিলে দুয়োটা লাইট। হৰ্ণৰ শব্দত দুফালৰ হাবি-বন কঁপি উঠিল। কিন্তু গজৰাজৰ তালৈ কোনো ভ্ৰুক্ষেপ নাই। ইতিমধ্যে শুঁৰ-ডালেৰে জীপৰ সম্মুখৰ লোডালত মেৰিয়াই ধৰিছে।

পোহৰত জিলিকি উঠা ভয়াবহ দৃশ্যটো দেখি নাহাৰে চিঞৰি দিছিল কিজানি। কিন্তু তালৈ কাণ দিয়াৰ অৱসৰ ক'ত? অবোৰা আৰু বনচালক কিবা এটা ক'ব খোজা দেবেশ্বৰৰ মুখেৰে মাত নোলাল। ষ্টেয়াৰিঙত বাঁওহাতখন থৈ সোঁহাতখন সি তাৰ কঁকাললৈকে নমাই আনিলে।

তাৰপিছত এটা মাথোন মুহূৰ্ত্ত।

ড্ৰাইভিং চিটৰপৰা ৰাস্তাৰ সোঁফালে হাবিৰ মাজলৈ জঁপিয়াই পৰিল দেবেশ্বৰ। কিন্তু গুণ্ডা দঁতালটোৰ ক্ষুদ্ৰ দৃষ্টিৰপৰা সি সাৰি যাব নোৱাৰিলে। জীপখনৰ পৰা শুঁৰডাল এৰাই নি হাতীটোয়ে দেবেশ্বৰক মেৰিয়াই ধৰিলে। তাক আক্ৰমণ কৰিবলৈ বাটৰ কাষলৈ দঁতালটো আগবাঢ়ি যোৱাৰ লগে লগে হঠাতে জীপখনে গৰ্জন কৰি উঠিল। তাৰপিছত কি হৈছিল, কি ঘটিছিল অবোৰা, নাহাৰ নতুবা বনচালে ক'ব নোৱাৰে। মাথোন অনুমান হৈছিল ঃ জীপখন যেন ষাঠি মাইল গতিত আগুৱাই গৈছে।

কিন্তু কেনেকৈ ?  কোনে চলাইছিল সেই জীপ ?  স্বয়ংক্রিয়ভাৱে চলিবলৈ সেইখনটো চাবি দিয়া পুতলা জীপ নহয়।  চালক নোহোৱাকৈতো চলিব নোৱাৰে।  তেন্তে ড্ৰাইভিং চিটত বহি ষ্টেয়াৰিং ধৰিছিল দেবেশ্বৰৰ প্ৰেতাত্মাই ?  এটা অদৃশ্য ভৌতিক শক্তিয়ে ?  নে এয়া মৃত্যু মুহূৰ্ত্তৰ ভ্ৰম ?

সেয়া সপোন নে বাস্তৱ ?  ভ্ৰম নে সঁচা ?

সপোন সপোন লগা ঘটনাটো কিন্তু সপোন নাছিল।  অদৃশ্য শক্তিয়ে জীপখন টানি আনি তেওঁলোকক মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰা নাছিল। ৰক্ষা কৰিছিল গুৰুত্ব দিব নোখোজা এজন সাধাৰণ মানুহৰ উপস্থিত বুদ্ধিয়ে।

ষাঠি মাইল গতিত প্ৰায় ত্ৰিশ-চল্লিশমিনিট গাড়ী দৌৰাৰ পিছত জীপৰ গতিবেগ ক্ৰমান্বয়ে কমি আহি অৱশেষত স্বাভাৱিক হৈ পৰিল। তথাপি কাৰো মুখত মাত নাই।  আটাইবোৰ নিৰ্ব্বাক।  নিস্তব্ধ।

"আপ আয়িয়ে।  মেই ইহামে উতাৰুউগা।"

অৱোৰা চমকি উঠিল। এয়াচোন দেবেশ্বৰ। গাড়ীৰপৰা জঁপিয়াই পৰা দেবেশ্বৰ কেনেকৈ পুনৰ গাড়ীৰ ভিতৰলৈ আহিল ?  ইমান সময়ে গাড়ী চালকলৈ লক্ষ্য কৰাৰ যেন অৱসৰ নাছিল।  তেতিয়াও তেওঁলোকৰ ধাৰণা ঃ  তেওঁলোক যেন বিপদ মুক্ত হ'ব পৰা নাই।  জীপখনৰ পিছে পিছে খেদি আহিছে এটা প্ৰকাণ্ড দঁতাল হাতী।

জীপখন ইতিমধ্যে ৰৈ গৈছে।  ওচৰত এখন গাঁও।  বনুৱা বস্তি। অৱোৰা, নাহাৰ আৰু বনচালৰ চকুত বিস্ময় আৰু কৌতূহল।  মুখত শঙ্কাৰ পাতল ছাপ।

দেবেশ্বৰে বুজিছিল ঃ  তেওঁলোকে তাক বিশ্বাস কৰিবলৈ টান পাইছে।  কেনেকৈ কি ঘটি গ'ল একো বুজিব পৰা নাই।  নোৱাৰাটোয়ে স্বাভাৱিক।  দৃষ্টিশক্তিক তেওঁলোকে অবিশ্বাস কৰিব নোৱাৰে। তেওঁলোকে স্বচক্ষে দেখিছিল ঃ 'জীপৰপৰা জঁপিয়াই পৰা দেবেশ্বৰক দঁতালটোয়ে দাঁতেৰে ছিৰাছিৰ কৰি পেলাইছে।  তাৰ পিছত সেয়া

কেনেকৈ সম্ভৱ হ'ল ?' দুৰ্দ্দান্ত হাতীটোৰ আক্ৰমণৰপৰা কেনেকৈ মুক্ত হৈ ষ্টেয়াৰিং ধৰিবলৈ সক্ষম হৈছিল ?

আচলতে জীপৰপৰা বাহিৰলৈ জঁপিয়াই পৰা মানুহজন দেবেশ্বৰ নাছিল। সেইখন আছিল সি পিন্ধি থকা চুৰিয়া। ৰাস্তাৰ দাঁতিলৈ চুৰিয়াখন সি সজোৰে দলিয়াই দিছিল। তাৰ পিছত সি যি আশা কৰিছিল সেইটোয়ে হ'ল। চুৰিয়াখনকে মানুহ বুলি ভাবি হাতীটোয়ে শুঁৰেৰে পকাই ধৰিলে। বগা চুৰিয়াখনক মানুহ বুলি আক্ৰমণ কৰিবলৈ ৰাস্তাৰ দাঁতিলৈ হাতীটো আগবাঢ়ি যোৱাৰ লগে লগে সম্মুখৰ পথ খন্তেকৰ বাবে মুকলি হৈ পৰিছিল। চুৰিয়াখন দলিয়াই দিয়াৰ আগৰে-পৰাই ষ্টেয়াৰিং ধৰি সাজু হৈ আছিল দেবেশ্বৰ। গাড়ী ষ্টাৰ্ট হৈ আছে। পথ মুকলি হোৱাৰ লগে লগে এক্সিলেটাৰ ডবাই সি ষ্টেয়াৰিং পোনাইছিল। কাৰণ একমুহূৰ্ত্ত পলম হ'লেই সৰ্বনাশ হৈ পৰিব। ভ্ৰমমুক্ত হাতীটোয়ে অধিক হিংস্ৰতাৰে তেওঁলোকক আক্ৰমণ কৰিবলৈ খেদি আহিব।

ঘটনাটো বৰ্ণাই দেবেশ্বৰ থমকি ৰ'ল। অৰোৰাহঁতে বিস্ফাৰিত দৃষ্টি নমাই দেবেশ্বৰৰ দেহৰ নিম্নাংশলৈ চালে। সঁচা। সি পিন্ধিথকা চুৰিয়াখন নাই। তাৰ কঁকালত ওলমি আছে এৰা জাঙিয়া। আন্দাৰ ওৱেৰ।

"মই নাযাওঁ চাহেব। এইখনেই আমাৰ গাঁও। ইয়াৰপৰা বঙলালৈ মাত্ৰ পাঁচ মাইল দূৰ। এনেদৰে পোহৰৰ মাজলৈ যাবলৈ মোৰ লাজ লাগিছে।"

"লেট হিম গ'।" নাহাৰৰ মাতটো যেন তেতিয়াও স্বাভাৱিক হোৱা নাই। কঁপিছে।

"ডেঞ্জাৰাচ্ প্লেছ।"

"চে—ডেডলি।"

বনচাল আৰু নাহাৰে মিছা কোৱা নাই। তাতকৈ উপযুক্ত বিশেষণ তেওঁলোকে বোধহয় বিচাৰি নাপালে। বঙাজান আৰু সুন্দৰীশিলাৰ উপযুক্ত বিশেষণ : যমপুৰী। মৃত্যু-নগৰী।

সুন্দৰীশিলাৰপৰা উভতি আহোঁতে পলম হোৱাৰ কাৰণ বৰ্ণাই অৰোৰা থমকি ৰোৱাৰ লগে লগে বৰুৱা উৎসাহী হৈ পৰিল। হাতী চিকাৰ সম্পৰ্কে ছবি এখন কৰিবলৈ উদ্‌গনি দিছিল। অৰোৰাই আপত্তি নকৰিলে, প্ৰযোজকৰ শিতানত নাম থাকিব দুটা : 'অৰোৰা এণ্ড বৰুৱা।' চিকাৰৰ যাৱতীয় ব্যৱস্থা কৰিব বৰুৱাই। অৰোৰাৰ কোনো অসুবিধা নহয়।

বৰুৱাৰ কথা শেষ হ'বলৈ নৌপাওঁতেই আটাইবোৰে চিঞৰি উঠিল : বিউটিফুল আইডিয়া। প্লিজ ডু মিঃ অৰোৰা।

জিভা গধুৰ, মূৰ দাঙিব নোৱাৰা কেইজনীমানে ঢলংপলংকৈ উঠি আহি অৰোৰাৰ হাতখনত খামুচি ধৰি ঘেঁহাই ঘেঁহাই আওৰালে : প্লি-জ। প্লি-জ মিঃ ওৰ্‌ওৰা। 'টু-ইল ব্ৰিং এ গুড মা-নি টু ইউ।

হেজাৰ হওক লেডীৰ অনুৰোধ। তাতে আকৌ সন্মানৰ প্ৰশ্ন এটাও জড়িত কৰি দিবলৈ বৰুৱাই পাহৰা নাছিল। অৰোৰাই যদি নকৰে, আন কোনোবা ৰাম-শ্যামে কৰিলে জানো তেওঁৰ সন্মান ৰ'ব ?

"যমপুৰীৰপৰা প্ৰাণ লৈ উভতি অহাৰ পিছত সেই কথা ময়ো ভাবিছিলোঁ মিঃ বৰুৱা ! মই নিশ্চিত, এখন আন্তৰ্জাতিক ছবি হ'ব, সন্দেহ নাই। কিন্তু সেয়া অসম্ভৱ। মানুহ সাহসী হোৱা ভাল। কিন্তু দুঃসাহসী হ'ব নাপায়। মৰসাহস হয়তো কৰিব পাৰি। কিন্তু দৃশ্যগ্ৰহণৰ আগতেই যমপুৰীৰ আলহী হ'ব লাগিব।"

বনচালে বাৰে বাৰে বৰুৱাক কেৱল সুধিছিল : হাতীৰ জাক পানীত নামি গা ধোৱা ছবি ল'ব পৰা হ'ব নে নাই ? তেনেকুৱা 'চাঞ্চ মেটেৰিয়াল' পোৱা যাব জানো ?

অৰোৰা আৰু বনচালক আৰু বেছি আগ্ৰহান্বিত কৰিবলৈ বৰুৱাই তেওঁলোকক আশ্বাস দিছিল। চমুকৈ বৰ্ণাই গৈছিল হাতীচিকাৰৰ ৰোমাঞ্চকৰ বিভিন্ন অভিজ্ঞতা। গা'ত কাঁইটৰ আঁচোৰ এটা নলগাকৈ দৃশ্যগ্ৰহণৰ সুযোগ দিয়াৰ দায়িত্ব লৈছিল। প্ৰতিশ্ৰুতি দিছিল। বৰুৱাক বিশ্বাস কৰিবলৈ টান পালেও অৰোৰাই সন্মতি দিবলৈ বাধ্য

হৈছিল। বনচালে মনত পেলাই দিছিল : টেলি ফটো লেঞ্চবোৰ তেন্তে কেলেই আছে মিঃ অৰোৰা ?......

"বুইছা প্ৰাঞ্জল, হাতীচিকাৰ আজিকালি নিষিদ্ধ। বন্যপ্ৰাণী হত্যা দণ্ডনীয়। উনৈশ একাৱন চনলৈকে আমি হাতীচিকাৰ কৰিছিলোঁ। হাতী ধৰিছিলোঁ। কিন্তু বাৱন চনত মহীশূৰত বহা বন্যপ্ৰাণী সন্থাৰ সৰ্ব্বভাৰতীয় সন্মিলনৰ পিছত আমি আৰু হাতী ধৰিব নোৱাৰা হলোঁহক। তাৰ পিছত প্ৰযোজ্য হ'ল চৰকাৰৰ বন্যপ্ৰাণী সংৰক্ষণ আইন। কিন্তু কথা ছবিৰ দৃশ্য গ্ৰহণৰ বাবে হাতী চিকাৰৰ ব্যৱস্থা কৰিবলৈ বিশেষ অসুবিধা নহয়। চৰকাৰৰপৰা অনুমতি নল'লেও আমাৰ হ'ব। বিশ্বৰ বিভিন্ন চিৰিয়াখানালৈ পঠোৱাৰ কাৰণে ভাৰতৰ চিৰিয়াখানাবোৰত জন্ম হোৱা পোহনীয়া হাতীৰ পোৱালিৰ সংখ্যা যথেষ্ট নহয়। সেইকাৰণে চৰকাৰে কেতিয়াবা কেতিয়াবা আমাক হাতী ধৰিবলৈ আমন্ত্ৰণ জনায়। সেই সময়তে আমি চিকাৰৰ ছবি ল'ব পাৰিম। কিন্তু তাৰ আগতে ইউনিটটো সাজু হৈ থাকিব লাগিব।

চিকাৰৰ অভিজ্ঞতা নাথাকিলেও হাতীচিকাৰ সম্পৰ্কে তুমি কাহিনী আৰু চিত্ৰনাট্য লিখিব পাৰিবা। মোৰ ঘৰত হাতী চিকাৰৰ বহুত কিতাপ আছে। বিভিন্ন নথি-পত্ৰও নোহোৱা নহয়। মোৰ দেউতা আছিল এজন প্ৰবীণ হাতী চিকাৰী। নামটো কিজানি শুনিছাই। ইন্দ্ৰকমল বৰুৱা। হাতী চিকাৰত জীৱনৰ সৰহকাল কটোৱা দেউতাৰ মৃত্যুও হৈছিল হাতীৰ আঘাতত। মই নিজেও হাতী চিকাৰ কৰিছোঁ। বহুত হাতী ধৰিছোঁ।

আজি হাতীৰ প্ৰয়োজন কমি আহিছে। যান্ত্ৰিক যুগত হাতীয়ে অতীতৰ প্ৰাধান্য হেৰুৱাই পেলাইছে। সেই কাৰণেই হবলা দূৰদৃষ্টিসম্পন্ন দেউতাই মোৰ নাম ৰাখিছিল বিমান। হাতী চিকাৰৰ কথা মানুহে পাহৰি যাবলৈ ধৰিলাইছে। কেইটামান দশকৰ পিছত হয়তো ভাবিবলৈ বাধ্য হ'ব : সেয়া অবিশ্বাস্য। জীয়াই জীয়াই হাতী ধৰাৰ কাহিনীবোৰ মিছা। মানুহক আমোদ দিবলৈ ৰচনা কৰা ৰূপকথাৰ কল্পিত কাহিনী

কথাছবিৰ মাধ্যমেৰে লোমহৰ্ষক কাহিনী আৰু মুহূৰ্ত্তবোৰ এতিয়াই ধৰি ৰাখিব নোৱাৰিলে জীৱন-মৃত্যুৰ দুঃসাহসিক জীৱন এটাৰ অস্তিত্ব বুজাবলৈ আমাৰ হাতত তেতিয়া আৰু কোনো প্ৰমাণেই নাথাকিব। এতিয়াই ফান্দী আৰু কুন্‌কী পাবলৈ নাইকিয়া হ'ল।

ব্ৰেকফাষ্ট খোৱা শেষ হৈছিল। কিন্তু বৰুৱাৰ কথা শেষ হোৱা নাছিল। এটাৰ পিছত আন এটা মনোৰঞ্জক কাহিনী আকৰ্ষণীয় চিকাৰৰ ঘটনা। হাতী ধৰা সম্পৰ্কে জীৱনত সঞ্চয় কৰা ব্যক্তিগত আৰু দেউতাক ইন্দ্ৰকমল বৰুৱাৰ অভিজ্ঞতাৰ হুবহু বৰ্ণনা। সঁচা ঘটনাৰ লোমহৰ্ষক বিবৰণবোৰ শুনি মই বিমুগ্ধ হৈ পৰিছিলোঁ। স্তম্ভিত হৈ গৈছিলোঁ। বিস্ময়, শঙ্কা, শিহৰণ আৰু উত্তেজনাত মোৰ সন্মুখৰপৰা বাস্তৱৰ পৃথিৱীখন হেৰাই গৈছিল। তাৰ ঠাইত চকুৰ আগত ভাহি উঠিছিল কল্পনাৰ এখন অৰণ্য-ৰাজ্য। মই যেন আফ্ৰিকাৰ গভীৰ অৰণ্যৰ মাজত তোলা ইংৰাজী টাৰ্জ্জান কথাছবি এখন চাই চাই আত্মবিস্মৃত হৈ যোৱা এজন দৰ্শক।

কলাকুশলী আৰু শিল্পীৰ দলটোয়ে শিলজুৰি এৰি যোৱাৰ আগদিনাখনৰ ৰাতি। ৰেষ্ট বঙলাত আমি তিনিজন প্ৰাণী: বৰুৱা, অৰোৰা আৰু মই।

শিলজুৰি চাহ বাগিচাৰ জেঁাটাশলীয়া মালিক জীৱন চলিহাই ব্যৱসায় ক্ষেত্ৰত বিমান বৰুৱাক সদায় প্ৰাধান্য দি আহিছে। কেবাখনো সৰু সৰু বাগিচাৰ সমষ্টি শিলজুৰি চাহ-বাগিচা। ইউৰোপীয়ান মালিক গৰ্ডন চাহাবে বাগিচাখন বিকি স্বদেশলৈ উভতি যাবলৈ ওলোৱাত শিলজুৰিৰ স্বত্ব কিনিবলৈ আগবাঢ়ি আহিছিল জীৱন চলিহা। ডিবৰুৰ ধনী পৰিয়ালৰ একমাত্ৰ সন্তান চলিহাই গৰ্ডন চাহাবৰ কথাত হতাশ হৈ পৰিছিল। চাহ বাগিচাৰ মালিক হোৱাৰ আশা পৰিত্যাগ কৰিবলগীয়া হৈছিল। গৰ্ডন চাহাবে শিলজুৰি বাগিচাৰ বিক্ৰীমূল্য হিচাপে ন্যায্য দামতকৈ এপইচাও বেছি কোৱা নাছিল যদিও সিমান টকা তেতিয়া তেওঁৰ হাতত নাছিল। আনহাতে বাগিচাখন লোৱাৰ লোভো সামৰিব

পৰা নাছিল। প্ৰয়োজনীয় সমুদায় টকা যোগাৰ কৰিব নোৱাৰি হতাশ হৈ পৰা চলিহাই কথা প্ৰসঙ্গত খেদ কৰি কৈছিল : বুইছে খনিকৰ, কেইহেজাৰমান টকা জমা হ'লেই আমি নিজকে বৰ ধনী বুলি ভাবোঁ। কিন্তু অসমত সঁচা ধনী কেইজন আছে মই নাজানো। শিলজুৰি চাহ-বাগিচাখন কিনিবলৈ বহুত গ্ৰাহক গৈছিল। কিন্তু দাম শুনি হুঁহকি আহিল। অংশীদাৰ এজন বিচাৰি আজি ছমাহে মই হাবাথুৰি খালোঁ। কিন্তু বাগিচাখন আধা দামৰ জোখাৰেও কাৰো হাতত ধন নাই। অথচ তেৰ নদী সাত সাগৰ পাৰ হৈ আমাৰ অসমত বাগিচা লৈছে, ধন ঘটিছে। কোনোবাই অংশীদাৰ এজন যোগাৰ কৰি দিলে তেওঁক আজীৱন বানচ এটা দিবলৈও মই ৰাজী আছিলোঁ। তথাপি কোনো এজন অংশীদাৰ নোলাল। কেৱে যোগাৰ কৰি দিব নোৱাৰিলে।

দেউতাৰপৰা কিবা সহায় পোৱাৰ আশাত চলিহাই দেউতাক তেনেদৰে কোৱা নাছিল। কথাবোৰ কৈ মনৰ খেদ পাতলাইছিল। কাৰণ চলিহাই জানে : দেউতাৰ নিচিনা চৰকাৰী চৰকৰিয়াল এজনে খুউব বেছি গাড়ী এখন কিনিব পাৰে। বাগিচা কিনিব নোৱাৰে। দেউতাহঁতৰ দৰে চৰকাৰী বিষয়াবোৰৰ বেঙ্ক বেলেঞ্চ কিমান থাকিব পাৰে, সেই কথা তেওঁ নজনা নহয়।

কিন্তু আশা নকৰা বনতো কেতিয়াবা বাঘ থাকে। দেউতাৰপৰাই চলিহাই পাইছিল নতুন পথৰ সন্ধান। এজন অংশীদাৰ। গুৱাহাটীৰ প্ৰখ্যাত ধনী বিমান বৰুৱাক অংশীদাৰ হিচাপে জীৱন চলিহাৰ লগ লগাই দিছিল দেউতাই। তাৰ পিছত শিলজুৰি বাগিচাৰ মালিক হৈ পৰিছিল বিমান বৰুৱা আৰু জীৱন চলিহা আৰু দেউতা আছিল এক-পঞ্চমাংশ বানচ পোৱা আজীৱন অংশীদাৰ। সেই বানচ জীৱন চলিহাৰ লাভাংশৰপৰা দিয়া হৈছিল।

কৰ্ম্মচাৰীসকলৰ কাম চাবলৈ, বাগিচাৰ ভু-ভা ল'বলৈ বৰুৱা আৰু চলিহা মাহেকে-পষেকে শিলজুৰিলৈ আহে। মেনেজাৰৰ বঙলাৰপৰা

কিছুদূৰত সজা প্ৰকাণ্ড বেষ্ট বঙলাত জিৰণি লয়। ৰাতি থাকে। তাৰ পিছত আঁতৰি যায়।

সেইটো বেষ্ট বঙলাৰ বৈঠকখানাত বহি আমি আলোচনা কৰিছিলোঁ। এখন নতুন ধৰণৰ কথাছবিৰ কাহিনী লিখাৰ। আলোচনা কৰিছিলোঁ। মানে অৰোৰাই কৈ গৈছিল। আমি শুনিছিলোঁ। অৰোৰা বক্তা! আমি শ্ৰোতা। মাজে মাজে বৰুৱায়ো দুই-এষাৰ কথা কৈছিল। কিন্তু নীৰব শ্ৰোতাৰ ভাও লোৱাৰ বাহিৰে ক'বলগীয়া মোৰ একো নাছিল।

ব্যৱসায়িক দিশৰপৰা এখন সফল ছবি হিচাপে কাহিনীৰ মাজত কি কি এলিমেণ্টচ্ থকা উচিত সেই বিষয়ে সকীয়াই দি অৰোৰাই কৈছিল: আই এম চিউৰ, চাচ্ এ পিক্‌চাৰ নেভাৰ ফেইলচ্। ইট উইল হিট। নো ডাউট। কিন্তু অসুবিধা কিছুমানো আছে। তথাপি মই কোৱা এলিমেণ্টচ্‌বোৰলৈ লক্ষ্য ৰাখি কাহিনীটো লিখি ইংৰাজী অনুবাদ এটা মোলৈ পঠিয়াই দিব। ট্ৰিট্‌মেণ্ট আৰু চিত্ৰনাট্যৰ বিষয়ে পিছত আলোচনা কৰিম। অ' সম্ভহতে মই আপোনাক আগধন দি যাব নোৱাৰিম। বোম্বাই পায়েই পঠিয়াই দিম। অৱশ্যে চেক এখন দি যাব পাৰোঁ। কিন্তু 'এনকেচ' হওঁতে পলম হ'ব। বেঙ্ক ড্ৰাফট্ পালে আপোনাৰ সুবিধা হ'ব। ৰাজী?

ৰাজী। ৰাজী। ৰাজী নোহোৱাৰ কি কাৰণ থাকিব পাৰে? কিন্তু মই লিখা কাহিনী জানো তোমাৰ মনঃপুত হ'ব? কথাছবিৰ কাহিনীকাৰ হ'বলৈ জানো ইমান সহজ? তাতে আকৌ মোৰ নিচিনা অপৈণত লিখক এজনে লিখা কাহিনী।

মোৰ মৌন প্ৰশ্ন।

জানো: অৰোৰাই কাহিনী নলয়। মই লিখা কাহিনী মনঃপুত নহয়। বৰুৱাৰ কথা এৰাব নোৱাৰি কৃতজ্ঞতাৰ খাতিৰত তেনেদৰে কৈছে। নহ'লে কাহিনীৰ উপযুক্ততা বিচাৰ নকৰাকৈ আগধন দিয়াৰ প্ৰতিশ্ৰুতি কেতিয়াও নিদিয়ে। মোৰ লিখনীৰ লগত অৰোৰাৰ পৰিচয় নাই।

আগধন ? আগধন নপঠিয়ায় ।

বোম্বাইৰপৰা বেঙ্ক ড্ৰাকট্ পঠিয়াই দিম । ৰাজী ?

অৰ্থাৎ ফাকি । অসমৰপৰা আঁতৰি যোৱাৰ পিছত তহঁতৰ কথা মনত ৰখাৰ মোৰ প্ৰয়োজন কি ?

অৰোৰাইঁতৰ ইউনিটটোয়ে শিলজুৰি এৰি আঁতৰি গৈছিল ।

মই বিশ্বাস কৰা নাছিলোঁ । কিন্তু বৰুৱাই বিশ্বাস কৰিছিল । বৰুৱাৰ দৃঢ়বিশ্বাস অৰোৰাই মোৰ কাহিনী ল'বই । সেইকাৰণে মোক কৈছিল ঃ 'এনিমেল লাইফ' সম্পৰ্কে কিছু অভিজ্ঞতাৰ প্ৰয়োজন । ন'হলে কাহিনী ৰচনাত আহুকাল পাবা । চিকাৰ সম্পৰ্কীয় অন্ততঃ কেইখনমান কিতাপে তুমি পঢ়া উচিত । চিকাৰৰ কাৰণে প্ৰয়োজন হোৱা আহিলা-পাতিৰ বিষয়ে বাস্তৱ জ্ঞানৰ দৰকাৰ । কনচাইনমেণ্টবোৰ ডেচ্‌পাটচ্ কৰাৰ পিছত গুৱাহাটীলৈ যাবা । চলিহা আৰু মেনেজাৰক তোমাৰ কথা কৈছোঁ । তুমি বিচাৰিলেই ছুই-তিনি মাহৰ কাৰণে ছুটী দিব ।

আশা কৰা নাছিলোঁ যদিও চিঠি এখন পালোঁ । বোম্বাই পোৱাৰ কেইদিনমান পিছতেই অৰোৰাই লিখিছিল । বৰুৱা চাহাবৰ সৰল বিশ্বাস এটাক থান্‌বান কৰি দিয়া এখন চিঠি ঃ

মিঃ বৰুৱা আৰু আপোনাক দি অহা প্ৰতিশ্ৰুতি ৰক্ষা কৰিব নোৱাৰি মই অত্যন্ত লজ্জিত । ছুখিত । সন্ত্যহতে আমি ছবিৰ কাম হাতত ল'ব নোৱাৰিম । কিছুদিন পলম হ'ব । বোম্বাই পোৱাৰ পিছতেই আন এখন ছবিৰ বাবে চুক্তিবদ্ধ হ'বলগীয়া হোৱাত হাতী চিকাৰ সম্পৰ্কে কৰিব খোজা ছবিখনৰ কাম কিছুদিনলৈ স্থগিত ৰাখিব খুজিছোঁ । আশাকৰোঁ তাৰ বাবে মোক ক্ষমা কৰিব ।

কাহিনীটো সোনকালে পাম বুলি আশা কৰি ৰলোঁ ।

... ... ...

তাৰপিছত আমাৰপৰা পোৱা সহায়-সহানুভূতি আৰু সদৌ অসমবাসীয়ে দেখুওৱা মৰম-চেনেহৰ কাৰণে কৃতজ্ঞতা জনাই অৰোৰাই চিঠিখন সামৰিছে ।

প্ৰৱঞ্চনা। কেৱল ভূৱা। ফাকি।

অৰোৰাই আমালৈ তেনেদৰে নিলিখা হ'লেও হ'লহেঁতেন। বৰুৱাই বিশ্বাস কৰিলেও প্ৰথমৰেপৰা অৰোৰাক মই বিশ্বাস কৰা নাছিলোঁ। অৰোৰাৰ ব্যৱসায়িক বুদ্ধি আছে। একেষাৰতে খাটাংকৈ উত্তৰ নিদি টোপ দেখুৱাই প্ৰলোভন দি শেষত মূৰ পোলোকা দিব। এয়া ব্যৱসায়িক চতুৰালি। সৌজন্য দেখুৱাই ঠগাৰ বুধি।

চিঠিখন বৰুৱালৈ পঠিয়াই দিম বুলি সামৰি থলোঁ। কিন্তু খামটোৰ ভিতৰত দেখোন আৰু এখিলা কাগজ। কাগজখিলা হাতত লৈ স্তম্ভিত হৈ পৰিলোঁ। নীচ ধাৰণাটোৰ কাৰণে বৰ লাজ লাগিল। বেঙ্ক ড্ৰাফট্‌খন হাতত লৈ মই তলমূৰকৈ ৰলোঁ।

পাঁচ হেজাৰ তিনি শ টকাৰ ড্ৰাফট্‌খনেৰে সৈতে পিন এটাৰে গঁথা এটুকুৰা অকণমান কাগজ।

ঃ ড্ৰাফট্‌খন ভঙাই তিনি শ টকা দেবেশ্বৰক দি ক'ব ঃ ককায়েকে ভায়েকলৈ পঠোৱা যৎসামান্য উপহাৰ।·· ···

তাৰপিছত?

জীৱন-ৰথৰ চকৰি মোৰ ঘূৰি গ'ল। আৰম্ভ হ'ল এটা নতুন জীৱন। জীৱনৰ গতিপথত আগবাঢ়ি যাওঁতে বহুতকে লগ পালোঁ। লগ পালোঁ শ্বেৰপাক; মায়াক আৰু বহুতক।

মালা সিন্‌হা।

এজনী অনাত্মীয়া অনিন্দ্য সুন্দৰী গাভৰু। মোৰ জীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰা এজনী চিত্ৰ-তাৰকা।

কিন্তু মোৰ—আজিৰ এই জীৱনটোৰ কাৰণে দায়ী কোন? কাৰ অৰিহণা বেছি? মালা সিন্‌হা, ৰিঞ্জি শ্বেৰপা, বিমান বৰুৱা, নে অৰোৰাৰ?

## ॥ চাৰি ॥

বিমান বৰুৱা।

ৰাণীবাৰী ঃ গুৱাহাটী।

বাছৰপৰা নামি মানিবেগৰ সৰু খলপ এটাৰ মাজত সাঁচি থোৱা কাগজখিলা মেলি নোচোৱা হলেও হ'লহেঁতেন। বৰুৱাৰ ঠিকনাটো মোৰ মনতেই আছিল। তথাপি চালো। ৰাণীবাৰী নে ৰিহাবাৰী ?

"ক্যাহা জানা হ্যাই জী ?"

কলোঁ। ৰিক্সা আগবাঢ়িল।

জমিদাৰৰ সন্তান হ'লেও বিমান বৰুৱা জমিদাৰ নহয়। কিন্তু অগাধ সম্পত্তিৰ মালিক। জমিদাৰী এৰি গুৱাহাটীলৈ অহা ইন্দ্ৰকমল বৰুৱাই হাতী চিকাৰত লাভ কৰিছিল হেজাৰ হেজাৰ টকা। লাখপতি বৰুৱাৰ একমাত্ৰ সন্তান বিমান বৰুৱা ।পিতৃ সম্পত্তিৰে সম্পদশালী। ধনেৰে ধনী।

মানুহৰ ধাৰণা ঃ বৰুৱা চাহাব লাখপতি নহয়। কোটিপতি।

বিৰাট হাউলিৰ এটা প্ৰকাণ্ড পকী দালান। তিনিমহলীয়া। সম্মুখত বিৰাট ল'ন। ৰাজপথৰপৰা হাউলিটোৰ মাজেৰে মূল দালানটোলৈ এটা বহল পকীবাট। বাটৰ দুয়োকাষৰ ল'ন দুখনত বাৰে বৰণীয়া ফুলৰ শাৰী। ঋতু পুষ্প। সম্মুখৰ গাড়ী-বাৰাণ্ডাৰ এখন নতুন মডেলৰ এম্বেচেডৰ। নঙলামুখৰ লুইল লগোৱা আইৰণ গেটত বন্দুকধাৰী বিহাৰী অথবা নেপালী দৌবাৰিক। পৰ্টিক'ৰ একাষত বান্ধি থোৱা এটা প্ৰকাণ্ড এল্-চেচিয়ান। ভিতৰৰ ৰেডিঅ'গ্ৰামৰপৰা ভাহি অহা পাশ্চাত্য সঙ্গীত নতুবা অৰ্কেষ্ট্ৰাৰ মৃদু সুৰ।

সেইটোয়ে বিমান বৰুৱাৰ হাউলি।

"ইয়ে হ্যাই ৰাণীবাৰী।"

"আগে চলো।"

বিক্সাৱালাৰ মাতত কল্পনা ৰাজ্যৰপৰা বাস্তৱলৈ উভতি আহি উত্তৰ দিওঁ। এটা এটাকৈ ঘৰবোৰ চেৰাই বিক্সা আগবাঢ়ি যায়। প্ৰায়বোৰেই 'আসাম টাইপৰ' ঘৰ। তেন্তে ৰাজপ্ৰাসাদ সদৃশ হাউলিটো ক'ত? ঠিকনাটো ভুল হ'ল নেকি? বিক্সাৱালাই ভুল ঠাইলৈ লৈ আহিল? কিন্তু এই খনেইতো পাণবজাৰ, ৰাণীবাৰী। কল্পনাত ডুব গৈ থাকোঁতে বোধহয় বৰুৱা চাহাবৰ বঙলাটো এৰি থৈ আহিলোঁ।

তিনি-আলিৰ চ'ক এটাৰ মূৰত বিক্সা থমকি ৰ'ল।

"ইহাসে হৰিসভা চুৰু হো গিয়া। আপকো কোন ম'কান জানা হ্যাই?"

"বৰুৱা চাহাবকো বাংলা।"

"এয়ে বাত? ঠিক হ্যাই—চলিয়ে।"

বিক্সা ঘূৰিল। কেইটামান নঙলা পাৰ হৈ গৈ ঘৰ এটাৰ সম্মুখত থমকি ৰ'ল। আসাম টাইপৰ এটা পুৰণি ঘৰ। ঘৰটো দেখিয়েই মোৰ তিঙিচ্‌কৈ খং উঠি গ'ল।

"যায়ি এ। ইয়ে হ্যাই বৰুৱা চহাবকো ম'কান।"

"কভী নহী।" খঙত চিঞৰি কলোঁ।

সি মোক ঠগিবলৈ আহিছে? বুদ্ধু কাহাকাৰ। তাৰ গালত চৰ এপাত সোধাই ক'বৰ মন গৈছিল: বুৰ্ব্বক! তই কাক ফাকি দিবলৈ আহিছ? নতুন মানুহবোৰক তহঁতে এনেদৰেই ঠগ।

সেই ঘৰটো বৰুৱা চাহাবৰ বঙলা বুলি দেখুৱাই দিয়াটো যেন তাৰহে দোষ।

সি বুজিছিল: মই তাক বিশ্বাস কৰা নাই।

"আদমী লোগকো পুচিয়ে ইয়ে হ্যাই বৰুৱা চাহাবকো ম'কান।"

"চুপ ৰহো।" মই গৰ্জ্জি উঠিলোঁ।

কাক সুধিম ? ওচৰত কোনো নাই। অলপ দূৰত মুকলি ঠাই এটুকুৰাত সৰু সৰু ল'ৰা-ছোৱালী কেইটামানে খেলি আছে। সিহঁতক আমনি দিবলৈ ইচ্ছা নহ'ল। 'কোন বৰুৱা চাহাব' সিহঁতে হয়তো চিনিয়েই নাপাব।

"দেখিয়ে দিদি……।"

ৰিক্সাৱালাৰ মাতত পিছলৈ উভতি চালোঁ। চকুত লগাকৈ এজনী ধুনীয়া গাভৰু। মোৰ কাষেৰে পাৰ হৈ সম্মুখৰ ঘৰটোলৈ আগবাঢ়ি গৈছে।

"বৰুৱা চাহাবৰ বঙলাটো কোনখিনিত ক'ব পাৰে নে ?"

"বিমান বৰুৱাৰ কথা সুধিছে ?"

গাভৰুজনী অকল ধুনীয়াই নহয় ; মাতটোও মিঠা।

কলোঁ : হয়। চাহ খেতিয়ক বিমান বৰুৱা।

"এইটোয়ে ঘৰ। আহক।"

হে ভগৱান। তাতকৈ মোৰ মূৰত বজ্ৰপাত নহ'ল কিয় ? নাই, নাই। এইটো কেতিয়াও বৰুৱাৰ ঘৰ হ'ব নোৱাৰে।

গাভৰুজনী আঁতৰি ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

মই ৰিক্সাৰ ওপৰতে বহি ৰলোঁ। নমাৰ ইচ্ছা নহ'ল। মই বিচাৰি অহা বিমান বৰুৱাৰ ঘৰ এইটো নহয়। এইজন অন্য বিমান বৰুৱা। এইজন বিমান বৰুৱা চাহ খেতিয়ক হ'ব পাৰে। কিন্তু শিলজুৰি বাগিচাৰ মালিক বিমান বৰুৱা নহয়।

"আৰে প্ৰাঞ্জল। আহা—আহা। কেতিয়া পালাহি।"

অবিশ্বাস্য।

কিন্তু মোৰ দৃষ্টি আৰু শ্ৰৱণশক্তিক অবিশ্বাস কৰোঁ কেনেকৈ ?

গভীৰ অসন্তুষ্টিৰে নামো নানামোকৈ ৰিক্সাৰপৰা নামি পৰিলোঁ।

"অবোৰাৰ চিঠি পায়ে তোমাক পঠিয়াই দিয়াৰ কাৰণে মেনেজাৰলৈ মই ফোন কৰিছিলোঁ। কিমান দিনৰ ছুটী লৈ আহিছা ? এমাহ ? এমাহত কিটো হ'ব ? অৱশ্যে চিকাৰ সম্পৰ্কীয় আটাইবোৰ কিতাপ

নপঢ়াকৈও কামত আগবাঢ়িব পাৰিবা। যি কেইখন নপঢ়িলে নিতান্ত নহয়, সেইখন প্ৰথমে পঢ়ি লোৱা। মই বাছি বিচাৰি উলিয়াই দিম। কিবা বুজি নাপালে মোক সুধিবা। কি ক'লা? ক'ত থাকিবা? ইয়াত থাকিব নোৱাৰা। অসুবিধা হ'ব। মুকুলিকাত থাকিলে বেছি সুবিধা পাবা। ৰ'বা—চাহ খোৱা। তাৰ পিছত তালৈকে তোমাক লৈ যাম। মুখ-হাত নোধোৱা? কেলেই? মুখ-হাত ধুই চাহ একাপ খালে বেছি ভাল পালাহেঁতেন।"......

মুকুলিকা ঘৰ বা বঙলা নহয়। ৰাজভৱন, ৰাজপ্ৰাসাদ। উজান বজাৰৰ পূবলৈ কেৱল পাহাৰ আৰু পাহাৰ। পাহাৰৰ নামনিত বহল অঞ্চল এটা জুৰি এটা ৰাজপ্ৰাসাদ। মুকুলিকা-ভৱন। চালে চকু ৰোৱা। বৰুৱাৰ দেউতাক ইন্দ্ৰকমল বৰুৱাই সজা "মুকুলিকা কুটীৰ।"

ইন্দ্ৰকমল বৰুৱাই মাটি এটুকুৰা কিনিছিল। তিনি কঠা মাটিৰ এটা সৰু প্লট। চহৰৰ মাজ মজিয়াত সৰহ মাটি পাবলৈ টান। কিন্তু সেইকণ মাটিৰে ইন্দ্ৰকমল বৰুৱাক নোজোৰে। মনৰ জোখাৰে হাউলি এটা সাজিবলৈ কমেও দহ বিঘা মাটিৰ প্ৰয়োজন। থকা ঘৰ এটা সাজিবলৈ যিমান মাটিৰ প্ৰয়োজন তেওঁৰ নাছিল। কিন্তু বন-বিদ্যাপীঠখনতো এহালিচা মাটিত সাজিব নোৱাৰি। তাৰ কাৰণে কমেও তিনি একৰ মাটিৰ দৰকাৰ। কিন্তু চহৰৰ মাজ মজিয়াত সিমান মাটি তেওঁ পাব ক'ত?

বহুত যত্নৰ পিছত অৱশেষত বিচাৰি বিচাৰি মাটি এটুকুৰা উলিয়াইছিল। চহৰৰপৰা অলপ আঁতৰত—পাহাৰৰ মাজত এটা আহল-বহল প্লট। চাৰিওফালে প্ৰকৃতিৰ শান্ত পৰিৱেশ। অথচ চহৰৰ ব্যস্ত এলেকাৰপৰাও সৰহ দূৰ নহয়। বন-বিদ্যাপীঠৰ কাৰণে তেওঁ যে এনে এটা পৰিৱেশেই বিচাৰি ফুৰিছিল।

বিমান বৰুৱা তেতিয়া নিচেই অকণমানি। অকলে স্কুললৈ অহা-যোৱা কৰিব পৰা হোৱা নাই। বৰুৱা প্ৰায়ে ঘৰত নাথাকে। হাতী চিকাৰৰ কাৰণে, জীৱিকাৰ বাবে বছৰটোৰ সৰহ দিন থাকিব লাগে হাবি-জঙ্গলৰ মাজত। গভীৰ অৰণ্যৰ বুকুত। বিমানৰ শিক্ষাৰ কাৰণে,

অকলশৰীয়া পৰিয়ালটোৰ সুবিধাৰ কাৰণে চহৰৰ মাজত ঘৰ এটাৰ প্ৰয়োজন। সময় আৰু সুযোগ হ'লে থকাৰ কাৰণে এটা ভাল ঘৰ আৰু বন-বিদ্যাপীঠখন পিছে-পৰেও সাজিব পৰা হ'ব। বন-বিদ্যাপীঠখন সজাবলৈ বহুত টকাৰ প্ৰয়োজন। প্ৰয়োজন সময়ৰ, প্ৰয়োজন তেওঁৰ উপস্থিতিৰ। সত্যহতে থকাৰ কাৰণে ৰাণীবাৰীত সৰুকৈ ঘৰ এটা সাজি লোৱাৰ কথা ভাবিছিল ইন্দ্ৰকমল বৰুৱাই। ভৱিষ্যতৰ কাৰণে কিনি থোৱা হ'ল. নিজৰাপাৰত এটা প্ৰকাণ্ড প্লট।

ইন্দ্ৰকমল বৰুৱাৰ তেতিয়া শেষ বয়স। হাতীৰ পিঠিত উঠি বনৰীয়া হাতী ধৰাৰ শক্তি তেওঁৰ দেহৰপৰা কাঢ়ি নিছিল নেদেখা কালে। এটা অদৃশ্য শক্তিয়ে।

সেই সময়ছোৱাতে নিজৰাপাৰত সজা হ'ল এটা প্ৰকাণ্ড ৰাজভৱন। সম্মুখত 'মুকুলিকা কুটীৰ' আৰু তাৰ সোঁহাতে পাহাৰৰ ভিতৰলৈ বন-বিদ্যাপীঠ। তাৰপিছত দিন পুৰণি হ'ল। বছৰ বাগৰি গ'ল। বন-বিদ্যাপীঠৰ শেষ পৰ্ব্ব সমাপ্ত হোৱাৰ আগে আগে আঁতৰি গ'ল ৰায়চাহাব ইন্দ্ৰকমল বৰুৱা।

মুকুলিকা কুটীৰ সম্পূৰ্ণ হোৱাৰ পিছত ৰাণীবাৰীৰ ঘৰটোৰ প্ৰয়োজন কমি আহিল। এদিন সেই ঘৰটোত থাকিয়েই স্কুলীয়া ছাত্ৰ বিমান বৰুৱা পঢ়াশালিলৈ গৈছিল। কলেজত পঢ়িছিল। তাৰপিছত সেই ঘৰটোৰ-পৰা স্কুললৈ গৈছিল বিমান বৰুৱাৰ ল'ৰা-ছোৱালী। ইন্দ্ৰকমল বৰুৱাৰ তিনিজন নাতি আৰু দুজনী নাতিনী।

এদিন তেওঁলোকৰো স্কুলীয়া জীৱনৰ সামৰণি পৰিল। বহুতে বৰুৱাক উপদেশ দিলে: আসাম টাইপৰ পুৰণি ঘৰটো ভাঙি পকীঘৰ এটা সজাই ভাৰালৈ দিলেও বহুত টকা পাব। আয় হ'ব।

কিন্তু কাৰো উপদেশলৈ তেখেতে কাণ নিদিলে। দেউতাকৰ স্মৃতি বিজড়িত সেই পুৰণি সৰু ঘৰটো পুৰণি হৈয়ে থাকিল। তাৰ ঠাইত দালান নুঠিল। প্ৰয়োজনীয় মেৰামতি কৰি চূণ-তেল দিয়াৰ বাহিৰে আন একো সলনি কৰা নহ'ল।

মুকুলিকাৰ গঠন-শৈলী অৱৰ্ণনীয়। অত্যাধুনিক সা-সুবিধাৰে বিজ্ঞান-সম্মতভাৱে সজোৱা 'মুকুলিকা কুটীৰ'—কুটীৰ নহয়। ডাল-দৰিদ্ৰ ভিকহুৰ নাম ধনীৰাম। কণাৰ নাম পদ্মলোচন, আৰু ৰাজপ্ৰাসাদৰ নাম কুটীৰ।

মুকুলিকা কুটীৰত উপস্থিত হোৱাৰ পিছৰেপৰা মোৰ কৌতূহল হৈছিল: আভিজাত্যপূৰ্ণ ৰাজপ্ৰাসাদটোৰ কাৰণে নহয়। কৌতূহল হৈছিল: আন এটা কাৰণত! মুকুলিকা কুটীৰৰ চাৰিওফালে আৱৰা ইটাৰ দেৱাল। এটা প্ৰকাণ্ড চৌহদ। সেই চৌহদটোৰ প্ৰায় গা'তে লগা বিৰাট আকাৰৰ এটা পকীঘৰ। প্ৰায় তিনি একৰ এলেকাজুৰি সজা ঘৰটো তিনিমহলীয়া দালানতকৈও ওখ। গুদাম ঘৰ যেন লগা ঘৰটোৰ সম্মুখত গাড়ী-বাৰাণ্ডাৰ দৰে সজা এটা এমহলীয়া দালান। এমহলীয়া ঘৰটোত দুৱাৰ-খিৰিকী আছে। কিন্তু এই এমহলীয়া দালানটোৰ গা'তে লগা বিৰাট দালানটোৰ কোনোফালে দুৱাৰ-খিৰিকী নাই। কাঠৰ বাকচ এটাৰ দৰে সজা চাৰিখন ইটাৰ দেৱাল আৰু ওপৰত চিমেণ্ট কংক্ৰিটৰ চাল। ঘৰটো বহলে প্ৰায় তিনি শ ফুট। দীঘলটো অনুমান কৰিব নোৱাৰি। ঘৰটোৰ শেষৰ অংশ চকুত নপৰে। পাহাৰৰ মাজত ঢাক খাই দৃষ্টিৰ আঁৰ হৈ পৰিছে।

কৌতূহল সামৰিব নোৱাৰি বৰুৱা চাহাবক সুধিছিলোঁ: সেইটো কি ঘৰ চাৰ?

মোৰ প্ৰশ্নৰ চমু উত্তৰ দি কৈছিল: কাইলৈ গম পাবা। এতিয়া গা-মুৰ ধুই জিৰণি লোৱা।

বিৰাট আকাৰৰ কংক্ৰিট বাকচটোৰ প্ৰৱেশ-পথত এখন ছাইন বোৰ্ড। মাথোন কেইটামান শব্দ: অৰণ্য সুন্দৰী।

নিজৰাপাৰ: গুৱাহাটী।

ছাইন-বোৰ্ডখন পঢ়ি 'অৰণ্য সুন্দৰী' কি নতুবা তাৰ ভিতৰত কি আছে একো বুজা নাযায়। সম্মুখখন ধুনীয়াকৈ চিকোনোৱা। ল'ন মোৱাৰেৰে সমানকৈ কটা দুবৰিবনৰ এখন সেউজীয়া দলিচা। পৰিষ্কাৰ। সোপোকা কাৰ্পেটৰ দৰে কোমল। চাৰিওফালে নানা তৰহৰ ফুল আৰু

সৰল গছৰ শাৰী। চোতালৰ সোঁমাজত এটা পানীৰ ফোঁৱাৰা। মাৰ্বল পাথৰৰ এটা হাতী। আঠ হাতমান ওখ। বগা। ওপৰলৈ দাঙি থকা শুঁৰডালৰ মাজেৰে পানীবোৰ ছিটিকি আহি হাতীটোৰ পিঠিত পৰিছে। পানীত নামি শুঁৰেৰে পানী ছটিয়াই গা ধুই থকা হাতী এটাৰ আৰ্হিত সজোৱা পানীৰ ফোঁৱাৰাটো বিতোপন। ত্ৰিশফুট বহলৰ বৰ্গাকৃতিৰ এটা পুখুৰী। বিভিন্নৰঙী মাৰ্বল পাথৰেৰে বন্ধোৱা পুখুৰীটোৰ পানীবোৰ স্বচ্ছ। অগভীৰ। পুখুৰীটোৰ সোঁমাজত থিয় হৈ থকা হাতীটোৰ চাৰিওফালে ৰঙা নীলা বাল্ব কিছুমান পানীৰ তলত জিলিকি আছে।

চোতালখন পাৰ হৈ এমহলীয়া ঘৰটোৰ বাৰাণ্ডাত থিয় হোৱাৰ লগে লগে 'ভতৰৰপৰা ওলাই আহিল এজনী গাভৰু। গাভৰুজনী ওখ, লাহী। ধুনীয়া। গা'ত সেউজীয়া এযোৰ সাজ। ইংৰাজীতে সুপ্ৰভাত কামনা কৰি নমস্কাৰ জনালে। বৰুৱাই প্ৰতি নমস্কাৰ জনাই বাঁওফালে আগবাঢ়ি গৈ এমহলীয়া দালানটোৰ প্ৰথম কোঠাটোত সোমাল। মই অনুসৰণ কৰিলোঁ বৰুৱাক।

বিশ ফুট বহল আৰু ত্ৰিশ ফুট দীঘল এটা আহল-বহল কোঠা। চাৰিওফালে কংক্ৰিটৰ ৱাল। বাৰাণ্ডাৰপৰা ভিতৰলৈ দুৱাৰখনৰ দুয়ো কাষে দুখনকৈ চাৰিখন খিৰিকী। বাঁওফালৰ বেৰখনত চাৰিখন খিৰিকী। দুৱাৰ নাই। আমাৰ সম্মুখৰ বেৰখনত দুৱাৰ-খিৰিকী একো নাছিল। সেইখন কোঠাটোৰ উত্তৰ ফালৰ দেৱাল। সোঁহাতৰ বেৰখনত এখন দুৱাৰমুখ। কিন্তু খিৰিকীৰ কোনো ব্যৱস্থা নাই।

কোঠাটোৰ চাৰিওফালে শাৰী শাৰীকৈ ওলোমাই থোৱা আছে কিছুমান তৈলচিত্ৰ আৰু আলোছবি। সেই তৈলচিত্ৰবোৰত অঁকা আছে হাতী-গঁড়, বাঘ-ঘোং আদি বিভিন্ন জন্তু আৰু অসংখ্য বনৰীয়া চৰাইৰ ছবি। কোঠাটোৰ মজিয়াত পাৰি থোৱা আছে এখন কাশ্মিৰী কাৰ্পেট। সোপোকা, ধুনীয়া। কাৰ্পেটখনৰ ওপৰত শাৰী শাৰীকৈ সজোৱা ষ্টেণ্ডৱাল। ষ্টেণ্ডৱালবোৰত ওলোমাই থোৱা লাইফ চাইজত এনলাৰ্জ্জড কৰা ছবিবোৰ জীৱন্ত।

কোঠাটোৰ সোঁ আৰু বাঁওহাতে পাৰি থোৱা আছে কুচন লগোৱা স্প্ৰিঙৰ দুখন চ'ফা। কোঠাটোৰ সোঁমাজৰ মুকলি ঠাইখিনিত মেহগনি কাঠৰ হাঁহকণীৰ দৰে এখন ঘূৰণীয়া টেবুল। চ'ফাত বহি তৈলচিত্ৰবোৰ চালে এনে অনুমান হয়, সেইবোৰ যেন তৈলচিত্ৰ নহয়। বনৰীয়া পশু-পক্ষীৰ শোভাযাত্ৰা। সঁচা বাঘ-ভালুক আৰু চৰাই-চিৰিকতিৰ এখন জীয়া চিৰিয়াখানা। কোঠাটোত সোমোৱাৰ লগে লগে চকুত পৰে এটা প্ৰকাণ্ড দঁতাল হাতীৰ এখন তৈলচিত্ৰ। প্ৰৱেশপথৰ বিপৰীত ফালৰ দেৱালখনত ওলোমাই থোৱা এঘাৰ ফুট ওখ হুবহু আকৃতিৰ তৈলচিত্ৰখন ছবি যেন নালাগে। আগন্তুকক আক্ৰমণ কৰিবলৈ খেদি অহা এটা জীয়া হাতী বুলি ভ্ৰম হয়।

কোঠাটোত সোমাব খুজি মই উচপ্ খাই উঠিলোঁ। ভয়ত কেই-খোজমান পিছুৱাই আহিলোঁ। আৰু মোৰ পিছে পিছে সোমাই অহা গাভৰুজনীৰ গা'ত খুন্দা খাই লজ্জিত হলোঁ।

তৈলচিত্ৰবোৰ চোৱা হ'লত সোঁহাতৰ দুৱাৰখনেৰে দ্বিতীয় কোঠাটোত সোমালোঁ। কোঠাটোৰ তিনিওফালে তিনিখন দুৱাৰ। কিন্তু উত্তৰ-ফালৰ দেৱালখনত কোনো দুৱাৰ-খিৰিকী নাই। পূব আৰু পশ্চিম-ফালৰ দেৱাল দুখনত একোখনকৈ দুৱাৰ। কিন্তু কোনো খিৰিকী নাই। দক্ষিণফালে বাৰাণ্ডালৈ ওলাব পৰাকৈ এখন দুৱাৰ। তাৰ দুয়োকাষে দুখনকৈ চাৰিখন খিৰিকী।

কোঠাটোৰ সোঁমাজত ক'লা মাৰ্ব্বল পাথৰৰ এটা হাতীৰ মূৰ্তি। ছ ফুট ওখ মূৰ্তিটো নিমজ, মৰম লগা। শুঁৰডাল তললৈ গুজি দক্ষিণলৈ মুখ কৰি থিয় হৈ আছে। হাতীৰ মূৰ্তিটোৰ চাৰিওফালে কিছুমান শ্বোকেছ। আয়নাৰ। শ্বোকেছবোৰৰ ভিতৰত বিভিন্ন ৰঙৰ অসংখ্য মূৰ্তি। মাৰ্ব্বলৰ। বৰুৱাই মূৰ্তিবোৰ দেখুৱাই বুজাই দি গৈছিল। খেদা আৰু মেলা-চিকাৰত কুন্‌কীৰে ফান্দীয়ে হাতী ধৰা বিভিন্ন অৱস্থাৰ এশ-একুৰি মূৰ্তিবোৰ দেখি শিহৰণ এটা অনুভৱ কৰিলোঁ। তাৰপিছৰ শ্বোকেছটোত নকৈ ধৰা হাতীৰ মূৰ্তি। বনৰীয়া হাতীবোৰ গঁৰালত ৰখাৰ

আহি। ঘাহ যোগোৱা, কুন্‌কীৰ সহায়ত দুৰ্দ্দান্ত বন্দীবোৰক কবায়ত্ত কৰা মূৰ্তিবোৰে মনলৈ কঢ়িয়াই আনে এটা গভীৰ উত্তেজনা।

শেষৰ শ্বোকেছ দুটাত সজাই ৰখা মূৰ্তিবোৰত প্ৰতিফলিত হৈছে, বন্দী বনৰীয়া হাতীক প্ৰশিক্ষণ দিয়াৰ বিভিন্ন অৱস্থাৰ বিভিন্ন ৰূপ। বিভিন্ন মুহূৰ্তৰ প্ৰতিফলন।

তৃতীয় কোঠাটোৰ গঢ়ন দ্বিতীয় কোঠাটোৰ অনুৰূপ। কিন্তু কোঠাটোৰ উত্তৰফালে এখন দুৱাৰ। দেৱালৰ তিনিওফালে শ্বোকেছৰ পৰিৱৰ্তে শাৰী শাৰীকৈ সজাই থোৱা আছে কিছুমান ডাঙৰ ডাঙৰ আলমিৰা। আয়না লগোৱা আলমিৰাবোৰ মৰক্কো লেদাৰেৰে বন্ধোৱা শকত শকত পুথিৰে ঠাহ খোৱা। কিছুমানৰ ভিতৰত আলোচনী, বাতৰি কাগজ আৰু জাপ জাপ এলবাম। সৰু বৰ বিভিন্ন আকৃতিৰ এলবামবোৰত কিমান আলোছবি সজাই থোৱা আছে সেই কথা অনুমান কৰা টান। মজিয়াত পৰা কাৰ্পেটৰ ওপৰত ধুনীয়াকৈ সজাই থোৱা চ'ফা, টেবুল আৰু টিপয়। এচুকত এখন হেলনীয়া আৰামী চকী।

"তোমাৰ কাৰণে এই ৰিডিং চেম্বাৰটোৰে প্ৰয়োজন হ'ব বেছি। আলমিৰাৰ চাবিবোৰ তোমাৰ হাতত থাকিব। সৌটো বাথৰুম। গা'ধোৱা ঘৰটোৰ লগতে ভিতৰফালে আৰু এটা কোঠা আছে। পানী, পায়খানা আৰু জিৰণিৰ কাৰণে বিচনাৰ ব্যৱস্থা আছে। চিৰিন, আলমিৰা আৰু এই কোঠাটোৰ চাবিৰে সৈতে ৰেফাৰেঞ্চ ৰেজিষ্টাৰটো এওঁক দিবা।"

পিছৰ কথাখিনি বৰুৱাই ইংৰাজীত কৈছিল। গাভৰুজনীৰ নাম তেনেহলে চিৰিন? এজনী অনা অসমীয়া গাভৰু।

"বুইছা প্ৰাঞ্জল, ৰেজিষ্টাৰটো মেলি চালে কোন বিষয়ৰ কোনখন কিতাপ ক'ত আছে তুমি নিজে গম পাবা। আলমিৰা আৰু ৰেকৰ নম্বৰৰ লগতে কিতাপৰ নম্বৰো উল্লেখ কৰা আছে। ৰেফাৰেঞ্চ ৰেজিষ্টাৰটোৱে তোমাক যথেষ্ট সহায় কৰিব। সময় পালে, এলবাম

আৰু আলোচনীবোৰতো চকু ফুৰাবা। তোমাৰ প্ৰয়োজনীয় সময়ত চাহ-জলপান, ভাত-পানী যাতে ইয়াত বহিয়েই পোৱা, তাৰবাবে মই ব্যৱস্থা কৰিম।"

বৰুৱাক কি বুলি ধন্যবাদ জনাম ভাবি নাপালোঁ। কৃতজ্ঞতাত মূৰটো দোঁ খাই পৰিল।

তৃতীয় কোঠাটোৰ পিছত আমি চতুৰ্থ কোঠাত সোমালোঁগৈ। এই কোঠাটোৰ গঢ়নো আনবোৰ কোঠাৰ দৰেই একে। কিন্তু তৃতীয় কোঠাটোৰ দৰে উত্তৰফালে কোনো দুৱাৰ নাই। দ্বিতীয় কোঠাটোৰ লগত হুবহু একে। কিন্তু কোঠাটো আনবোৰ কোঠাতকৈ যথেষ্ট দীঘল। এই কোঠাটোৰ বেৰত সজাই থোৱা আছে ভিন ভিন জন্তু আৰু সাপৰ ছাল। চৰাইৰ পাখি আৰু পখিলা। মজিয়াত বনৰীয়া জন্তুৰ ছালৰ ভিতৰত শুকান খেৰ, কাপোৰ আৰু কপাহ ভৰাই থিয়কৈ ৰখা নেউল-কেৰ্কেটুৱাৰপৰা আৰম্ভ কৰি বাঘ-ভালুকলৈ সজাই ৰখা মৃত জন্তুৰ জীয়া জীয়া লগা মূৰ্তি। গছৰ ডালৰপৰা ওলমি থকা সাপ আৰু চৰাইবোৰৰ সঁচা সঁচা লগা ৰূপ। চোকা নখবোৰ সঁচা; কিন্তু উজ্জ্বল চকুবোৰ কৃত্ৰিম। কিন্তু বৰুৱা চাহাবে নোকোৱা হ'লে সেইবোৰ সঁচা চকু বুলিয়েই মই ভুল কৰিলোহেঁতেন।

সকলো ধৰণৰ বন্য পশু-পক্ষীৰে ঠাহ খোৱা কোঠাটোত কিন্তু দুটা জন্তুৰ অভাৱ মোৰ চকুত পৰিছিল। এটা হাতী আনটো গঁড়। হাতীক প্ৰাধান্য দিয়া এই বিশেষ মহলটোত হাতীৰ অভাৱটো বিসদৃশ যেন লাগিল।

পঞ্চম কোঠাটো চতুৰ্থ কোঠাটোতকৈ ভালেমান সৰু। কিন্তু গঢন পদ্ধতি একে। বেৰত ওলোমাই থোৱা আছে বৰ্শা, নগাযাঠি আৰু বিভিন্ন আকাৰৰ বন্দুক। শোকেছত সজাই থোৱা আছিল অসংখ্য অস্ত্ৰ-শস্ত্ৰ। অসমীয়া দা-কটাৰীৰপৰা আৰম্ভ কৰি বিভিন্ন আহিৰ বন্দুক-বাৰুদবোৰ দেখুৱাই সেইবোৰৰ নামবোৰ বৰুৱাই মোক একালৰপৰা কৈ গ'ল। কি অস্ত্ৰ কেনেদৰে ব্যৱহাৰ কৰিব লাগে, কেতিয়া কি কামৰ কাৰণে

ব্যৱহাৰ কৰিব লাগে, কেতিয়া কি কামৰ কাৰণে ব্যৱহাৰ কৰা হয়, সেই বিষয়ে বুজাই দিলে। বন্দুকৰ গুলীবোৰ দেখুৱাই কোনটো বুলেটেৰে কি জন্তু চিকাৰ কৰা হয় সেই বিষয়ে বুজাই দিছিল।

এয়া শ্বট গান। এইটো মাজল লোডাৰ আৰু সেইটো 'এইট ব'ৰ ব্লেক পাউদাৰ ৰাইফল।' কি গুলী ভৰাব লাগে? কেনেদৰে ভৰাব লাগে? নেপালী দা, কুটাৰ, এইবোৰ ইয়াত কিয়? এইবোৰৰ প্ৰয়োজন নাই বুলি ভাবিছে হবলা? মই বুজাই দিম ৰ'বা। আগেয়ে বন্দুক আৰু ৰাইফলবোৰৰ নামবোৰ শিকি লোৱা। এইটো কি ৰাইফল? নাজানা? 'পইন্ট ফাইভ ডবল চেভেন লো প্ৰেছাৰ কৰডাইল ৰাইফল।' এইটো 'পইন্ট ফোৰ চেভেন ফাইভ ৰাইফল।' গুণ্ডা হাতী গুলীয়াবলৈ 'হেভি হাই ভেলেচিটি ৰাইফল' আটাইতকৈ বেছি প্ৰশস্ত। কি বুলেট লাগে? 'নাইন পইন্ট ফাইভ এম, এম কাৰ্টিজ' খুউব ৰিলায়েবল। অ'—এইটো? 'এইট বোৰ বি-পি।' কাৰ কিমান শক্তি আৰু ৰেঞ্জ কিমান? তুমি সুসুধিলেও কম। এই বন্দুক-বাৰুদবোৰ এতিয়াও সক্ৰিয় হৈ আছে।

এটাৰ পিছত আন এটা অস্ত্ৰ দেখুৱাই বৰুৱাই কৈ যোৱা আটাইবোৰ কথা ভালদৰে বুজি পোৱা নাছিলোঁ। যদিও মনোযোগ দি শুনি গলোঁ। মাজে মাজে দুটা-এটা প্ৰশ্নেৰে মনৰ খুকুৰি শুধৰাই ললোঁ।

এই কোঠাটোৰ বস্তুবোৰ চাওঁতে আমাৰ আটাইতকৈ সৰহ সময় লাগিল। কোঠাটোত বিভিন্ন অস্ত্ৰ-শস্ত্ৰ আৰু বন্দুক-বাৰুদৰ বাহিৰেও শ্বোকেছৰ ভিতৰত ভিন ভিন জন্তুৰ দাঁত, শিং আৰু নখ। প্ৰত্যেকটো কোঠাৰ দুৱাৰমুখতে সজাই থোৱা আছে একো একোযোৰ প্ৰকাণ্ড হাতীৰ দাঁত।

অৱশেষত আমি শেষৰ কোঠাটোত সোমালোঁগৈ। এই কোঠাটো আনবোৰ কোঠালিতকৈ আপেক্ষিকভাৱে কিছু সৰু। গঢ়ন শৈলীও আনবোৰ কোঠাৰ দৰে নহয়। কোঠাটোত দুখন দুৱাৰ। এখন কোঠালিটোৰ পশ্চিমফালে আৰু আনখন উত্তৰফালৰ দেৱালখনৰ

সিপাৰলৈ যাব পৰাকৈ সজোৱা। কোঠাটোত ঘোপমৰা অন্ধকাৰ। বৰুৱাই চুইচ এটা টিপি লাইট এটা জ্বলাই দিলে। শেঁতা নীলা পোহৰৰ এটা টিউব লাইট। কোঠাটোত সোমোৱাৰ লগে লগে পচা সেমেকা গোন্ধ এটা নাকত লাগিল। মাজিয়াত কেইডালমান ৰছী, লো'ৰ শিকলি। তাৰ বাহিৰেও মই চিনি নোপোৱা বহুতো বস্তু।

"হাওদা চিনি পোৱা? ফান্দ? বান্দা? অঙ্কুশ? এই ৰছীডাল কিহেৰে তৈয়াৰী ক'ব পাৰিবানে? নোৱাৰা? পশুৰ ছালৰ ৰছী।"

বৰুৱাই বুজাই দিলতহে বুজিলোঁ। সেইবোৰ তাত ৰখাৰ প্ৰয়োজন কি? হাতী চিকাৰৰ লগত সেইবোৰ বস্তুৰ কি সম্পৰ্ক।

এই কোঠাটোত সোমোৱাৰ পিছৰেপৰা ইমান সময়ে নিষ্ক্ৰিয় হৈ থকা চিৰিন হঠাতে সক্ৰিয় হৈ পৰিল। টিউব লাইটৰ শেঁতা পোহৰটো আমাৰ কাৰণে যথেষ্ট নাছিল। চিৰিনে শক্তিশালী টৰ্চ এটা জ্বলাই বস্তুবোৰ পৰীক্ষা - কৰি চোৱাত আমাক সহায় কৰিছিল। বস্তুবোৰ চোৱা হ'লত আমি উত্তৰ ফালৰ দুৱাৰখনৰ ওচৰত থিয় হলোঁগৈ। সেইমুহূৰ্ততে চিৰিনে আগবাঢ়ি গৈ লাইটটো নুমাই দিলে। নিশাৰ এন্ধাৰৰ দৰে কোঠাটো এন্ধাৰ হৈ পৰিল। মই একো বুজি নাপালোঁ। এন্ধাৰৰ মাজত সম্মুখৰ দুৱাৰখনত বৰুৱাই কিবা এটা খেপিয়াই বিচৰা যেন অনুমান হ'ল।

গাভৰুজনীলৈ বেয়া লাগিল। বৰুৱাই নিশ্চয় তাইক এতিয়া গালি পাৰি থকা-সৰকা কৰিব। কোঠাটোৰ লাইটটো নুমাই দিবলৈ তাইক কিহে পাইছিল?

"প্লিজ হেল্প।"

উৱা। বৰুৱাইচোন মোৰ সকলো ধাৰণা ওলট-পালট কৰি দিলে। গালিৰ পৰিৱৰ্তে ইমান মিঠা সুৰীয়া মাতেৰে কোৱাৰ ধৈৰ্য্য বৰুৱাৰ ক'ৰ পৰা হ'ল?

এৰা, ধুনীয়া গাভৰু ছোৱালীৰ ৰূপত বনৰীয়া বাঘেও সেও মানে। মুহূৰ্তৰ ভিতৰতে বহুত কথা মনলৈ আহিল।

বৰুৱাই সহায় বিচাৰি কোৱা কথাষাৰৰ লগে লগে টৰ্চৰ পোহৰ এটা ভাহি আহি আমাৰ সম্মুখৰ দুৱাৰখনত পৰিল। বৰুৱাই দুৱাৰখনৰ হাঁতোৰাডালত হাত দিয়াৰ লগে লগে টৰ্চৰ পোহৰটো আকৌ হেৰাই গ'ল।

"আহা প্ৰাঞ্জল।"

সম্মুখৰ দুৱাৰখন খুলি বৰুৱা আগবাঢ়ি গ'ল। মই আগবাঢ়ি যাব খোজোঁতে চকুত পৰিল নীলাপোহৰত জিলিকি উঠা কেইটামান আখৰ। দুটা শব্দ ঃ "**অৰণ্য সুন্দৰী**।"

আমি আগবাঢ়ি গলোঁ।

এখন গভীৰ অৰণ্য। ডাঠ হাবিৰ মাজেৰে সৰকি অহা বেলিৰ শেঁতা পোহৰ। গছ, লতা, পাত আৰু জোপোহাবোৰৰ মাজে মাজে অ'ত-ত'ত দুটা-এটা শিল। কিছুমান ডাঙৰ; কিছুমান সৰু। আকাশলঙ্ঘা শাল-চেগুন গছবোৰৰ তলত পৰি থকা শুকান আৰু হালধীয়া পাতবোৰত খোজ দিয়াৰ লগে লগে মৰ্মৰাই উঠিল। অলপ আগতে দেখা কোঠাটোৰ অস্তিত্ব বিচাৰি পিছলৈ উভতি চালোঁ। কিন্তু কোঠাটো চকুত নপৰিল। গভীৰ অৰণ্যৰ মাজত আমি দুজন অকলশৰীয়া নিঃসহায় মানুহ। চৰাইৰ মাত, বান্দৰৰ কিৰীলি, জিলিৰ একসুৰীয়া তান আৰু বতাহত কঁপি উঠা গছৰ পাতৰ শব্দ এটা ভাহি আহি আমাৰ কাণত পৰিল। মই আচৰিত হৈ গলোঁ। ইমান সোন-কালে এনে এখন ডাঠ হাবিৰ মাজলৈ আমি কেনেকৈ আহিলোঁ। টোপনি নোযোৱাকৈয়ে মই তেন্তে সপোন দেখিছোঁ নেকি?

বৰুৱাক অনুসৰণ কৰি কেইখোজমান আগুৱাই যোৱাৰ লগে লগে চকুত পৰিল এটা শিয়াল। আমাৰ সম্মুখেৰে দৌৰি গৈ লতাৰ জোপোহা এটাৰ মাজত সোমাল। মই যেন স্তম্ভিত। মন্ত্ৰমুগ্ধ। হঠাতে এনে এখন গভীৰ অৰণ্যৰ মাজত কেনেকৈ সোমাই পাৰিলোঁহি, সেই কথা ভাবি কোনো উৱাদিহ পোৱা নাই।

"সৌটো কি চিনি পাইছা নে? বনমেকুৰী।"

বনমেকুৰীটোয়ে আমালৈ এবাৰ কেৰাহিকৈ চাই আঁতৰি গ'ল।

আমি আগুৱাই গলোঁ।

সম্মুখত এডোখৰ মুকলি ঠাই। এজোপা প্ৰকাণ্ডগছত বগোৱা এজোপা কাঁইটীয়া লতা। ফুলবোৰ ভাটৌ ফুলৰ লেখীয়া। বেঙুনীয়া। গছজোপাৰ সিফালে ছয়-সাতফুটমান ওখ এটা শিল।

এটা অচিনাকি শব্দত মই উচপ্ খাই উঠিলোঁ। শব্দটোৰ উৎপত্তি-স্থান বিচাৰি গছজোপাৰ গুৰিলৈ চায়েই শিহৰি উঠিলোঁ। বৰুৱাৰ হাতখনত থাপ্ মাৰি ধৰি কেইখোজমান পিছলৈ টানি আনিলোঁ। আৰু এখোজ আগবাঢ়ি যোৱা হ'লেই জীয়া যমে বৰুৱাক মেৰিয়াই ধৰিলেহেঁতেন। আমাৰ সম্মুখত এটা প্ৰকাণ্ড ফেঁটী সাপ। ফেট্ তুলি আমালৈ চাই ফোঁচ্ ফোঁচাই আছে। সাপটোৰ গোঁজৰণিত মোৰ অন্তৰাত্মা কঁপি উঠিল।

পিছুৱাই আহি আমাৰ পিছফালে থকা গছ এজোপাৰ তলত থিয় হৈছিলোঁহে মাথোন। কিন্তু এয়া আকৌ কি হ'ল? বৰুৱাই মোক হঠাতে সজোৰে দূৰলৈ গতিয়াই দিলে। কেইহাতমান উফৰি গৈ কথমপিহে মই থিয় হৈ ৰলোঁ। একো বুজিব নোৱাৰি বৰুৱালৈ চালোঁ। চকুত এটা প্ৰশ্নবোধক দৃষ্টি। ওচৰৰ গছজোপালৈ আঙুলিয়াই বৰুৱাই কিবা এটা দেখুৱাইছে।

হে ভগৱান। সেইটোচোন এটা প্ৰকাণ্ড অজগৰ। মই যিজোপা গছৰ তলত থিয় হৈছিলোঁ, সেই গছজোপাৰ ডাল এটাত মেৰিয়াই তললৈ ওলমি আছে। মুখখন মোৰ মূৰৰপৰা কিজানি এহাতমান ওপৰতহে ওলমি আছিল। বৰুৱাই তেনেদৰে গতিয়াই নিদিয়া হ'লে পিছ মুহূৰ্ত্ততে সি মোক গিলি পেলালেহেঁতেন।

দুফালে দুটা যমদূত। কোনফালে আঁতৰি যাম ভাবি নেপাই পেপুৱা খাই পৰিলোঁ। বৰুৱা পশ্চিমফাললৈ আঁতৰি গৈছিল। শিলটোৰ কাষেৰে বৰুৱাক অনুসৰণ কৰিলোঁ। বাৰে বাৰে পিছলৈ উভতি চাইছোঁ। জানোচা সাপটোয়ে আমাক খেদি আহে?

বৰুৱাই বুজিছিল : মই ভয় খাইছোঁ।

"সিহঁত বৰ বিশ্বাসী প্ৰাঞ্জল। তুমি অন্যায় নকৰিলে সিহঁতে তোমাৰ অন্যায় নকৰে।

হয়তো নকৰে। কিন্তু বিশ্বাস কৰিবলৈ মই টান পাইছিলোঁ। বৰুৱাৰ অলক্ষিতে বাৰে বাৰে পিছলৈ উভতি চাই আগবাঢ়ি গলোঁ।

সম্মুখত এখন জলাশয়। পানীৰ মাজত কেইজোপামান পদুম আৰু ভেট ফুল। বৰ বৰ পাতেৰে সেইবোৰ বোধহয় শিঙৰি। শিঙৰিৰ পাতত বহি আছে এজাক পানীহাঁহ আৰু কেইটামান বগলী। সিপাৰত এজনী হৰিণ। ফুটুকা-ফুটুকী। পানী-যুৱলিত নামি পানী খাই আছে। আমাক আগুৱাই যোৱা দেখি চৰাইজাক উৰি হাবিৰ মাজত হেৰাই গ'ল। কিন্তু হৰিণজনী নিৰুদ্বেগ। একেঠাইতে একেদৰে থিয় হৈ থাকিল। তাই কিজানি আমাক দেখা নাছিল। আৰু যদি দেখিছিল তেন্তে হয়তো বুজিছিল : আমি নিৰস্ত্ৰ।

জলাশয়খনৰ সোঁহাতে এখন পাহাৰ। পাহাৰখন ক'ত শেষ হৈছে সেই কথা বুজা নাযায়। আমাৰ চাৰিওফালে ঘন লতাৰ জোপোহা। ওচৰৰ পাহাৰখন থিয়। বন আৰু জোপোহাৰ মাজেৰে এটা লুংলুঙীয়া বাট। বাটটোৰ ওপৰত শুকান গছৰ পাত, শিলৰ টুকুৰা আৰু ধুলি-বালি। কাঁইটীয়া লতাৰ কাঁইটবোৰে বাৰে বাৰে আমাৰ কাপোৰত লাগি ধৰিছে। সেইবোৰ সাৱধানে এৰুৱাই আমি আগবাঢ়িছোঁ। আমাৰ সোঁহাতে এখন কঁহুৱানি। তাৰ সিফালে বিলখনৰ পাৰত নল, ইকৰা আৰু খাগৰিৰে ভৰা হাবি। বাঁও হাতে এডৰা তৰাণি। ঠাইডোখৰ সেমেকা। আমাৰ বাটটোৰ কাষতে এটা প্ৰকাণ্ড শিল। শিলটোৰ কাষেৰে আগবাঢ়ি যোৱা বাটটো ঠেক। কঁহুৱানিডৰা বতাহত লৰিছে। নল-খাগৰিবোৰ কঁপিছে।

"হা—উ—ম্।"

আমাৰ মাজত মাথোন চাৰি হাতমানৰ ব্যৱধান। . প্ৰকাণ্ড

ঢেঁকীয়াপতীয়া বাঘ এটাই আমাক দেখি খেদি আহিল। আমি প্ৰস্তুত নাছিলোঁ। মই কঁপিছিলোঁ নেকি নাজানো। চাৰিওফালে অন্ধকাৰ দেখিলোঁ। তাৰ পিছত কি হৈছিল ক'ব নোৱাৰোঁ। মই বোধহয় অজ্ঞান হৈ মাটিত ঢলি পৰিছিলোঁ।

কিমান সময় পাৰ হৈ গৈছিল নাজানো।

সাৰ পাই দেখিলোঁ, আমাৰ সম্মুখত বাঘটো নাই। শঙ্কিত দৃষ্টি এটাৰে চাৰিওফালে দৃষ্টি বুলাই চালোঁ। এটা ভীতু চাৱনি। মোৰ ওচৰতে মাটিত পৰি থকা শুকান গছ এজোপাৰ ওপৰত বহি আছে বকৰা। এইখন ঠাই—সেইখন ঠাই নহয়। বিস্মিত দৃষ্টিৰে বকৰালৈ চালোঁ। মোৰ চকুত প্ৰশ্নবোধক দৃষ্টি।

: কেনেকৈ আমি ৰক্ষা পৰিলোঁ? মই অজ্ঞান হৈ পৰিছিলোঁ নেকি? ইয়ালৈ মোক কোনে দাঙি আনিলে?

বকৰাই মোৰ মনৰ ভাবটো বুজি পাইছিল নে নাই নাজানো। মই তেনেদৰে বিস্মিত দৃষ্টিৰে চোৱা কাৰণে কৈ উঠিল: উঠা প্ৰাঞ্জল। গভীৰ অৰণ্যৰ মাজত এনেদৰে বহি থকাটো নিৰাপদ নহয়। আমি নিৰস্ত্ৰ।

বৰ দুৰ্বল দুৰ্বল লাগিছিল। তথাপি 'আৰু অলপ জিৰণি লওঁ' বুলি কোৱাৰ সাহস নহ'ল। বাধ্য ছাত্ৰ এজনৰ দৰে বকৰাক অনুসৰণ কৰিলোঁ। প্ৰতি পদক্ষেপতে ভয়, শঙ্কা আৰু বিস্ময়।

"সৌবোৰ দেখিছা?"

আঙুলিয়াই দেখুওৱা ঠাইডোখৰ চালোঁ। ত্ৰিশ-চল্লিশ হাত আঁতৰত এজাক হৰিণ। নানা ৰঙৰ, নানা জাতৰ। বিভিন্ন আকাৰৰ হৰিণজাকে আপোনমনে ঘাঁহ খাই আছে। কুমলীয়া, সেউজীয়া ঘাঁহ। কেইটামানে অপলক দৃষ্টিৰে আমালৈ চাই আছে।

তেনেদৰে কিমান সময় চাই আছিলোঁ ক'ব নোৱাৰোঁ। কাণ তালমৰা মেঘৰ গাজনি এটাত মোৰ তন্দ্ৰা ভাঙি গ'ল। নিচেই ওচৰতে গৰজি উঠা শব্দটোলৈ লক্ষ্য কৰি সম্মুখলৈ দৃষ্টি ফিৰালোঁ।

সৰ্বনাশ !

এইবাৰহে মৰিলোঁ। আমাৰ সন্মুখত এটা মখনা হাতী। মখনা আৰু আমাৰ মাজত মাথোন কেইহাত মানৰ ব্যৱধান। একো নভবাকৈয়ে প্ৰাণটাকি পিছলৈ দৌৰ দিলোঁ। কিন্তু কেইহাতমান আঁতৰি অহাৰ পিছতেই হাতীটোয়ে মোক পিছফালৰপৰা টানি ধৰিলে। এটা শক্তিশালী আকৰ্ষণ। মোৰ মূৰটো আচন্দ্ৰাই কৰি দিলে। দেহৰ সমগ্ৰ শক্তিৰে আগলৈ আহিব খুজিও আৰু এখোজো আগুৱাব নোৱাৰিলোঁ। প্ৰচণ্ড শক্তিৰ আকৰ্ষণত মই বৈ গলোঁ।

"প্ৰাঞ্জল !"

পৰ্দ্দা ফাটি যোৱাকৈ মখনাটোয়ে মোৰ কাণৰ কাষত চিঞৰি উঠিল। কিন্তু হাতীয়ে জানো মানুহক নাম ধৰি মাতিব পাৰে ?

ঠক্‌ঠক্‌কৈ মই কঁপিছো। থিয় হৈ থকাৰ শক্তি হেৰাই গৈছে। কোনোমতে গছ এজোপাত ধৰি থিয় হৈ ৰলোঁ। চকু দুটা বহলকৈ মেলি পিছলৈ উভতি চাই দীঘলকৈ উশাহ এটা ললোঁ। ৰক্ষা। টানি ধৰা মখনাটো—মখনা নহয়। বৰুৱা।

বৰুৱাই মোক তিৰস্কাৰ কৰি কৈ উঠিল: ইমান ভয়াতুৰ হৈ সংসাৰত কি কৰিবা ? মানুহ মৰণশীল। এদিন নহয় এদিন মৰিবই লাগিব।

'এদিন মৰিবই লাগিব।' সেইবুলি এনেদৰে আত্মমৰণে মৰিব নোৱাৰি। কোন মূৰ্খই জীয়া যম এটাৰ সন্মুখত থিয় হৈ থাকিব ? আত্মৰক্ষাৰ বাবে যত্ন নকৰি আত্মসমৰ্পণ কৰিব ?

অনিচ্ছা সত্ত্বেও অহা বাটেৰে আকৌ উভতি গলোঁ। বৰুৱাই টানি লৈ গ'ল। তেখেতৰ শক্তিশালী হাতৰ মুঠিৰপৰা মুক্ত হ'ব নোৱাৰি মনক প্ৰবোধ দিলোঁ: মৰিলে মই অকলে নমৰোঁ। তুমিও মৰিবা।

কিন্তু বিশেষ বিন্দু এটাৰপৰা মই আৰু আগবাঢ়িব নোৱাৰিলোঁ। মখনাটোৰ সন্মুখত আকৌ তেনেদৰে ভেটাভেটি হ'ম বুলি কল্পনাই কৰা

নাছিলোঁ। হাতীটোয়ে গছৰ ডাল এটা ভাঙিবলৈ শুঁৰডাল দাঙি একেঠাইতে বৈ আছে।

"ইচ্ছা কৰিলে হাতীটোৰ শুঁৰডাল তুমি পিহি দিব পাৰা। সি তোমাক একো নকৰে।"

ওঁ একো নকৰে? মৰিবলৈ মন গৈছে যদি তুমি মৰা। কিন্তু মোক এনেদৰে ধৰি ৰাখিছা কিয়? জীৱন ইমান সস্তীয়া নহয়। মূল্যহীন নহয়।

ভাবিছিলোঁ। কিন্তু মুখ খুলি কোৱাৰ সাহস নহ'ল। বৰুৱাৰ হাতৰপৰা মুক্ত হোৱাৰ যত্ন কৰি ভাগৰি পৰিছোঁ। দেহৰ সকলো শক্তি হেৰাই গৈছিল। মোৰ এই দুৰ্বলতাৰ সুযোগ লৈ বৰুৱাই মোক হাতীটোৰ ওচৰলৈ টানি নিবলৈ যত্ন কৰিছে। ভয়ত মই চিঞৰি দিলোঁ।

"ভয় নাই প্ৰাঞ্জল! এইবোৰ জীয়া নহয়। কৃত্ৰিম।"

কৃত্ৰিম?

মোক ভুৱা দিবলৈ আহিছা? তোমালোক চিকাৰী মানুহ। মৃত্যুলৈ তোমালোকৰ ভয় কম। সেই কাৰণে মোৰ সাহস বঢ়াবলৈ কৃত্ৰিম বুলি ফাকি দিছা? মই ইমান বুৰ্ব্বক নহয়। কৃত্ৰিম-অকৃত্ৰিম মই চিনি পাওঁ।

"চোৱা, জীয়া হাতী জানো ইমান সময় এনেদৰে একেঠাইতে থিয় হৈ থাকে? গছৰ ডাল ভাঙিব খোজা শুঁৰডালে জানো গছৰ ডাল ভাঙিছে?"

ইতিমধ্যে বৰুৱাই মোক এৰি দি হাতীটোৰ ওচৰলৈ আগুৱাই গৈছে। হাতীটোৰ পিঠিত আউজি হাতেৰে থপৰিয়াই দিছে।

এৰা। অথনিৰপৰা হাতীটো একেঠাইতে আছে। একে ভঙ্গী। তেনেহ'লে ইহঁত সঁচাকৈয়ে জীয়া নহয় নেকি? কৃত্ৰিম? কিন্তু বাঘৰ গোঁজৰণি? হাতীৰ চিঞৰ? সাপটোৰ ফোঁচ্‌ফোঁচনি? আঁতৰি পলোৱা শিয়াল আৰু বনমেকুৰীটো? উৰি যোৱা বগলী আৰু বনৰীয়া

হাঁহজাক ? ডোকা কোবোৱা শব্দ আৰু উৰি যাওঁতে মাতি যোৱা হাঁহৰ মাতবোৰ ? এই আটাইবোৰ জানো কৃত্ৰিম ?

"গছ-পাত, ছাবি-বননি সকলোবোৰ কৃত্ৰিম। জন্তু-জানোৱাৰবোৰ প্লাষ্টাৰ অৱ পেৰিচেৰে তৈয়াৰী। শিয়াল আৰু বনমেকুৰীটো ? উৰি যোৱা চৰাইজাক ? সিহঁত কিন্তু কৃত্ৰিম নহয়। সঁচা। জীয়া। আৰু সঁচা জলাশয়ত গজা শিঙৰিবোৰ, পানীৰ মাজত ফুলি থকা পদুম আৰু ভেটফুল কেইপাহ। তাৰ বাহিৰে বাকী আটাইবোৰ কৃত্ৰিম। কি ক'লা ? সাপৰ ফোঁচ-ফোঁচনি, বাঘৰ গৰ্জ্জন আৰু হাতীৰ চিঞৰ ? হাঃ হাঃ। চহৰৰ মাজৰ চিনেমা হলবোৰত বাঘে গোঁজৰে, গঁড়ে হামৰাও কাঢ়ে। কিন্তু সেইবোৰ জানো সঁচা, জীয়া বাঘৰ গোঁজৰণি ? হোঁৱা— এইটো তোমাৰ লগত ৰাখা।"

ইমান সময়ে মই লক্ষ্যই কৰা নাছিলো ঃ বৰুৱাৰ হাতত এটা সৰু ট্ৰেনজিষ্টৰ। ট্ৰেনজিষ্টৰটো মোলৈ আগবঢ়াই দিলত হাত পাতি ললোঁ। ট্ৰেনজিষ্টৰ নহয় —টেপ্ ৰেকৰ্ডাৰ।

মোক কিয় সঁচা কথা কোৱা নাছিল সুধিলোঁ। বৰুৱাই উত্তৰ দি হাঁহিছিল। লাজত মই ৰঙা পৰি গলোঁ।

বাহিৰৰপৰা দেখা প্ৰকাণ্ড পকী ঘৰটোৰ মাজত সজা এইখন এখন কৃত্ৰিম অৰণ্য। দালানটোৰ দেৱাল আৰু চিলিঙত গছ-পাত আৰু আকশৰ ৰং। সেউজীয়া ৰং দিয়া বেৰবোৰৰ কাষে কাষে গছ-পাতবোৰ এনেদৰে সজাই ৰাখিছে যে সেইবোৰ বেৰৰ ৰং নে গছৰ পাত বুজিব নোৱাৰি। চিৰিনে লাইব্ৰেৰী ৰুমত বহিয়েই চুইচ টিপি বায়ু আৰু বেলিৰ ভূমিকা ৰূপায়িত কৰিছে। সেইটোকে সঁচা বতাহ আৰু বেলিৰ পোহৰ বুলি ভুল কৰিছোঁ।

গছৰ আঁৰত লুকাই ৰখা ফেন আৰু বাল্ববোৰ নিৰিখি চালোঁ। ওহোঁ। ধৰিব নোৱাৰি। দেখা নাযায়।

বাহিৰৰপৰা দুৱাৰ-খিৰিকী নথকা যেন লগা প্ৰকাণ্ড ঘৰটোত খিৰিকী নাই। কিন্তু ঠায়ে ঠায়ে দুৱাৰমুখ আছে। ভিতৰত যাতে বিশুদ্ধ বায়ুৰ

অভাৱ নহয় তাৰ বাবে এই ব্যৱস্থা। সুৰঙ্গমুখবোৰ লোৰ জালেৰে আবৰা। বাহিৰৰপৰা চালে সুৰঙ্গমুখবোৰ চকুত নপৰে। কাৰণ সুৰঙ্গবোৰ প্ৰকাণ্ড শিল একোটাৰ আঁৰত সজোৱা। ভিতৰৰপৰা চালেও সুৰঙ্গমুখবোৰৰ অস্তিত্ব বুজিব নোৱাৰি। কাৰণ গছৰ জোপোহা আৰু লতাপুঞ্জৰে আবৰা।

মোৰ ভুল ভাঙি দিয়াৰ পিছতো বৰুৱাক যেন মই বিশ্বাস কৰিব পৰা নাছিলোঁ। মনৰ শঙ্কা তেতিয়াও সম্পূৰ্ণৰূপে দূৰ হোৱা নাই। কৃত্ৰিম বুলি জানি মই যেন আৰু বেছি বিস্মিত আৰু বেছি অভিভূত হৈ পৰিছোঁ। ইমান আহল-বহল গভীৰ অৰণ্য এখন জানো কৃত্ৰিম হ'ব পাৰে? আকাশলঙ্ঘা শাল আৰু চেগুণ গছৰ তলে তলে বনৰ জোপোহা, বেতৰ জাৱণি আৰু লতা-পাতেৰে সঁচা সঁচা লগা এইখন অৰণ্য কৃত্ৰিম নোহোৱা হ'লে ইমান আচৰিত হ'বলগীয়া একো নাছিল। জীৱন্ত ৰূপত কৃত্ৰিম অৰণ্যৰ সৃষ্টি কৰা শিল্পী খনিকৰবোৰৰ ধৈৰ্য্য আৰু প্ৰতিভাৰ এয়া এক অতুলনীয় নিদৰ্শন।

আগবাঢ়ি যোৱাৰ লগে লগে এটাৰ পিছত আন এটা জন্তুৰ মূৰ্ত্তি আমাৰ চকুত পৰিছে। গছৰ ডালত বিভিন্ন পখীৰ জাক। মই বিভোৰ হৈ পৰিছোঁ। হাতী, বাঘ-ঘোংবোৰ জীয়া বুলি ভুল কৰি মাজে মাজে উচপ্ খাই উঠিছোঁ। ঢেঁকীয়াপতীয়া, নাহৰ ফুটুকী, কুকুৰনেচীয়া, বনছাগলী, ৰাংকুকুৰ, বনৰীয়া ম'হ, হলৌ বান্দৰ, লাজুকী বান্দৰ আদিৰপৰা কেৰ্কেটুৱালৈকে প্ৰত্যেকটো জন্তু এনে কৌশলেৰে ৰখা হৈছে যে সেইবোৰ দেখিলে মিছা বুলি ভবাৰ উপায় নাই। পৰিস্থিতিৰ লগত খাপ খুৱাকৈ সজাই ৰখা জন্তুবোৰ যেন শিল্পীজনৰ ৰুচি আৰু অভিজ্ঞতাৰ একো একোটা জীয়া স্বাক্ষৰ। যুদ্ধৰত হাতী আৰু বাঘটোক; বাঘে চিকাৰ ধৰা হৰিণটোক মিছা, কৃত্ৰিম বুলি জানিও মই সঁচা জীয়া বুলি ভুল কৰিব খুজিছিলোঁ। কিন্তু ৰেকৰ্ডাৰটো মোৰ হাতত থকা কাৰণে অৰণ্যৰ মাজৰ ভয় লগা শব্দবোৰ ভাহি আহি আমাৰ কাণত পৰা নাছিল।

"সৌটো হাতীৰ দাণ্ডি। দাণ্ডিৰে সেয়া হাতীৰ জাক নামি আহিছে।

সোঁফালে সেয়া খেদা-চিকাৰ। ঘৰচীয়া হাতীৰ ওপৰত উঠি সেই মানুহবোৰে হাতীৰ জাকটো খেদি আনিছে। গছ-পাতেৰে ঢাকি থোৱা সৌটো কাঠৰ গঁৰাল। পলাব খোজা হাতীবোৰ গঁৰালটোত সোমোৱাৰ লগে লগে গঁৰালৰ দুৱাৰখন বন্ধ কৰি দিয়া হয়। হাতীৰ জাকটোত কিমানটা হাতী দেখিছা? দহটা? সঁচা চিকাৰত একোটা জাকত কেতিয়াবা কেতিয়াবা চল্লিশ-পঞ্চাশটাতকৈও বেছি হাতী থাকে। আটাই-বোৰ হাতী গঁৰালত সোমাই চিঞৰ-বাখৰ কৰি হুলস্থুল লগায়।

মেলা-চিকাৰৰ আহিও আছে। সম্মুখৰ শিলটোৰ সিপাৰে সৌজাক হাতী। কুন্‌কীয়ে খেদি নিছে। কুন্‌কাৰ পিঠিত মাউত আৰু ফান্দী। ফান্দীৰ হাতত থকা সেই ৰছীডালেই ফান্দ। ফান্দৰ আনটো মূৰ কুন্‌কীৰ পেটত বন্ধা আছে। পলাই যাওঁতে বলী আৰু ডাঙৰ হাতীবোৰ সদায় আগবাঢ়ি যায়। পিছ পৰি ৰয় দুৰ্ব্বল আৰু পোৱালি হাতী। সাধাৰণতে দুৰ্বলী আৰু পোৱালি হাতীহে ধৰা হয়। দঁতাল নতুবা বলী হাতীৰ ডিঙিত ফান্দ পৰিলে সিহঁতক সেও মনাবলৈ যথেষ্ট কষ্ট কৰিব লাগে। দুই-তিনিটা কুন্‌কী নহ'লে সিহঁতক ষ্টেকেডলৈ আনিব নোৱাৰি। বন্দীয়ে কেতিয়াবা ফান্দী আৰু কুন্‌কীক আক্ৰমণ কৰি বিপদ ঘটায়। বিপদ ক'ত নাই? "এয়া জীৱন-মৃত্যুৰ খেল।"

সময় কেনেদৰে পাৰ হৈ গৈছিল ক'ব নোৱাৰোঁ। মই বিস্মিত। স্বপ্নমুগ্ধ। মই যেন আপোন সত্তা হেৰুৱাই পেলাইছো। মন্ত্ৰমুগ্ধৰ দৰে নিঃশব্দে অনুসৰণ কৰিছো বৰুৱাক।

সম্মুখত এটা বিৰাট আকাৰৰ শিল। শিলটোৰ কাষেৰে আগবাঢ়িব খোজোঁতেই জিলিকি উঠিল কেইটামান ৰঙা আখৰ:

"প্ৰকৃতিৰ মহা-বিদ্যালয়—**বন বিদ্যাপীঠ**"

ৰঙা আখৰকেইটাৰ তলেৰে বৰুৱা আগবাঢ়ি গ'ল। উন্মুক্ত হৈ পৰিল এখন দুৱাৰ। দুৱাৰ মেল নোখোৱালৈকে দুৱাৰখনৰ অস্তিত্বৰ বিষয়ে মই একো উমান পোৱা নাছিলোঁ। সেই দুৱাৰখন পাৰ হৈ আমি উজ্জ্বল কোঠা এটাত সোমাই পৰিলোঁ। কোঠাটো বেছ অহল-

বহল। ধুনীয়াকৈ সজোৱা। মজিয়াত মবাপাটৰ এখন সাধাৰণ দলিচা। দামী ৰেষ্টুৰেণ্টবোৰৰ দৰে সজোৱা কেইখন টেবুল আৰু চকী। এচুকত পানীৰ বেচিন এটাৰ ওচৰত এখন টাৰ্কিচ টাৱেল। আমাক দেখি ধুনীয়া গাভৰু এজনী সন্মুখৰ মেজখনৰ ওচৰলৈ আগবাঢ়ি আহিল। বৰুৱা-চাহাবক চালাম এটা জনাই মোলৈ শকত ৰেজিষ্টাৰ এটা আগবঢ়াই দিলে। চকুত এটা তীৰ্য্যক দৃষ্টি।

চিৰিন বুলি ভুল কৰিব খুজিছিলোঁ। যদিও চিৰিন লগা গাভৰুজনী কিন্তু চিৰিন নহয়। গা'ত এটা ধোৱা ৰঙী সাজ; মুখত মিচিকিয়া হাঁহি।

"আপোনা অভিমত এটা······।"

"এওঁৰ অভিমত নল'লেও হ'ব ৰোজী। কি আছে আমাক খাবলৈ দিয়া।"

বৰুৱাৰ মাতত ছোৱালীজনীয়ে আধা কোৱাকৈ বৈ গ'ল। মোৰ অভিমত বিচাৰি ইংৰাজীতে কোৱা কথাষাৰ শুনি ৰোজী অসমীয়া ছোৱালী হয় নে নহয় বুজিব নোৱাৰিলোঁ। কিন্তু বৰুৱাই অসমীয়াতে কোৱা কথাখিনি বুজিবলৈ তাইৰ কোনো অসুবিধা নহ'ল। ধুনীয়াকৈ হাঁহি এটা মাৰি ওচৰৰ কোঠাটোৰ ভিতৰলৈ সোমাই গ'ল। মেজৰ ওপৰত মেলি থোৱা শকত বহীটোৰ পতিখিলাত চকু পৰিল। আটাইতকৈ শেষৰ মন্তব্যটো পঢ়ি চালোঁ:

"এ ওৱাণ্ডাৰফুল এণ্ড এন আন ন'ন ওৱাৰ্লড।
—মিছ ই. পি. জুলিয়েট।
ইটালী।"

বৰুৱা চাহাবে মোক বৰ ৰক্ষা কৰিলে।

তেনে এটা মন্তব্যৰ পিছত মোৰ কোনো মন্তব্য নাছিল।

ইতিমধ্যে বৰুৱাই হাত-মুখ ধুই আহি চকী এখনত বহি পৰিছে। মোৰ হাতৰ ঘড়ীটোত চকু পৰিল। পাঁচ বাজিছে। ছিঃ। যোৱাকালি কিজানি ঘড়ীটোত চাবি দিয়াই নহ'ল। চকী এখনত বহি মূৰৰ চুলি-খিনি ঠিককৈ লোৱাৰ চলেৰে ঘড়ীটোৰ সজীৱতা পৰীক্ষা কৰিলোঁ।

টিক্ টিক্।

তেন্তে বন্ধ হোৱা নাই? চলি আছে।

কিন্তু সময়টোৰ ওপৰত বিশ্বাস নহ'ল। তীৰ্য্যক দৃষ্টিৰে বৰুৱাৰ হাতৰ ঘৰিটোলৈ চালোঁ। ওহোঁ, সেই ঘড়ীটোৱেও কিজানি ঠিক সময় দিয়া নাই। ইমান সোনকালে পাঁচ বাজিব নোৱাৰে। ৰাতিপুৱা চাৰে আঠ বজাৰপৰা পাচ বজালৈ বহুত সময়। অৱশ্য সুন্দৰীৰ মাজত ইমান সময় আমি কেতিয়াও সোমাই থকা নাই।

ৰোজী ওলাই আহিল।

ৰোজীৰ পিছে পিছে উৰ্দ্দি পিন্ধা দুজন বয়। সিহঁতৰ হাতত খোৱা বস্তুৰ দুখন ট্ৰে। কৰ্ণফ্লাৱাৰ, গাখীৰ, চেনি, কল, টোষ্ট, মাখন আৰু ডবলকণীৰ অমলেট। ট্ৰেৰপৰা বস্তুবোৰ মেজত নমাই মচলা-গুৰি আৰু নিমখৰ পাত্ৰটো ওচৰ চপাই দি বয় দুজন আঁতৰি গ'ল। বৰুৱা চাহাবে চামুচ এখন হাতত তুলি ল'লে।

"আৰম্ভ কৰা প্ৰাঞ্জল। পেটত জুই জ্বলিছে।"

তেতিয়াহে মোৰ অনুমান হ'ল: মই যেন বহুবছৰ একো খোৱা নাই। চামুচ এখন হাতত তুলি লৈ ডিচ্ এখন টানি ললোঁ।

ৰোজীয়ে আমাৰ ওচৰতে থিয় হৈ মিল্ক পটটো হাতত লৈ বৰুৱাৰ ডিচত গাখীৰ ঢালি দিছিল। সেই অৱসৰতে তাইৰ হাতৰ ঘড়ীটোলৈ চালোঁ।

পাঁচটা পোন্ধৰ।

আমাৰ ঘড়ীবোৰে তেন্তে আমাক মিছা কোৱা নাই। ৰাতিপুৱা ব্ৰেকফাষ্ট খাওঁতে বৰুৱাই কোৱা কথাষাৰৰ তাৎপৰ্য্য তেতিয়াহে বুজি পালোঁ: ভালদৰে খাই লোৱা প্ৰাঞ্জল। লাঞ্চ খাম বুলি আজি আৰু আশা নকৰিবা।

ইতিমধ্যে বয় এজনে দি যোৱা টি পটটোৰপৰা লিকাৰ ঢালি ৰোজীয়ে আমাৰ কাৰণে চাহ দুকাপ তৈয়াৰ কৰাত ব্যস্ত হৈ পৰিল।

"এচামুচ।"

খোৱাৰ মাজতে বৰুৱাই কোৱা কথাবাৰৰ সঁহাৰি জনাই বোজীয়ে মোলৈ চাইছিল। অৰ্থাৎ: তোমাক কেইচামুচ দিম?

"এন্টায়াৰ পট।"

মোৰ কথাত বৰুৱাই হো-হোকৈ হাঁহি উঠিল। বোজীও ৰ'ব নোৱাৰিলে। হাঁহিৰ শব্দত কোঠাটো ভৰি পৰিল।

খোৱা-বোৱাৰ পিছত আমি যেতিয়া বাহিৰলৈ ওলাই আহোঁ—বেলি তেতিয়া ডুবিছে। কিন্তু অৰণ্য সুন্দৰীৰ কাহিনী তেতিয়াও শেষ হোৱা নাছিল। 'পিছলৈ কেতিয়াবা ক'ম' বুলি এৰাই যাব খোজা বৰুৱাক তুনাই অনুৰোধ কৰাৰ সাহস মোৰ নহ'ল।

## ॥ পাঁচ ॥

বিঞ্জি শ্বেৰপা আৰু মায়া।

মাথোন কেইঘণ্টামানৰ পৰিচয়। এটা সন্ধিয়াৰ চিনাকি। সেই সাধাৰণ পৰিচয়টোৱে মোৰ জীৱনত এনেদৰে ৰেখাপাত কৰিব বুলি মই তেতিয়া ভাবিবই পৰা নাছিলোঁ। জীৱনৰ বাটত হঠাতে লগ পোৱা এজনী গাভৰু মায়া। ডেকামনৰ সৰ্ব্বনাশী তাড়না। চকুত লোলুপ দৃষ্টি। সেই দৃষ্টিত লোভ আছিল, ক্ষুধা আছিল। কিন্তু জীৱন জড়িত সম্পৰ্কৰ কোমল চাৱনি নাছিল। সেই দৃষ্টি ক্ষুৰধাৰ, দুপৰৰ সূৰ্য্যৰ প্ৰখৰ তাপৰ দৰে উত্তপ্ত। কিন্তু শৰতৰ স্নিগ্ধ-শীতল জোনৰ দৰে শান্ত-মিঠা নহয়। মইতো ভবা নাছিলোঁৱেই, আনকি মায়ায়ো হয়তো ভবা নাছিল: আমি এনেদৰে সাঙোৰ খাই পৰিম।

অৱোৱালৈ পঠিয়াই দিম বোলা কাহিনীটো তেতিয়ালৈকে লিখিবলৈ

আৰম্ভ কৰা নাছিলোঁ। হাতী চিকাৰ সম্পৰ্কে এখনৰ পিছত আন এখন কিতাপ পঢ়িছোঁ। যিমানেই পঢ়িছোঁ, সিমানেই বেছিকৈ অভিভূত হৈ পৰিছোঁ। পঢ়াৰ হেপাহত লিখাৰ হেপাহ কমি গৈছে। ভাব হৈছে, মই যেন একোৱে পঢ়া নাই। চিকাৰ সম্পৰ্কে একোকে শিকিব পৰা নাই। এইকণ অভিজ্ঞতাৰে কাহিনী লিখা নাযায়। এমাহৰ ঠাইত তিনি মাহ বক্সৰ আলহী হৈ মোৰ লাজ লাগিল। আলমিৰাত থকা অ'টাইবোৰ কিতাপ পঢ়ি শেষ কৰিবলৈ কমেও এটা যুগৰ প্ৰয়োজন। যিখনকে পঢ়িবলৈ হাতত লওঁ, সেইখনেই আকৰ্ষণীয়। মনোৰঞ্জক। মোৰ উথপথপ লাগিল। কোনখন পঢ়িম? কোনখন এৰিম? অনুতাপ আৰু অনুশোচনাত মন ভৰি পৰিল। পাৰ হৈ যোৱা বছৰবোৰ অবাবত কটোৱা বুলি অনুমান হ'ল। জীৱনত একোৱেই কৰা নহ'ল। পঢ়া নহ'ল। নপঢ়িলোঁ।

সেইবুলি আনৰ ঘৰত সদায় আলহী হৈ থাকিব নোৱাৰি। তদুপৰি ইমান দিন ছুটী লোৱাৰ পিছত আৰু ছুটী বিচৰাটো অশোভনীয়। অথচ পুথি ভঁৰালটো এৰি শিলজুৰিলৈ যাবলৈও অকণো মন যোৱা নাই। কেইখনমান পুথি শিলজুৰিলৈ লৈ যাওঁ বুলিলে বক্সৱা চাহাবে নিবলৈ দিব নে বাৰু?

কেবাদিনো ভাবি-চিন্তি স্থিৰ কৰিলোঁ: এবাৰ কৈ চাম। নিবলৈ নিদিয়ে। জানো। কিজানিবা দিয়েই।

এদিন কলোঁ।

"ভগৱানক ধন্যবাদ। দেউতাৰ শ্ৰম সাৰ্থক হৈছে অন্ততঃ এজনে হ'লেও মূল্য বুজিছে। উপকাৰত আহিছে বুইছা প্ৰাঞ্জল, কোনোবাই পঢ়ক বুলিয়েই দেউতাই এইবোৰ সংগ্ৰহ কৰিছিল। পঢ়িছিল। কিন্তু তাৰপিছত আৰু কেৱে পঢ়া নাই। দুই-এখন কিতাপ মই পঢ়িছোঁ। ভাৰতৰ বাহিৰৰপৰা কোনোবা পৰ্য্যটক আহিলে সেইবোৰ মেলি চায়। পঢ়ে। কিছুমান কিতাপৰ নাম লিখি নিযে। বজাৰৰপৰা কিনি পঢ়ে। দেউতাই হেজাৰ হেজাৰ টকা অপচয় কৰা বুলি ভবা

ধনৰ আজি সাৰ্থক হ'ল। এজন অশৰীৰী বৃদ্ধৰ আত্মাই তোমাক আশীৰ্ব্বাদ দিব।

অ' আৰু এটা কথা। হাতী চিকাৰ আজিকালি নিষিদ্ধ। বোধহয় তোমাৰেই সৌভাগ্য। অহা খবালি কেইটামান হাতী ধৰাৰ কাৰণে চৰকাৰে মোক অনুৰোধ কৰিছে। ৰাষ্ট্ৰপতিৰ হাতীটো মৰিল। উদয়গিৰিৰ গুলী কৰি মৰা হ'ল। প্ৰধানমন্ত্ৰীয়ে জাপ নৰ মইনাৰ্হ হলৈ হাতী এটা পঠিয়াম বুলি প্ৰতিশ্ৰুতি দি আছিছে। সেই কাৰণে অন্ততঃ দুটা হাতীৰ প্ৰয়োজন। ভাৰতৰ চিৰিয়াখানাত থকা কোনো মাইকী হাতীয়ে এইবেলি পোৱালি দিয়াৰ সম্ভাৱনা নাই। সময়ত খবৰ দিম। ওলাবা। হাতী কেনেকৈ ধৰে, স্বচক্ষে দেখিলে অভিজ্ঞতা বাঢ়িব।"……

লিখিম লিখিম বুলি ভাবি থাকোঁতেই সময় পাৰ হৈ গ'ল। কেইমাহমান পিছত অবোৰাৰপৰা সোঁৱৰণি পত্ৰ এখন পালোঁ। তথাপি লিখাৰ কাৰণে সময় উলিয়াব পৰা নাই। মই এই সুবিধাটো পোৱা কাৰণে মেনেজাৰ ডুৱৰাই বৰ ভাল পোৱা নাছিল। সেই কাৰণে মোৰ ওপৰত আগতকৈও বহুত বেছি দায়িত্ব জাপি দিলে। ৰাতিও যাতে লিখা-পঢ়া কৰিবলৈ সময় নাপাওঁ, তাৰ বাবে বাহিৰৰ কামবোৰৰ কাৰণেও মোক পঠিয়াবলৈ ধৰিলে।

হঠাতে মই বৰুৱা চাহাবৰ প্ৰিয়পাত্ৰ হৈ পৰাটো ডুৱৰাই যে সমূলি ভাল পোৱা নাছিল বুজিলোঁ।

সেই সময়তে চিঠি এখন দি বৰুৱা চাহাবে মোক মাতি পঠিয়াইছিল। দেৱানগিৰিৰ নামনিত ভূটান পাহাৰ আৰু অসমৰ সীমাত কেম্প কৰা হৈছে। তালৈ কেনেদৰে যাম, কেনি যাম সেই বিষয়ে সবিশেষ লিখি জনাইছে। নিৰ্দ্ধাৰিত সময়ত গৈ পালে তেখেতৰ লগতে গুৱাহাটীৰপৰা একেলগে যাব পাৰিম। আৰু নিৰ্দ্ধাৰিত সময়তকৈ দুই-এদিন পলম হ'লেও মোৰ কোনো অসুবিধা নহয়।…বস্তি-বঙলালৈ কেনেদৰে যাম সেই বিষয়ে বিতংভাবে জনাই লিখিছিল: "……বস্তি-বঙলাৰ এমাইল

দূৰত এখন গাঁও আছে। সৰু গাঁও। নেপালী বস্তি। সেইখন বস্তিতে থাকে এখন ফৰেষ্ট গাৰ্ড। বিঞ্জি শ্বেৰপা। বিঞ্জিক মই তোমাৰ কথা কৈ থম। তাৰ পিছত শ্বেৰপাৰ ঘৰৰপৰা মই তোমাক লৈ যোৱাৰ ব্যৱস্থা কৰিম। তুমি গৈ পালে শ্বেৰপাই মোক খবৰ দিব। তোমাক নিবলৈ কেম্পৰপৰা হাতী নহালৈকে তুমি বস্তি এৰি নাযাবা।......"

বৰুৱাৰ চিঠিখন যথাসময়ত পাইছিলোঁ। যদিও নিৰ্দিষ্ট দিনত শিলজুৰি এৰি যাব নোৱাৰিলোঁ। মোৰ পলম হওক বুলিয়েই দুৱৰাই বহুত কিবাকিবি কাম মোৰ ওপৰত জাপি দিছিল। অপ্ৰয়োজনীয় লেঠাবোৰ মাৰি বস্তি-বঙলা পাওঁতে কেবাদিনো পলম হ'ল।

মোৰ পৰিচয় পাই শ্বেৰপাৰ গা'ত যেন তত্ নাই। উলহ-মালহকৈ বহিবলৈ দি আলহী সুধিছিল। কিন্তু অলপ পিছতেই সন্ধিয়াৰ এন্ধাৰ নামি অহা কাৰণে সেইদিনাই মহললৈ খবৰ পঠাব পৰা নাছিল। বস্তিৰপৰা বৰুৱা চাহাবৰ কেম্পলৈ দহ মাইল দূৰ।

পিছদিনা ৰাতিপুৱা। শ্বেৰপাই কেম্পলৈ খবৰ পঠাব। বৰুৱাক জনাব: আগদিনা সন্ধিয়া মই বস্তি-বঙলা পাইছোঁহি। কিন্তু পিছ দিনাৰ ৰাতিপুৱাৰ পোহৰে উমনি দিয়াৰ আগতেই জীৱনৰ জীয়া সুঁতিত ভেটা পৰিছিল। জীৱন নৈৰ সুঁতিয়ে বাট হেৰুৱাই বিচাৰি লৈছিল এটা নেদেখা নতুন গতিপথ।

শিক্ষাৰ ভেমত ওফন্দি ফুৰা বুদ্ধিজীৱী মানুহবোৰ বোধহয় বৰ স্বাৰ্থপৰ। সৰু সৰু মানুবোৰৰ জীৱনৰ খবৰ লোৱাৰ আমাৰ সময় নাই। বুদ্ধিজীৱীসকলৰ সৰহভাগৰে ধাৰণা: সৰু সৰু কাম কৰি খোৱা মানুহবোৰ অসাধু। চোৰ-গুণ্ডা। নীচ। সিহঁতক বিশ্বাস কৰিবলৈ নাপায়। সেইবোৰ মানুহৰ বিবেক-বুদ্ধিৰ কোনো মূল্য নাই। মূল্য নিদিওঁ।

কিন্তু স্বাৰ্থৰ খাতিৰত কেতিয়াবা কেতিয়াবা উপযাচক হৈ আমি সিহঁতৰ খবৰ লওঁ। সিহঁতৰ দুখত হুমুনিয়াহ পেলোৱাৰ অভিনয় কৰোঁ।

বিক্সাত ক'ৰবালৈ যাওঁতে মৌনতাই কেতিয়াবা বৰ আমনি কৰে। সেই আমনিদায়ক মুহূৰ্তবোৰ কটাবলৈ বিক্সাচালকজনৰ লগত কথা পাতোঁ। নাম কি? ঘৰ ক'ত? ঘৰত কোন কোন আছে? বিক্সাখন তাৰ নে মালিকৰ? মালিকক কেইটকাকৈ দিব লাগে? ঘৰলৈ কিমান টকা পঠিয়ায়? বিয়া-বাৰু? নাই কৰোৱা? তেন্তে সি কিছু টকা জমোৱা উচিত। বিশ্বাস কৰি আনৰ হাতত টকা জমা থব নাপায়। পাঁচ টকা হ'লেই ডাক ঘৰত টকা জমা থোৱা হিচাপ এটা খুলিব পাৰি। সিহঁতে ভালকৈ খোৱা-বোৱা কৰা উচিত। শাৰীৰিক কষ্ট কৰা মানুহবোৰে স্বাস্থ্যকৰ আহাৰ নাখালে নানা ৰকম দুৰাৰোগ্য বেমাৰ হয়। ইত্যাদি ইত্যাদি।

এয়া আমাৰ বিলাসিতা। এটা নিছক খেয়াল। কিন্তু তাত অন্তৰৰ কোনো গভীৰতা নাই।

শ্বেৰপাৰ লগতো কথা পাতিছিলোঁ। তাৰ লগত পাতিবলগীয়া কেইষাৰমান মাথোন প্ৰয়োজনীয় কথা। চাহ-জলপান খোৱাৰ আগতেই প্ৰয়োজনীয় কথা কেইষাৰ আমাৰ শেষ হৈছিল। তাৰপিছত ভাত-পানী হোৱালৈকে বহু সময়। ইমান সময় কথা-বতৰা নোকোৱাকৈ বহি থকাটো অশোভনীয়, আমনিদায়ক। তদুপৰি নিশাৰ ভাত মুঠিৰ কাৰণে মই তাৰ ঘৰত আলহী। তাৰ বাহিৰেও শ্বেৰপাৰ লগত কথা পতাৰ আন এটা আকৰ্ষণ মায়া। ভদ্ৰ পৰিয়ালৰ শিক্ষিতা শিক্ষিতা যেন লগা মায়া সঁচাকৈয়ে আকৰ্ষণীয়া। নিভাঁজ অসমীয়া কোৱা মায়াজনীৰ মাতটোও সুৰদী। মিঠা। মোৰ সন্দেহ হৈছিল: মায়া কিজানি শ্বেৰপাৰ নিজৰ ছোৱালী নহয়। সিহঁতৰ মাজত লুকাই আছে অন্য এক সম্পৰ্ক। অন্য কাহিনী। গোপন।

প্ৰথম দৃষ্টিতেই মায়াক কিয় ইমান ভাল লাগিছিল ক'ব নোৱাৰোঁ। কিয় আপোন আপোন যেন লাগিছিল নাজানো। তাইৰ ব্যৱহাৰত মই মুগ্ধ হৈ পৰিছিলোঁ।

"আপুনি কিন্তু বঙলাত থাকিব নোৱাৰে দেই ককাইদেউ! মোৰ

ভাত-পানী হ'লে ইয়াতে খাই-বৈ শুই থাকিব। আপোনাৰ লগত বহুত কথা পাতিম। আপোনালোক লিখক মানুহ। বহুত কথা জানে। কিয় ? অ' আমি সৰু মানুহ। বাৰু, ভাত-পানী খোৱাৰ পিছত দেখিম বাৰু! কিয় নাজানিম ? আপুনি উপন্যাস লিখে। কাহিনী লিখক। অ'তোন। আপুনিহে আমাক বেয়া পায়। বৰুৱা চাহাবে আমাক বৰ মৰম কৰে।"

বৰুৱা চাহাবে আমাক বৰ মৰম কৰে (?) ইয়াৰ অৰ্থ কি ? বৰুৱা আৰু মায়া। একে মুখ; একে নাক। একে ৰূপ। মায়া তেনেহলে···? সন্দেহৰ পোক কিছুমান মোৰ মনৰ মাজত কিল্‌বিলাই উঠিল। এটা কলঙ্কময় কাহিনী। কিন্তু সঁচা জানো ?

ৰান্ধনিশালৰপৰা মাজে মাজে ওলাই আহি মায়াই আমাৰ কাষত বহে। দুটা-এটা কথা কয়। তাৰ পিছত আকৌ আঁতৰি যায়। যোৱাৰ সময়ত শ্বেৰপাই নেদেখাকৈ মোলৈ কেঁৰাহিকৈ চাই হাঁহে। সেই হাঁহিত তাইৰ ওঁঠ দুটা কঁপে। চকুদুটাই বহুত কথা কয়। নোকোৱা বহুত কথা। মনৰ গোপন ভাষা।

মনটোৱে কিবা এটাৰ গোন্ধ পাইছিল। মায়াৰ এই ব্যৱহাৰৰ অৰ্থ কি ? হয়তো মোৰ ধাৰণাটোৱে সঁচা। মায়া শ্বেৰপাৰ তোলনীয়া ছোৱালী। অবিবাহিত যৌৱনৰ কলঙ্ক ঢাকিবলৈ বৰুৱা চাহাবে শ্বেৰপাৰ হাতত তুলি দিছিল এটা সদ্যজাত শিশু। এজনী ছোৱালী।

আৰু ?

হয়তো এইটোৱে সিহঁতৰ ব্যৱসায়। এই ব্যৱসায়ৰ কথা শ্বেৰপায়ো জানে। ধনৰ লোভত পিতৃ বুলি চিনাকি দিয়া শ্বেৰপাই এনেকৈয়ে জীৱিকা আৰ্জে। বাহিৰৰপৰা অহা মানুহবোৰক লুটে। যাবৰ সময়ত সিহঁতৰ জেপ উদং কৰি পঠিয়ায়। ব্যৱসায়ৰ সুবিধাৰ কাৰণে বঙলাত থকাটো বিপদজনক বুলি ভয় দেখুৱায়।

শ্বেৰপা আচলতে অসমৰ মানুহ নাছিল। দাৰ্জিলিঙৰ টাইগাৰ হিলচৰ কাষত কেৰাচিনৰ টিনেৰে সজা এটা সৰু ঘৰ। সেই ঘৰটো

এৰি সি যিদিনা অসমলৈ আহে, তেতিয়া তাৰ বয়স পোন্ধৰ বছৰ।··· ··

"জিন্দেগীত বহুত কষ্ট কৰিলোঁ চাৰ। কামায়াভী বহুত। লেকিন গৰীবকেলিয়ে ভগৱান নাৰাজ। কভী সুখ নিদিব।"

জীৱন কাহিনী কৈ শুনোৱা শ্বেৰপাই পাতনি মেলি কৈছিল। সৰুতে মা'ক ঢুকোৱা শ্বেৰপাই মহীমা'কজনীকে নিজৰ মা'ক বুলি ভাবিছিল। দেউতাকেও তাক 'বহুত প্যায়াৰ ভী' কৰিছিল। তথাপি দেউতাকক নজনোৱাকৈ সি এদিন অসমলৈ পলাই আহিল। মাহীমা'কৰ ব্যৱহাৰত তিতা-কেঁহা লগা জীৱনটোৰ প্ৰতি তাৰ তেতিয়া মমতা হেৰাই গৈছিল। পোন্ধৰ বছৰীয়া এজন কিশোৰে বিচাৰিছিল মুক্তি।

দেউতাক সিদিনা ঘৰত নাছিল। সদায়ে নাথাকে। কোনোবা পৰ্য্যটকৰ বোজা কঢ়িয়াবলৈ ৰাতিপুৱাই ওলাই যায়। ৰাতি দুপৰত ঘৰ সোমায়। টাইগাৰ হিলচ্‌ৰ সূৰ্য্যোদয় চাবলৈ যোৱা এটা পাঞ্জাবী পৰিয়াল। সেই পৰিয়ালটোৰ প্ৰলোভনত দাৰ্জিলিঙৰপৰা সি অসম পালেহি। অসমত বোলে সোণ গজে। অসমৰ চহৰবোৰৰ ৰাজপথত সিঁচৰিত হৈ পৰি থাকে হীৰাৰ টুকুৰা। মাণিক, মুকুতা-মণি। চেঁকুৰা-চেঁকুৰি সোণৰ গুৰি। সেই সোণৰ গুৰি বুটলিবলৈ সিও অসমলৈ আহিছিল। কিশোৰ মনৰ ৰঙীন স্বপ্ন ঃ সি এদিন ধনী হ'ব। মুঠিয়ে মুঠিয়ে ধন গোটাব। তাৰপিছত টাইগাৰ হিলচৰ নামনিৰ সেই সৰু পঁজাটোলৈ উভতি গৈ সোণ-ৰূপৰ টুকুৰাবোৰ মা'ক-দেউতাকৰ সন্মুখত সিঁচৰিতকৈ ছটিয়াই দিব। তাকে দেখি দেউতাকে হাঁহিব। বিস্মিত চাৱনিৰে মাহীয়েকে তালৈ চাই হয়তো নিজক কোৱাৰ দৰেই কৈ উঠিব ঃ ইমানবোৰ টকা?

মাহীমা'ক হ'লেওতো তাৰ মা'ক।

উভতি নোযোৱাকৈ সি থকা নাছিল। গৈছিল। দেউতাকক বিচাৰি যোৱা যুৱক ৰিঞ্জিৰ মনত তেতিয়া বহুত আশা। অলেখ কল্পনা। হেজাৰ স্বপ্ন।

কিন্তু। এৰা, এনেকুৱাই হয়। মানুহৰ ওপৰত নিয়তিয়ে এনেকৈয়ে প্ৰতিশোধ লয়।

সি উভতি গৈ দেখিছিল: টাইগাৰ হিলচ্‌ৰ নামনিৰ কেৰাচিন টিনেৰে সজা সেই সৰু পঁজাটো তাত নাই। তাৰ ঠাইত থিয় হৈ আছে এটা তিনিমহলীয়া দালান। ধুনীয়া। নতুন।

কিন্তু সেই টিনৰ সৰু পঁজাটো ক'লৈ গ'ল? কি হ'ল? আৰু তাৰ দেউতাক? মাহীমা'ক? ভাইটি কাঞ্চা?

ওচৰৰ মানুহৰ মুখত সি শুনিছিল: ৰিঞ্জি অসমলৈ অহাৰ দুবছৰ পিছত দেউতাকে এদিন বতিয়াইছিল। তেজ বমি। গা'ত কুঁহ্‌কুঁহীয়া জ্বৰ। শৰীৰ দুৰ্বল। বহুতেই সন্দেহ কৰিলে: এয়া ভাল লক্ষণ নহয়।

সিহঁতৰ সন্দেহ অমূলক নাছিল। চৰকাৰী হাস্পাতালৰ ডাক্তৰে কৈছিল: এক্সৰে কৰিব লাগিব। এয়া যক্ষ্মাৰ লক্ষণ। ভাল চিকিৎসাৰ প্ৰয়োজন।

ভাল চিকিৎসা কৰিবলৈ টকা লাগে। ঔষধ কিনিবলৈ, পথ্য কিনিবলৈ সিহঁতৰ জানো টকা আছে? এই সময়ত যদি ৰিঞ্জি থাকিলহেঁতেন?

তাৰ কথা কৈ কৈ দেউতাকে হেনো কান্দিছিল।

তালৈ অপেক্ষা কৰি বৈ বৈ দেউতাক ভাগৰি পৰিল। তাৰ পিছত এদিন আঁতৰি গ'ল বহুত দূৰলৈ। নেদেখা কোনোবা এখন দেশলৈ। আঁতৰি যোৱা দেউতাকৰ স্মৃতি বুকুত চেপি ৰাখিব নোখোজা মাহীমা'কজনীয়েও তালৈ বৈ নাথাকিল। বৰলা চন্দ্ৰবাহাদুৰক যৌৱনৰ সোৱাদ দিবলৈ ক'ৰবালৈ আঁতৰি গ'ল। তাৰ কাৰণে অপেক্ষা কৰি থকাৰ কোনো যুক্তি নেদেখিলে। প্ৰয়োজনো নাছিল।

চন্দ্ৰবাহাদুৰে হেনো তাৰ দেউতাক ঢুকোৱাৰ আগতেই তাইৰ যৌৱনৰ সোৱাদ চাকি চাইছিল। এটা কেঁচা পুৰঠ দেহ।

তাই হেৰাই গ'ল।

আঁতৰি গ'ল চন্দ্ৰবাহাদুৰ।

এটা গভীৰ হুমুনিয়াহ। বুকুফটা নেদেখা কান্দোন। এটোপা চকুলো। তাৰপিছত সি আকৌ উভতি আহিল। তাক দেখি সিংজীয়ে হাঁহিলে।

"মেৰা মালুম হ্যাই কাঞ্চা। তুম্ জৰুৰ আপচ আয়েগা। ঠিক হ্যাই। তোমহৰাৰাস্তে কাম খালী পৰা হ্যাই। এই মহিনাসে দো নয়া ট্ৰাকভী আয়েগা।

সি সিদ্ধান্ত লৈছিল: গেৰেজত আৰু কাম নকৰে। লেতেৰা কাম। আন নহ'লেও তীব্ৰ গতিত গাড়ী চলাব পৰাটোও এটা বাহাদুৰী। বুকুৰ জেপৰ বুতামটো খুলি কিবা এটা সি বিচাৰি চালে। আছে।

ড্ৰাইভিং লাইচেঞ্চখন লওঁতে তাৰ কম আহুকাল হৈছিল নে? 'সব চালা চোৰ, দাগাবাজ, বেইমান। ঘোচ্খোৰ।'

সংসাৰৰ বান্ধোন নোহোৱা ডেকা মনবোৰ উদণ্ডীয়া, দুৰ্দান্ত, বেপৰোৱা। হাতত টকা পৰিলেই সিহঁতে মদ খায়। চিনেমা চায়। জুৱা খেলে। মাৰপিট কৰে।

কিন্তু বিঞ্জি শ্বেৰপা তাৰ ব্যতিক্ৰম।

শ্বেৰপা ড্ৰাইভাৰ নহয়—'ড্ৰাইভাৰ চাহাব।' তাৰ এটা সন্মান আছে। সি মাৰপিট নকৰে। জুৱা নেখেলে। মদ নাখায়। সেই কাৰণে লগৰ ড্ৰাইভাৰবোৰে তাক সমীহ কৰি চলে।

তদুপৰি হৰ্কবাহাদুৰৰ সৰল বিশ্বাসটোক সি থানবান কৰিব নোৱাৰে। হৰ্কবাহাদুৰে তাক লৈ আন দহজনৰ ওচৰত গৌৰৱ কৰে: শ্বেৰপা বাহাদুৰ লেড়কা। ৰূপেয়াৱালা আদমী। পাৰ্বতীভী খুবচুৰৎ লেড়কী।

পাৰ্ৱতী।

নামটো শুনিলেই তাৰ গা-মূৰ কিবাকিবি লাগে। মন ৰাঁই-জাই কৰে। কামলৈ আহোঁতে-যাওঁতে পাৰ্ৱতীৰ ঘৰত সি সোমাবই। ৰঙা শাড়ী এখন, ব্লাউজ এটা, গোন্ধতেল এবটল আৰু মিঠাইৰ টোপোলা এটা

লৈ সি পাৰ্ব্ৰতীৰ ঘৰত সোমায়। হৰ্কবাহাদুৰ তেতিয়া ঘৰত নাথাকে।

পাৰ্ব্ৰতীয়ে তালৈ গোছ বান্ধে। পাৰাঠা বনায়। মুৰ্গীৰ গোছ আৰু খাটি ঘিৰ পাৰাঠা। ভইচ্‌কা ঘি।

কিন্তু বোজাই ট্ৰাক এখন তেনেদৰে আলিবাটৰ দাঁতিত সৰহ সময় ৰখাব নোৱাৰি। সি আঁতৰি আহে। আহিবৰ সময়ত নোট এজাপ পাৰ্ব্ৰতীলৈ আগবঢ়াই দিয়েঃ চাচাক কবি পাৰ্ব্ৰতী, এইখিনি থৈ দিব। মই পিছত লম।

কিন্তু পিছত আৰু লোৱা নহয়।

তাৰ সলনি এদিন পাৰ্ব্ৰতীক তাৰ গা'ৰ কাষতে ট্ৰাকত বহুৱাই ষ্টেয়াৰিং পোনায়। গাড়ী চলায়।

"পাৰ্ব্ৰতী সচ্ছা পাৰ্ব্ৰতী ৰহা থা চাব! লেকিন কুট্ৰাকা বাচ্ছা...... ।"

দাঁত কৰচি উঠা শ্বেৰপাৰ চকুত একুৰা জুই।

কিন্তু এই কুট্ৰাকা বাচ্ছা কোন? বৰুৱা চাহাব?

দিনবোৰ কেনেদৰে পাৰ হৈ গৈছিল সিহঁতে নাজানে।

মানুহৰ জীৱন জানো ইমান ৰঙীণ? ইমান মিঠা? নাৰীৰ মৰম জানো ইমান সঁচা? সেই মৰমত ইমান মাদকতা?

'পাৰ্ব্ৰতীক' অনাৰ পিছত কেইমাহমান সি দূৰলৈ যোৱা নাছিল। দূৰলৈ গ'লে একে দিনাই ঘূৰি আহিব নোৱাৰে। 'পাৰ্ব্ৰতীক' এৰি বাহিৰত কটোৱা ৰাতিবোৰ বৰ অসহনীয়। দুৰ্বহ। পাৰ্ব্ৰতীয়েও তাক এৰি অকলে থাকিব নোৱাৰে। অকলে থাকিবলৈ তাইৰ ভয় লাগে। নিচিনা-নজনা কিমানবোৰ 'জোৱান'-জোৱান' লেড়কা সিহঁতৰ ঘৰৰ আগেৰে অহা-যোৱা কৰে, তাৰ লেখ-জোখ নাই। সন্ধিয়া ঘৰলৈ ঘূৰি আহোঁতে তাৰ অলপ পলম হ'লেই সিহঁতৰ নঙলামুখত থিয় হৈ কোনোবাই সুহুৰিয়ায়। গান গায়ঃ 'তুম্‌নে মুঝে প্ৰেম শিখায়া।'

সন্ধিয়া ঘৰলৈ ঘূৰি অহাৰ পিছত পাৰ্ব্ৰতীয়ে তাক কথাবোৰ কয়।

সি গৰজি উঠে ঃ চালা চুৱাৰকা বাচ্ছাইঁতে শ্বেৰপাক চিনি পোৱা নাই। শ্বেৰপা—শ্বেৰপা হুহী। শেৰ হ্যাই। সিহঁতৰ জিন্দেগী খটম্ কৰ দিম। খুন পি লম। কুছ পৰওৱা নকৰিবি পাৰ্ৱতী। কোই আহিবতো খুক্ৰী চলাই দিবি।

কিন্তু সি 'খুন পি ল'ব' নোৱাৰিলে।

তিনি বছৰ পিছত। এদিন সিহঁতৰ মাজলৈ আহিছিল এজনী আলহী। মায়া।

মায়া তেন্তে···।

মই ভাবিব নোৱাৰিলোঁ। বৰুৱা চাহাবৰ চৰিত্ৰক সন্দেহ কৰা কাৰণে মোৰ নিজৰে বৰ লাজ লাগিল।

"মেৰে বেটী ; আসমান কী চাঁদ" বুলি সি তাইক বুকুৰ মাজত সাৱটি লৈছিল। অকণমানি গাল দুখনত তাৰ ঠৰঙা ডাড়িবোৰে বিন্ধিছিল। গাখীৰত সেন্দূৰ মিহলোৱা গাল দুখনৰ ৰং সলনি হৈ সেন্দুৰ ৰঙা হৈছিল। তাই কান্দিছিল। পাৰ্ৱতীয়ে তাইক তাৰ বুকুৰ মাজৰপৰা টানি নি নিচুকিয়াইছিল ঃ মেৰে কাঞ্চী নানী ভয়ো···।

সিহঁতৰ মাজলৈ অহা মায়া কিন্তু অকলে অহা নাছিল। লগত লৈ আহিছিল বহুত কিবাকিবিৰ প্ৰয়োজন। দুধ, চেনী, বেবী ফুড, বাৰ্লি, গৰম কাপোৰ, মোজা-টুপী আৰু বহুত কিবাকিবি।

"কুছ পৰওৱা নহী। মেৰে বেটীকোৱাস্তে মেৰে জান কবুল।"

মায়াৰ নিত্য নতুন প্ৰয়োজনবোৰ পূৰাই শ্বেৰপাই গৌৰৱ বোধ কৰিলে। পিতৃত্বৰ গৌৰৱ। আজিকালি পাৰ্ৱতীক অকলে এৰি দূৰলৈ যাবলৈও তাৰ ভয় নলগা হ'ল। ভয় নকৰা হ'ল পাৰ্ৱতীয়ে। গুৱাহাটী-নগাঁৱৰ সীমা পাৰ হৈ তাৰ গাড়ীয়ে নতুন পথ ল'লে। গুৱাহাটী—ধুবুৰী। ধুবুৰী—গুৱাহাটী। আকৌ ইফালে গুৱাহাটী—যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়—মাৰ্ঘেৰিটা ডিগবৈ।

সি ঘৰত নাথাকিলেও আজিকালি সিহঁতৰ পদূলিমুখত কেৱে ঘুমুহুৰিয়ায়। গান নাগায়।

"...লেকিন কুট্টাকা বাচ্ছা...... ।"

স্বাধীনতা দিৱস উপলক্ষে "বেবী শ্বো" প্ৰতিযোগিতা হৈছিল। সেই প্ৰতিযোগিতাত মায়াই পাইছিল প্ৰথম পুৰস্কাৰ। প্ৰতিযোগিতাত যোগ দিবলৈ মায়াক লৈ যোৱা পাৰ্ৱতীয়ে মায়াৰ হৈ সভাপতিৰ হাতৰপৰা গ্ৰহণ কৰিছিল প্ৰতিযোগিতাৰ পুৰস্কাৰ।

সভাপতি ৰাজীৱ বৰুৱাক সি চিনি নাপাইছিল। কিন্তু পালে। দেশ-সেৱকৰ কৱচ পিন্ধা ৰাজীৱ বৰুৱা দেখনিয়াৰ সুশ্ৰী ডেকা। স্বাধীনতাৰ আন্দোলনত জেল খটাৰ সুযোগ নাপালেও সংগঠনৰ কামত আগৰণুৱা। দেশৰ কামত দেহে-কেহে লগা ৰাজীৱ বৰুৱা নিৰ্ভীক, নিঃস্বাৰ্থপৰ, সঁচা দেশসেৱক। কিন্তু কিছুমানৰ ধাৰণা ঃ ৰাজীৱ বৰুৱাৰ এই দেশসেৱাৰ আঁৰত লুকাই আছে আগন্তুক নিৰ্বাচন।

কিন্তু সিমানবোৰ খবৰ তাক কেলেই? সিমানবোৰ খবৰ লোৱাৰ তাৰ প্ৰয়োজন নাছিল। কিন্তু এদিন ৰাজীৱ বৰুৱা, আৰু কেবাজনো পুৰুষ-মহিলা সিহঁতৰ ঘৰলৈ আহি পাৰ্ৱতীক বহুত কিবাকিবি কৈছিল। শিপিনী সঙ্ঘ, মহিলা সমিতি আদিৰ নিচিনা সি বুজি নোপোৱা বহুত ডাঙৰ-ডাঙৰ কথা। আদৰ্শৰ কথা।

সিমানবোৰ কথা সি বুজি নাপালেও এটা কথা কিন্তু বুজিছিল। বুজি পাই গৌৰৱবোধ কৰিছিল। তাৰ দৰে মানুহখিনিৰ তিৰোতাবোৰৰ মাজত সিহঁতে পাৰ্ৱতীক মুৰব্বী পাতি দি গৈছিল। ল'ৰা-ছোৱালীবোৰক চাফ-চিকুণকৈ ৰখা, সন্তানসম্ভৱা মাতৃবোৰৰ যত্ন লোৱা ইত্যাদিৰ বিষয়ে সিহঁতে তাইক শিকনি দিব। মহিলা সমিতিত শিকি আহি গোৰ্খালী তিৰোতাখিনিক তাই বোৱাকটা শিকাব। মহিলা সমিতিৰপৰা কাপোৰ চিলোৱা মেচিন এটা আৰু তাঁতশাল এখনো সিহঁতে এদিন তাইৰ ঘৰত দি গ'লহি, আৰু লগতে দি গ'ল কেইটামান গুৰি-গাখীৰৰ টিং। ল'ৰা-ছোৱালীবোৰৰ মাজত বিলাবলৈ সিহঁতে মাজে মাজে আহি পাৰ্ৱতীৰ হাতত আৰু কিবাকিবি দি যাবহি।

সময় বাগৰি গৈছিল। দিনবোৰে মাহ, আৰু মাহবোৰে বছৰৰ বুকুত

জিৰণি লৈছিল। ইতিমধ্যে কাম কৰি খোৱা সৰু মানুহখিনৰ মাজত আৰম্ভ হৈছিল বু-বা। পাৰ্‌ৱতী মহিলা সমিতিলৈ নাযায়। ৰাজীৱ বৰুৱাৰ ঘৰলৈহে যায়। গাঁৱত সূতা বিলোৱাৰ অজুহাত দেখুৱাই বৰুৱাৰ লগত জীপত ঘূৰি ফুৰে।

বস্তুতে আকৌ ৰাজীৱ বৰুৱা আৰু পাৰ্‌ৱতীক হেনো বেয়া অৱস্থাত দেখিলেই।

মাহীমা'কজনীলৈ তাৰ মনত পৰিল। তাৰ দেউতাকেওতো চন্দ্ৰবাহাদুৰক অবিশ্বাস কৰা নাছিল।

ৰিপ্তি শ্বেৰপা সাৱধান হ'ল।

"আমি সৰু মানুহ, সৰু হৈ থাকিম। মহিলা-সমিতি তহিলা-সমিতি আমাক কেলেই ?"

কিন্তু পাৰ্‌ৱতী ?

ইমানখিনি আগবাঢ়ি যোৱাৰ পিছত উভতি আহিব নোৱাৰি। উভতি আহিবলৈ সময় লাগিব। হঠাতে ছত্ৰভঙ্গ দিলে মানুহে জানো তাইক নাহাঁহিব ? তাইতো জানে, তাই কিমান দ'লৈ নামিছে। মানুহে কোৱা কথাবোৰ কিমান সঁচা।

সত্যৰ সদায় জয়। বাপুজীয়ে কৈ গৈছে ঃ সত্যত বিশ্বাস ৰাখিবা। সত্যত বিশ্বাস ৰাখি মৃত্যুবৰণ কৰাও শ্ৰেয়ঃ।

অন্তৰত পাপ নাথাকিলে কেৱে কাৰো অন্যায় কৰিব নোৱাৰে। সত্যৰ এদিন জয় হ'বই।

পাৰ্‌ৱতীয়ে শ্বেৰপাক বুজনি দিয়ে।

কিন্তু শ্বেৰপা ? তাইৰ সেই বুজনিয়ে তাৰ মনৰ সন্দেহ আৰু বেছি বদ্ধমূল কৰি তোলে। পাৰ্‌ৱতীয়ে তেনেহলে এটা নতুন জীৱনৰ সোৱাদ পাইছে। সেই জীৱনৰপৰা তাই উভতি আহিব নোখোজে। মানুহবোৰে কোৱা কথাবোৰ তেন্তে মিছা নহয় ? নহলেনো ৰাজীৱ বৰুৱাৰ নিচিনা ডেকা মানুহ এজনৰ লগত ঘূৰি বস্তিৰ তিৰোতাবোৰৰ মাজত সেই অশ্লীল কথাবোৰ কৈ ফুৰিব কিয় ? ল'ৰা-ছোৱালী কাৰ নহয় ? আগেয়েও

হৈছিল। এতিয়াও হ'ব। কিন্তু ল'ৰা-ছোৱালী সৰহ হোৱাত ৰাজীৰ বৰুৱাহঁতৰ ইমান মূৰ কামোৰণি কিয়? মায়াৰ পিছত দ্বিতীয় সন্তান এটা তাই কিয় কামনা নকৰে?

তাৰ মানে কি?

শ্বেৰপাৰ কাৰণে সেই প্ৰশ্নৰ উত্তৰ স্পষ্ট। আৰু এটা কেঁচুৱা হ'লে তাই ৰাজীৱ বৰুৱাহঁতৰ লগত ঘূৰিব নোৱাৰিব। ফুৰিব নোৱাৰিব।

গান্ধী জয়ন্তীলৈ কেইদিনমান মাথোন বাকী। ৰাজীৱ বৰুৱা এদিন পাৰ্‌ৱতীক বিচাৰি সিহঁতৰ ঘৰলৈ আহিছিল। হাতত গান্ধী জয়ন্তীৰ কাৰ্যসূচী। আজিকালি পাৰ্‌ৱতী আগৰদৰে মহিলা সমিতিলৈ নাযায়। প্ৰয়োজনীয় সময়ত পাৰ্‌ৱতীক বিচাৰি ৰাজীৱ বৰুৱাহঁত সিহঁতৰ ঘৰলৈ আহিব লাগে।

সেই সময়ত শ্বেৰপা ঘৰত নাছিল। ডিবৰুৰ কোনোবা মাৰোৱাৰীৰ গুদামত চাউলৰ বস্তা জমা দিয়াৰ ৰচিদ লৈছিল হয়তো।

পাৰ্‌ৱতীয়ে ভবা নাছিল: তেনে ঘটনা এটা যে ঘটিব। কিন্তু ঘটিল। অলপ আগতে সিহঁতৰ ঘৰৰপৰা ওলাই যোৱা ৰাজীৱ বৰুৱাৰ বিকট আৰ্তনাদ এটা শুনি পাৰ্‌ৱতী বাহিৰলৈ ওলাই আহি দেখিছিল: এদল উন্মত্ত গোৰ্খালী ডেকা। মুখত ভেকেচা-ভেকেচ্ গোন্ধ। সেইজাক ডেকাৰ মাজত তেজত ৰাঙলী হৈ মাটিত বাগৰি পৰি আছে ৰাজীৱ বৰুৱা। কাণ্ড দেখি তাইৰ সৰ্বাঙ্গ কঁপি উঠিল। ছবছৰীয়া মায়াক কোলাৰপৰা থেকেচা মাৰি মাটিত নমাই থৈ ৰাজীৱ বৰুৱাৰ ৰক্তাক্ত দেহটো তাই সাৱটি ধৰিলে।

এমাহমান পিছত।

শেষনিশা টোপনিৰপৰা সাৰ পাই সি দেখিছিল: তাৰ কাষত পাৰ্‌ৱতী নাই। পাৰ্‌ৱতী শোৱা ঠাইখিনি উদং। টোপনিত লালকাল দি পৰি থকা মায়াৰ ওচৰত পৰি আছে তাইৰ খাৰু, ডিঙিৰ হাৰ। কাণৰ ফুল আৰু হাতৰ আঙঠি।

ৰাতিপুৱা ঘটনাটো ৰাষ্ট্ৰ হৈ পৰিল।

বুঢ়া-মেথাবোৰে ক'লে: তাইক বিচাৰি লাভ নাই। সজাত নোহোৱা তিৰোতাক বিশ্বাস কৰি চপাই নলবি। এনেহেন ছোৱালীটিক যিজনী মা'কে এৰি যাব পাৰে, তাই গিৰিয়েককো কাটিব পাৰিব।

ডেকাবোৰৰ মন্তব্য: আমি আগতেই জানিছিলোঁ, ৰাজীৱ বৰুৱাই তাইক পলুৱাই নিব।

বিভিন্নজনৰ বিভিন্ন মন্তব্য।

সেই মন্তব্যবোৰ সি শুনিছিল। কিন্তু তাৰ বিশ্বাস নহ'ল। বিশ্বাস কৰিব নোৱাৰিলে। খৃষ্টান মিছনাৰী স্কুলত পঢ়া ছবছৰীয়া মায়াক বুকুৰ মাজত সাৱটি কেঁচুৱা ল'ৰা এটাৰ দৰে সি মাথোন ফেকুৰি উঠিল।

কিন্তু ৰাজীৱ বৰুৱা। ৰাজীৱ বৰুৱা ক'লৈ গ'ল? হাস্পাতালৰ-পৰা ওলাই অহাৰ পিছত ৰাজীৱ বৰুৱাক সিহঁতে দেখা নাপালে কিয়?

নোপোৱা নহয়। পাইছিল। দেখিছিল শ্বেৰপাই।

পাৰ্‌ৱতী হেৰাই যোৱাৰ এসপ্তাহমান পিছত। চিৰজীৱনৰ কাৰণে পঙ্গু হৈ যোৱা এখন ভৰি আৰু সোঁহাতত প্লাষ্টাৰ লৈ ৰাজীৱ বৰুৱা থিয় হৈ আছিল। থিয় হৈ আছিল সন্ধিয়াৰ এন্ধাৰত, লাইট পোষ্টৰ তলত সিহঁতৰ নওলামুখত। সি হয়তো পাৰ্‌ৱতীক বিচাৰি আহিছিল। শ্বেৰপাক দেখি কিবা সুধিব খুজিছিল। কিন্তু শ্বেৰপাই চিনি পোৱা নাছিল। আৰু যেতিয়া চিনি পাইছিল সেই সময়ত তাৰ কি হৈছিল সি নিজেই নাজানে। তাৰ মূৰত যেন কিবা এটা পোকেহে কামুৰিছিল। পোৱালি হেৰুওৱা বাঘিনীৰ দৰে গৰজি উঠি ৰাজীৱ বৰুৱাৰ ওপৰত সি জঁপিয়াই পৰিব খুজিছিল। হাতৰ টৰ্চ্চটোৰে ৰাজীৱ বৰুৱাৰ মূৰলৈ মাৰিছিল এটা প্ৰচণ্ড কোব। কিন্তু লাইট পোষ্টত লাগি টৰ্চ্চটো তাৰ হাতৰপৰা উফৰি পৰিল। আৰু সেই অৱসৰতে লেঙেৰা ভৰিখন চোঁচোৰাই ওচৰতে বৈ থকা জীপখনত উঠি আঁতৰি গৈছিল ৰাজীৱ বৰুৱা।

"লেকিন কুত্তাকা বাচ্ছা......।"...

বছৰ বাগৰিল। দিন পুৰণি হ'ল। এখন পতা ঘৰ ভাঙি গ'ল। মায়াক লৈ প্ৰথমতে কেইদিনমান তাৰ অসুবিধা হৈছিল। কিন্তু অসুবিধাবোৰ সদায় অসুবিধা হৈ নাথাকে। পানীৰ বুদবুদৰ দৰে অসুবিধাবোৰ মাৰ নিয়াবলৈ লাগে ধন।

মায়াক হোষ্টেলত থবলৈ তাৰ প্ৰাণে কান্দিছিল। তথাপি সি থৈছিল। তাৰ বাহিৰে অন্য উপায় নাছিল। উদণ্ডীয়া শ্বেৰপাই ট্ৰাক লৈ ঘূৰি ফুৰোঁতে পাৰ্‌ৱতীক বিচাৰিছিল। অসমৰ প্ৰত্যেকখন চহৰ, প্ৰত্যেকটো অলিয়ে-গলিয়ে সি বিচাৰিছিল তাৰ পাৰ্‌ৱতীক। ৰাজীৱ বৰুৱাক।

কিন্তু পাৰ্‌ৱতীৰ খবৰ সি নাপালে।

তাইৰ কথা মনত পৰিলে শোকে তাক খুন্দা মাৰি ধৰে। বুকুখন বিষায়। সমনীয়াবোৰে তাক উপদেশ দিয়েঃ দুনিয়াত ছোৱালীৰ অভাৱ হোৱা নাই অ' শ্বেৰপা। এই কেঁচা বয়সৰপৰা বৰলা ভাত খাবলৈ তোক কিহে পাইছে?

বৰ মৰমেৰে চৰাই এজনী ধৰি আনি সি পুহিছিল। সজাত ভৰাই ৰাখিছিল। খাবলৈ দিছিল পকা পকা ফল আৰু নিৰ্মল পানী। তাই কথা ক'বলৈ শিকিছিল। মাত ধৰিছিল। তাৰ পিছত এদিন উৰি গ'ল। নহয়, ক'ৰবাৰপৰা সদায় অহা চিনাকি বোন্দা মেকুৰী এটাই তাইক সজাৰপৰা উলিয়াই ডিঙি মুচৰি লৈ গ'ল। পৰি ৰ'ল এটা উদং সজা। সেই সজাটোলৈ আৰু এজনী 'নয়া চিৰিয়া' ধৰি আনিবলৈ তাৰ মন নগ'ল। পিছলৈ যদি বয়স থাকে, তেতিয়া হয়তো সি ভাবি চাব পাৰে। কিন্তু মায়াক কোনোবা এঘৰলৈ উলিয়াই দিয়াৰ আগতে নহয়।

দুনিয়া জুঠা হ্যাই।

কিন্তু মায়া? মায়াৰ নিচিনা নিষ্পাপ ল'ৰা-ছোৱালীবোৰ আছে কাৰণেই দুনিয়াখন চলি আছে। নহ'লে?

নহ'লে কি হ'লহেঁতেন সি ভাবি নাপায়।

তাক আজিকালি বহুত পইচা লাগে। অকল মায়াৰ কাৰণে হোৱা হ'লে কথা নাছিল। তাৰ কাৰণেও লাগে। ড্ৰাইভাৰ হ'লেও আগৰ দৰে সি জধলা হৈ থাকিব নোৱাৰে। জধলাটো হৈ বোৰ্ডিঙলৈ গ'লে মায়াই লাজ পাব। মায়া আজিকালি ডাঙৰ হৈছে। বহুত কথা বুজা হৈছে। আৰু হোষ্টেললৈ যাওঁতে তাইলৈ কিবা এটা নিনিলে জানো হ'ব ?

পাৰ্‌ৱতীলৈও সি সদায় কিবাকিবি নিছিল। গাড়ী বন্ধ কৰি ঘৰলৈ উভতি আহোঁতেও কিবাকিবি আনিছিল।

'বা-পুজী' বুলি এজাক ছোৱালীৰে সৈতে তাৰ ওচৰলৈ দৌৰি অহা মায়াক সি সাৱটি ধৰে। বিস্কুট-টফি, ৰিবন আৰু বহুত কিবাকিবি দিয়ে। দুগাল ভৰাই চুমা খায়। কিবা এটা অবুজ বেদনা চেপি মায়ালৈ চায়।

এইজনীতো মায়া নহয়। এজনী সৰু পাৰ্‌ৱতী।

মায়া তেন্তে মায়া নহয় ? পাৰ্‌ৱতী ?

মায়া এদিন গাভৰু হ'ব। তাৰ পিছত ? তাৰ পিছত পাৰ্‌ৱতীৰ দৰে...... ।

নাই, নাই। সেয়া হ'ব নোৱাৰে। কেতিয়াও সি হ'ব দিব নোৱাৰে। মায়াক সি চিৰদিন তাৰ বুকুৰ মাজত সাৱটি ৰাখিব।

মায়াক সি আৰু জোৰেৰে সাৱটি ধৰে। অজ্ঞাতেই তাৰ কণ্ঠৰপৰা বাগৰি আহে দুটা শব্দ : মেৰে বেটী।

বছৰ আৰু বাগৰিল। দিন পুৰণি হ'ল। এখন এখনকৈ কেবাখনো ট্ৰাক তাৰ হাতলৈ আহিল। গ'ল। 'সিং অ'টোমবাইলৰ' ইমান বছৰৰ বিশ্বাসী ড্ৰাইভাৰ শ্বেৰপা হঠাতে এদিন অবিশ্বাসী হৈ পৰিল।

"চালা, চুটিয়া কাৰবাৰ।"

ট্ৰাকত বোজাই দি সি চাউল নিয়ে। চেনিৰ বস্তা কটিয়ায়। লোহা-লক্কৰ, চাহৰ বাকচৰ পৰ্ব্বত সমান ওখ পেটী, মৰাপাটৰ গাঁথ

কঢ়িয়াই গুৱাহাটীৰপৰা যোৰহাটলৈ নিয়ে। ডিগবৈত দিয়ে। তাত আপত্তি কৰিবলগীয়া তাৰ একো নাছিল। আপত্তি নাই। মিলিটাৰীৰ কেম্পলৈ ছাগলী আৰু ভেৰাৰ পাল, বেমাৰী বুঢ়া গৰুৰ জাক কঢ়িয়াবলৈও সি সিমান বেয়া নাপায়।

কিন্তু ?

ধেৎ চালা, সাৰা ছুনিয়াই অশ্লীল। খচ্চৰ। সব ঠাইতে কেৱল মাইকী, মাইকী আৰু মাইকী। মাইকী নহ'লে ছুনিয়াখন নচলে নেকি ? এই মাইকীবোৰ জানো কাৰোবাৰ পাৰ্বতী, কাৰোবাৰ মায়া নহয় ? মা-বহীনৰ ইজ্জৎ‥‥ ‥।

নাই, নাই। ইমান অধৰ্মত সি নামিব নোৱাৰে। এই পাপৰ পৰিণামত যদি মায়া‥‥‥। এই কাৰবাৰ সি কেতিয়াও কৰিব নোৱাৰে। জান গ'লেও নোৱাৰে। নকৰে। বেইমানী কাৰবাৰ। চুটীয়া ব্যৱসায়। মা-বহীনৰ ইজ্জৎ নষ্ট কৰা কাম‥‥‥। তাতকৈ সি লাকড়ী ফটাব।

সি চাকৰি এৰি দিছিল।

এদিন, ছুদিন। এমাহ, ছুমাহ ! তাৰ পিছত ?

আজিকালি তাৰ পেট এটা নহয়। একাধিক। এটা পেটক উপবাসে ৰাখিব পাৰিলেও আনটো পেটক নোৱাৰি।

কিন্তু উপায় ?

'সিং অ'টোমবাইল'ত চাকৰি নোহোৱা নহয়। আছে। ইচ্ছা কৰিলে সেইখন ফাৰ্মতে সি কিবা এটা কৰিব পাৰে। কিন্তু এবাৰ বিদায় লৈ অহাৰ পিছত আৰু যাব নোৱাৰি। হেজাৰ হওক—চৰম এটাওতো আছে। 'বেইমানী কাৰবাৰ চুটীয়া ব্যৱসায়' বুলি কৈ অহাৰ পিছত কোনটো নাকেৰে সি গৈ ক'ব ° মুঝে এক নৌকৰী দিজিয়ে সিংজী !

'লাকড়ী ফটাম' বুলি ক'ব পাৰি। কিন্তু ফটাম বুলি ক'লেই ফটাব নোৱাৰি। শেৰপায়ো নোৱাৰিলে।

এজন মানুহলৈ তাৰ মনত পৰিল। সেইজন মানুহে ইচ্ছা কৰিলে তাক এটা চাকৰি দিব পাৰে। গাড়ী চাৰ্ভিচিঙৰ কাৰণে মাজে মাজে সিং অ'টোমবাইললৈ অহা এজন মানুহে। বৰুৱা চাহেব।

নৌকৰী সি পাইছিল। বৰুৱা চাহাবে দিছিল। অৰণ্য সুন্দৰীৰ চকীদাৰ। মালী আৰু দাৰোৱানসকলৰ চৰ্দাৰ। তাৰ বেয়া নালাগিল। তাতকৈ বেছি টকাৰ তাৰ কি প্ৰয়োজন?

কিন্তু এয়া জানো নৌকৰী? তাৰ দৰে কৰ্মঠ মানুহ এজনৰ কাৰণে এয়া নৌকৰী নহয়। এয়া এলেহুৱাৰ চাকৰি। শুই-বহি খোৱা কানিয়া মানুহৰ নৌকৰী।

সি অসুখী হৈ পৰিল।

সেই সময়তে হায়াৰ কেম্ব্ৰিজ পৰীক্ষা দি বাপেকৰ ওচৰলৈ আহিছিল মায়াশ্ৰী। সুমায়া প্ৰথমতে মায়া হ'ল। তাৰপিছত মায়াশ্ৰী দেৱী।

মায়াশ্ৰীক দেখি বৰুৱাৰ দুচকু স্থিৰ হৈ ৰ'ল। মায়া পৃথিৱীৰ মানুহ নে সৰগৰ পৰী? মানুহ জানো ইমান ধুনীয়া।

শ্বেৰপাই চিনাকি কৰি দিছিল: মেৰে লেড়কী হুজুৰ।

"তোমাৰ ছোৱালী মানেই মোৰ ছোৱালী।"

পিতৃৰ মৰমেৰে পিঠিত থপৰিয়াই মৰম কৰিলে বৰুৱাই। এয়াৰ হোষ্টেজৰ চাকৰি কৰিব খোজা মায়াক অৰণ্য সুন্দৰীতে চাকৰি দিলে। স্বাগতীৰ চাকৰি।

শ্বেৰপাই হাঁহি হাঁহি কান্দি পেলালে। কৃতজ্ঞতাত দুভৰি চুই প্ৰণাম কৰিলে বৰুৱা চাহাবক। মায়াক দিয়া ধনৰ সংখ্যাটোৰ কাৰণে নহয়। আন এটা কাৰণত।

শ্বেৰপাই তাইক দূৰলৈ যাব দিব নোৱাৰে। হোষ্টেজৰ চাকৰি এটা ফাকি। তাৰ বুকুৰ মাজৰপৰা বহুত দূৰলৈ উৰা মৰাৰ চাতুৰি। তাই যদি নিতান্তই চাকৰি কৰিব খোজে, তেন্তে তাৰ চকুৰ আগত থাকি কৰক।

তাৰ ইচ্ছা: তাই আৰু পঢ়ক।

কিন্তু মায়াৰ যুক্তি ঃ তাই চাকৰি কৰিব। চকিদাৰী কৰি দেউতাকে অৰ্জা ধনেৰে কলেজত পখিলী হৈ উৰি ফুৰাৰ কোনো অৰ্থ নাই। সিহঁতৰ নিচিনা অৱস্থাৰ মানুহে তাতকৈ বেছি পঢ়াৰ কোনো যুক্তি থাকিব নোৱাৰে।

কিন্তু শেৰপা সন্তুষ্ট হ'ব নোৱাৰিলে। মনৰ মাজত এটা অজানিত সন্দেহ। সদায় এটা অহৈতুক শঙ্কা। জানোচা তাক এৰি মায়া ক'ৰবালৈ আঁতৰি যায়? পাৰ্‌ৱতী হেৰাইছে। মাহীমা'কজনী পলাইছে। আৰু মায়া?

অৰণ্য সুন্দৰীলৈ অহা মানুহবোৰে তাইলৈ যেনেদৰেহে চায়—তাৰ নিজৰে লাজ লাগি যায়। তেতিয়া তাৰ মায়ালৈহে বেছিকৈ খং উঠে। নজনা-নুশুনা মানুহবোৰৰ লগত তেনেদৰে তাই হাঁহিব লাগে কিয়? ইমান উলহ-মালহ দেখুওৱাৰ কি প্ৰয়োজন? চাকৰি কৰিছে বুলিয়েই হাঁহিব নে? আপোন মানুহৰ দৰে যে ব্যৱহাৰ কৰিব লাগিব, তাৰ কি যুক্তি আছে? গাভৰু ছোৱালীৰ মুখৰ হাঁহিয়ে যে বহুত কথা কৈ দিয়ে। মুখেৰে প্ৰকাশ কৰিব নোৱাৰা অন্তৰৰ বহুত গোপন কথা। নোকোৱা মনৰ কথা।

তাক দেখি পাৰ্‌ৱতীয়েও তেনেদৰে হাঁহিছিল। সেই হাঁহিত আসৈ পাই সি এদিন পাৰ্‌ৱতীৰ ওচৰলৈ গৈছিল। প্ৰথমে ভয় ভয়কৈ। তাৰ পিছত সদায়। নিৰ্ভয় হৈ। বুকু ভৰা আশ্বাস লৈ। বুকুত এবুকু মৰম; ভালপোৱা। আৰু হাতত এটোপোলা মিঠাই। স্নু'-পাউদাৰ।

"সব চালা বেইমান। লুৎসা। খচ্ছৰ।"

চহৰৰ মানুহবোৰ মানুহ নহয়। ভদ্ৰলোক 'বাবু' চাহাব'-বোৰ অভদ্ৰ। দুষমন। ক্ষুধাতুৰ বাঘ। ৰাজীৱ বৰুৱাই তাৰ প্ৰমাণ। সি আঁতৰি যাব। মানুহ বাঘবোৰৰ ওচৰৰপৰা দূৰলৈ। জীয়া বাঘ-ভালুকৰ মাজলৈ; হাবি-জঙ্গললৈ। য'ত সঁচা বাঘে গোঁজৰে; জীয়া ভালুক ঘূৰি ফুৰে; সেই অৰণ্যলৈ?

বৰুৱা চাহাবক সি এদিন কথাটো কৈছিল ঃ চহৰত চাকৰি কৰিবলৈ

তাৰ মন নাই। মায়াই চাকৰি কৰক—সেইটো তাৰ ইচ্ছা নহয়।

বন্ধুৱাই আপত্তি কৰা নাছিল।

সি চাকৰি ইস্তাফা দিলে। ইস্তাফা দিলে মায়াই। শ্বেৰপাৰ নির্দেশ। দেউতাকৰ আদেশ।

আৰু সেইজন বন্ধুৱা চাহাবেই তাৰ অনুৰোধত তাক এটা চাকৰি দিছিল ফৰেষ্ট গার্ডৰ চাকৰি।

তাৰপিছৰপৰা সি বস্তি-বঙলাৰ ওচৰৰ বস্তিত আছেহি। লগত মায়া। মায়াৰ লগত এটা ড্ৰাই-বেটাৰী ৰেডিঅ' আৰু এজাপ শকত শকত কিতাপ।

বস্তি-বঙলাৰ ওচৰৰ বস্তি। ইয়াত সঁচা বাঘ আছে। কিন্তু মানুহ বাঘ নাই। চাৰিওফালে ডাঠ হাবি। কেতিয়াবা কেতিয়াবা পাহাৰৰপৰা বনৰীয়া হাতীৰ জাক নামে। বস্তিৰ মানুহৰ ঘৰ ভাঙে। জুই দেখিলে পলায়। কিন্তু চহৰৰ মানুহৰ দৰে মিঠা মিঠা কথা কৈ প্ৰলোভন দেখুৱাই কোনোবা এজনক লগত লৈ নাযায়। হাতীয়ে ভঙা ঘৰ সাজিব পাৰি। পাতিব পাৰি। কিন্তু মানুহে ভঙা ঘৰ নকৈ সাজিব নোৱাৰি। পতা নেযায়।

ইয়াতকৈ বেছি সুখ, বেছি শান্তি সি কোনো দিনেই বিচৰা নাছিল। নালাগে। সি বেছ সুখত আছে। শান্তিত দিন কটাইছে। বস্তিৰ মানুহবোৰে তাক সন্মান কৰে। মায়াৰ চকুলৈ চাই কথা ক'বলৈ সাহস নকৰে। অৱশ্যে কেইদিনমানলৈ মায়াই অলপ অস্বস্তি বোধ কৰিছিল। তাইৰ মন বহা নাছিল। এতিয়া তাইৰো মন বহিছে। ভাল পাইছে।

দেৱানগিৰিৰ নামনিৰ এইখন বস্তিলৈ চহৰৰ কোনো মানুহ নাহে। মাজে সময়ে কেতিয়াবা কেতিয়াবা আহে বন্ধুৱা। কাঠৰ মহল লোৱা কুপ হ'ল্ডাৰ বন্ধুৱাই সিহঁতৰ খবৰ লয়। আহোঁতে চহৰৰপৰা লৈ আহে এটা ৰেডিঅ' বেটাৰী আৰু এজাপ কিতাপ। মায়াক দি যায়। মায়াৰ অনুৰোধ এৰাব নোৱাৰিলে কেতিয়াবা একাপ চাহ খায়।

'বকুৱা চাহাব' মানুহ নহয়। দেৱতা!

জীৱন-কাহিনী কৈ শ্বেৰপা বৈ যায়। জীৱনৰ এৰি অহা দিনবোৰলৈ মনত পেলাই তলমূৰকৈ ৰয়। ৰান্ধনী ঘৰৰপৰা মায়াই চিঞৰে: ককাইদেউ, ভাত চেঁচা হ'ল……

সেইজন শ্বেৰপাই মায়াক অকলে এৰি থৈ শেষনিশা বঙলালৈ গৈছিল। বঙলাৰপৰা উলিয়াই আনি মৃত্যু-মুখৰপৰা মোক ৰক্ষা কৰিছিল। হাবি-বননিৰ মাজে মাজে দৌৰি আহি শ্বেৰপাৰ চোতাল পায়েই মই অজ্ঞান হৈ পৰি গৈছিলোঁ।

কিন্তু চিৰদিনলৈ মোৰ জ্ঞান হেৰোৱা নাছিল। কেইঘণ্টামান পিছত আকৌ জ্ঞান আহিছিল। মই সজ্ঞান হৈ পৰিছিলোঁ।

কিন্তু জ্ঞান ফিৰাই নোপোৱা হ'লেই ভাল আছিল। ভাল পালোহেঁতেন।

ৰাতিপুৱাৰ কেঁচা বেলিৰ পোহৰত পৃথিৱী তেতিয়া সমুজ্জ্বল।

জ্ঞান পাই মই শ্বেৰপাক বিচাৰিছিলোঁ।

কিন্তু তেতিয়ালৈকে শ্বেৰপা ফিৰি অহা নাছিল। তাক বিচাৰি হাবিলৈ গৈছিল বস্তিৰ এজাক মানুহ। সেই মানুহবোৰ তেতিয়াও ফিৰি অহা নাই। মই স্থিৰেৰে ৰ'ব নোৱাৰিলোঁ।

মায়াই বাধা দিছিল। মই ক্লান্ত, দুৰ্বল। শ্বেৰপাক বিচাৰি যোৱা মানুহবোৰ উভতি আহিবৰ হৈছে। মানুহজাকৰ সৈতে দেউতাক উভতি আহিব। চিন্তা কৰিবলগীয়া একো নাই। দেউতাকৰ কাৰণে চিনাকি ঠাই। চিনাকি বাট-ঘাট। আহিব।

মায়াই আশ্বাস দিছিল। কিন্তু সেই আশ্বাসে মোক শান্ত কৰিব নোৱাৰিলে। চিন্তা কৰিবলগীয়া যদি নায়েই, তেন্তে তাক বিচাৰি মানুহ পঠিয়াবলগীয়া হ'ল কিয়?

কিবা এটা আশঙ্কাত মনটো উচ্‌পিচাই উঠিল। শ্বেৰপাক বিচাৰি যাবলৈ মই শোৱাৰপৰা উঠি বহিলোঁ। মায়াৰ হকা-বধাই মোক ক্ষান্ত

ক'ৰিব নোৱাৰিলে। মোৰ অলৰ-অচৰ সিদ্ধান্তত নিৰুপায় হৈ লগত ওলাল মায়া আৰু বস্তিৰ কেইজনমান ডেকা।

বস্তিৰপৰা বঙলাটোলৈ যোৱা বাটেৰে নগৈ আমি পথাৰৰ মাজেৰে আগবাঢ়িলোঁ। পকাধাননিৰ মাজৰ সৰু সৰু আলি। খোজ পিছলি পিছলি পৰে। নিয়ৰত সেমেকা পথাৰ।

আমাৰ দৃষ্টিয়ে শ্বেৰপাক বিচাৰি যোৱা মানুহজাকক বিচাৰিছে। কিন্তু চকুত নপৰিল।

সন্মুখত এটা সৰু টিলা। টিলাটোৰ কাষেৰে কেঁকুৰি এটাৰ দৰে ভাজ লৈ বস্তিৰপৰা বঙলালৈ যোৱা বাটটো আগবাঢ়িছে। আমি সেই বাটটোৰে নগৈ পথাৰৰ মাজেৰে পোনাইছোঁ।

"দিদি!"

থমকি ৰৈ উভতি চালোঁ। এজাক মানুহ। টিলাটোৰ আনফালৰপৰা আগবাঢ়ি আহিছে।

"বাপুৰ্জী ক্যাহা?

মায়াৰ প্ৰশ্নত মানুহজাক অপ্ৰস্তুত হৈ পৰিল। ইজনে সিজনৰ মুখলৈ চালে। অৰ্থঃ কোনে উত্তৰ দিব?

সিহঁতৰ প্ৰত্যেকৰ চকুৱে যেন কৈছিলঃ তোক সুধিছে। তই ক'।

কিছু সময়ৰ নিস্তব্ধতা।

তাৰ পিছত জুমটোৰ মাজৰপৰা অলপ আগবাঢ়ি আহিল এজন শাথলু ডেকা। মুখত বসন্তৰ দাগ। বগা মুখখনত ক'লা ক'লা দাগবোৰ বৰ কুশ্ৰী জিলিকি উঠিছিল। ডেকাজনে বোধহয় মোক দেখি সহজ হ'ব পৰা নাছিল। হিন্দী আৰু গোৰ্খালী সুৰেৰে অসমীয়াতে ক'লেঃ

সিহঁতে শ্বেৰপাক বিচাৰিছে। কিন্তু পোৱা নাই। বঙলাটো হাতীয়ে ভাঙি পেলাইছে। ভাঙি পৰা ঘৰটোৰ চাল-বেৰবোৰ আঁতৰাব নোৱাৰিলে...।

ডেকাজন ৰৈ গ'ল। শেষকৈ ক'ব নোৱাৰিলে।

আন এজনে বুজাব খুজিছিল ঃ চৰকাৰী ঘৰ। চৰকাৰৰ হুকুম নোহোৱাকৈ চাল-বেৰবোৰ আঁতৰাই শ্বেৰপাক উলিয়াই অনাটো অন্যায়। শ্বেৰপা জীয়াই থকা নাই। মৰিছে। হাতীয়ে গছকি মাৰিছে। নতুবা ভাঙি পৰা ঘৰটোয়ে হেঁচি ধৰি মৃত্যু ঘটাইছে শ্বেৰপাৰ।

সিহঁতৰ ধাৰণা ঃ মই চৰকাৰৰ মানুহ। মোৰ হুকুম লৈ চাল-বেৰবোৰ আঁতৰাই শ্বেৰপাৰ মৃতদেহ উদ্ধাৰ কৰিব।

মানুহজনৰ কথাত কোনো গুৰুত্ব নিদি মই আগবাঢ়িলোঁ। কাৰণ ঃ সিহঁতৰ সন্দেহ অমূলক। শ্বেৰপা কেতিয়াও বঙলালৈ উভতি যোৱা নাই। বঙলাটো যদি ভাঙিছে, তেন্তে সেয়া বহুত পিছত। তাৰ বহু আগতেই বঙলাটো এৰি আমি আঁতৰি আহিছিলোঁ।

মই আগবাঢ়িছোঁ।

মায়াই মোক অনুসৰণ কৰিছে। মানুহজাকো আমাৰ পিছে পিছে আগবাঢ়ি আহিল। কিন্তু আটাইবোৰ নিস্তব্ধ-নিমাত।

কিন্তু মায়াৰ এয়া কি হ'ল? আকাশলৈ চাই চাই হঠাতে আগলৈ দৌৰিছে কিয়? মোক চেৰাই আগবাঢ়ি যোৱা মায়াই আমাৰ উপস্থিতিৰ কথা যেন পাহৰি গ'ল।

আকাশলৈ চালোঁ। এজাক শগুণ।

টিলাটোৰপৰা এফাৰ্লংমান আগুৱাই যোৱাৰ পিছত চকুত পৰিল—মহতিয়াই পেলোৱা এডৰা ধাননি। ওচৰতে কেইজোপামান গছ আৰু বিৰিণা বনৰ এডৰা হাবি। সৰু। হাবিডৰাৰ কাষতে মজলীয়া ধৰণৰ বেৰ এখনৰ দৰে থিয় হৈ আছে কেইটামান শিল। শিলৰ ওচৰৰ গছ-বনবোৰত হাতীয়ে মহতিওৱাৰ চিন সুস্পষ্ট। গছৰ ডাল-পাতবোৰ ভঙা-ছিঙা। বিধ্বস্ত।

ঠাইডোখৰ চিনাকি চিনাকি লাগিল।

মোৰ ভুল হোৱা নাছিল। মাত্ৰ কেইঘণ্টামান আগতে ৰাতিৰ এন্ধাৰত আমি এইখিনি ঠাইতে থিয় হৈছিলোঁ। সৌ শিলটোৰ খহটা গা'ত মই আঁউজিছিলোঁ। শ্বেৰপাই টৰ্চ জ্বলাই মোক হাতীৰ জাকটো দেখুৱাইছিল।

কিন্তু এয়া হাতীৰ জাক পাৰ হৈ যোৱাৰ চিন নহয়। এটাতকৈ বেছি হাতীয়ে এইবোৰ মহতিওৱা নাই। কিন্তু হাতীৰ জাকটোত এটা হাতী নাছিল। হাতীৰ সংখ্যা আছিল বহুত।

পাগলীৰ দৰে দৌৰি যোৱা মায়াই আমাক পিছ পেলাই ভালেখিনি আগবাঢ়ি গ'ল। তাৰ পিছত হঠাতে এঠাইত বহি পৰিল।

মই উদ্‌গ্ৰীব হৈ পৰিলোঁ। মায়াৰ কি হ'ল? তেনেদৰে বহি পৰাৰ কাৰণ কি?

ক্ষিপ্ৰ পদক্ষেপবোৰৰ গতি বঢ়াই প্ৰায় দৌৰি যোৱাৰ দৰেই মায়াৰ ওচৰলৈ আগবাঢ়ি গলোঁ।

তাৰ পিছত?

সেয়া অবৰ্ণনীয়।

মোৰ বিশ্বাস হোৱা নাছিল। চকুৰে ধোৱা-কোঁৱা দেখিলোঁ। ওচৰতে পৰি থকা চুটকেচটো যেন মোৰ নহয়। সৌবোৰ বোধহয় ফাকুগুৰি। সেই ঠাইতে কোনোবাই ফাকু খেলিছিল?

কিন্তু এই ৰক্তাক্ত দেহটো কাৰ? চিনিব নোৱাৰাকৈ থেতেলি পেলোৱা মূৰৰ লাওখোলা? চকু-মুখ। নাড়ী-ভুঁৰি উলিয়াই ছিৰাছিৰ কৰি পেলোৱা এটা নৰ-দেহ। তুমৰলি।

মায়াই সাৱটি ধৰা এইটো নৰ-দেহ নে কোনোবাই গছকি-ফেনেকি ৰঙা ৰং সানি থৈ যোৱা মাটিৰ পুতলা?

অজ্ঞাতেই মই চিঞৰি উঠিলোঁঃ শ্বেৰপা।

॥ ছয় ॥

শ্বেৰপাৰ মৃত্যুৰ কাৰণে প্ৰকৃততে দায়ী এজন। কিন্তু তিনিজন মানুহৰ প্ৰত্যেকেই ভাবিছিল: তেওঁ নিজেহে দায়ী।

সেই তিনিজনৰ দুজনে অনুতপ্ত হৈ নিজকে দোষী বুলি প্ৰকাশ কৰিছিল। প্ৰকাশ কৰা নাছিল মাত্ৰ এজনে। আৰু যিজনে স্বীকাৰ কৰা নাছিল, সেইজনেই আছিল প্ৰকৃত দোষী।

বৰুৱা চাহাবক খবৰ দিয়াৰ প্ৰয়োজন নহ'ল। কাৰোবাৰ মুখত খবৰ পাই নিজেই উপস্থিত হ'লহি। ঘটনাৰ আঁতিগুৰি শুনি মায়াক সান্ত্বনা দিছিল।

"মই জানিছিলোঁ মায়া, এনে এটা অঘন ঘটিব। এই দুৰ্ঘটনাৰ বাবে ময়েই দায়ী। মোৰ দোষ অক্ষমনীয়।"

মই আচৰিত হৈ বৰুৱাৰ চকুলৈ চাইছিলোঁ। আচৰিত হৈ চাইছিল মায়াই। আৰু আচৰিত হৈ চাইছিল আমাক বেঢ়ি বহি থকা মানুহজাকে। প্ৰত্যেকৰে চকুত বিস্ময়। এটা প্ৰশ্নবোধক দৃষ্টি। সেই প্ৰশ্নৰ অৰ্থ: তুমি আকৌ কেনেকৈ দায়ী হ'লা?

"কেনেকৈ মই দোষী, তোমালোকে হয়তো নাজানা।"

মায়াই মূৰ জোকাৰিছিল। অৰ্থাৎ নাজানে।

"জীৱনত বহুতো হাতীৰ জাক দেখিছোঁ। জাক খেদি বহুতো হাতী ধৰিছোঁ। কিন্তু এনে বিসদৃশ ঘটনা কোনো দিনে ঘটা নাই। পাহাৰৰপৰা নামি অহা হাতী চিকাৰীক দেখি পাহাৰলৈ পলায়। চিকাৰীয়ে খেদিলে গভীৰ অৰণ্যলৈ যায়। কিন্তু এইজাক হাতী বস্তিমুখী হৈ ভৈয়ামলৈহে আগবাঢ়িছিল। সিহঁতক আগভেটা দি পাহাৰমুখী কৰিবলৈ সুবিধা

নাছিল। বস্তিৰ পিনে পলাই অহা হাতীৰ জাকটো যেদি আমি হাতী ধৰিছিলোঁ। তুটা। তুয়োটায়ে পোৱালি হাতী। পোৱালি তুটা ধৰা ঠাইৰপৰা বস্তিলৈ বেছিদূৰ নাছিল।

পোৱালি হেৰুওৱা হাতীবোৰ সাধাৰণতে বৰ তুৰ্দান্ত হৈ উঠে। মানুহ নতুবা চিকাৰীলৈ ভয় নকৰা হয়। পোৱালি হেৰুওৱা গাখীৰতী মা'কবোৰ আৰু বেছি হিংস্ৰ হৈ পৰে। সেই কাৰণে ভাবিছিলোঁ: সন্ধিয়াৰ আগে আগে বস্তিলৈ খবৰ পঠিয়াম। চঁক্ খোৱা হাতীবোৰ বস্তিমুখী হৈ আহিছে। কিন্তু খবৰ পঠিওৱা নহ'ল। ইমান বছৰৰ অনভ্যাসৰ ফলত মানুহ আৰু কুন্‌কী আটাইবোৰ ক্লান্ত হৈ পৰিছিল। আৰু ভাবিছিলোঁ: খবৰ নপঠিয়ালেও কোনো বিপদ নহয়। কাৰণ হাবিৰ ওচৰত, পাহাৰৰ নামনিত বাস কৰা মানুহবোৰ সাধাৰণতে যথেষ্ট সাৱধানী।

"সেইটোয়ে মোৰ ভুল হ'ল। মোৰ ভুলৰ কাৰণেই শেষৰপাক আমি হেৰুৱালোঁ।"

কিন্তু মায়াৰ ধাৰণা: দেউতাকৰ মৃত্যুৰ কাৰণে বৰুৱা নতুবা আন কোনো দায়ী নহয়। দায়ী তাই।

"নহয় বৰদেউতা, আপোনালোকৰ কোনো দোষ নাই। দোষী মই। মোৰ কাৰণেই দেউতাই চহৰ এৰি হাবি পাইছিলহি। দেউতাই ভাবিছিল, মই কিজানি ভুল কৰিম। চহৰৰ কোনোবা শিক্ষিত মানুহৰ প্ৰলোভনত ভাল-বেয়া বিচাৰ কৰাৰ ক্ষমতা হেৰুৱাই পেলাম।

দেউতাক মই বুজিছিলোঁ। বুজি পাইছিলোঁ তেখেতৰ মনোভাৱ। সেই কাৰণে মই অভিনয় কৰি গলোঁ। চহৰৰ জীৱনতকৈ যেন বস্তিৰ জীৱন বহুত ভাল। চহৰৰ জাক-জমকতাতকৈ বস্তিৰ এই শান্ত পৰিৱেশ বহুত শ্ৰেয়ঃ। কিন্তু কেতিয়াবা কেতিয়াবা মোৰ অসহ্য লাগে। অধৈৰ্য্য হৈ পৰোঁ। ধৈৰ্য্যৰ বান্ধ সুলকি যাব খোজে। দেউতাক যেন কম: আৰু নহয় দেউতা, মই মৰি যাম। এই বন্য জীৱন মোৰ কাৰণে অসহনীয়।

কিন্তু ক'ব নোৱাৰিলোঁ। দেউতাক সুখী কৰিবলৈ গৈ মই হৈ পৰিলোঁ পিতৃহাৰা।……'

মায়াই ধৈৰ্য্য ধৰিব নোৱাৰিলে। হুকুহুককৈ কান্দি উঠিল।

"নাকান্দিবি মায়া! দেউতাৰা নাই; কিন্তু মই আছোঁ। প্ৰাঞ্জল আছে। প্ৰাঞ্জলক তই……।"

বৰুৱাই শেষকৈ ক'ব নোৱাৰিলে। তাৰ আগতেই ক্ৰন্দন-জড়িত কণ্ঠেৰে "বৰ দেউতা" বুলি চিঞৰি বৰুৱা চাহাবৰ দুভৰিত সাৱটি ধৰি মায়াই ফেকুৰি উঠিল।

মোৰ চকু দুটা সেমেকিছিল। বৰুৱাই চকুপানী লুকুৱাবলৈ মুখ ঘূৰাই মায়াক দুবাহুত ধৰি দাঙি দিলে। পিতৃৰ মৰমেৰে তাই শান্ত কৰিবলৈ যত্ন কৰি দূৰৰ আকাশখনলৈ একেথিৰে চাই ৰ'ল।

ভাষাহীন নিৰ্বাক কেইটামান মুহূৰ্ত। মায়াৰ উচুপনিৰ শব্দৰ বাহিৰে কাৰো মুখত মাত নাই। ফেকুৰি ফেকুৰি মায়া বোধহয় ক্লান্ত হৈ পৰিছিল। উচুপনিত কঁপি উঠা গাভৰু দেহ এটা লাহে লাহে সুস্থিৰ হৈ আহিল।

"জানে বৰদেউতা, মোৰ অকণমান ভুলৰ কাৰণেই দেউতাই অভিমান কৰি আঁতৰি গ'ল। ককাইদেউক বঙলাত থৈ আহি দেউতা শুব পৰা নাছিল। বিপদৰ আশঙ্কাত উজাগৰে বহি ৰ'ল। বঙলালৈ গৈ ককাইদেউৰ ওচৰত বহি থকাৰ কথাও এবাৰ কৈছিল। কিন্তু মোক অকলে এৰি যাবলৈ ভাল নাপালে।

দেউতাৰ সন্দেহেই সঁচা হ'ল। সঁচাকৈয়ে বিপদ আহিল। ঘৰৰ ওচৰত কলগছ ভঙাৰ শব্দ শুনি দেউতাই খুজিছিল: সেয়া হাতী। হাতী ইয়ালৈ কোনো দিনে নাহে। কিন্তু যোৱা কালি আহিছিল। দেউতাই চিঞৰ-বাখৰ কৰি বস্তিৰ মানুহবোৰক জগাই দিলে। খালী টিনৰ শব্দ শুনি বস্তিৰ মানুহবোৰ শোৱাৰপৰা উঠি বাহিৰলৈ ওলাল। হাতত জ্বলন্ত জুই।

জুই দেখি হাতীৰ জাকটো আঁতৰি গ'ল। কিন্তু দেউতা অস্থিৰ হৈ

পৰিল। হাতীৰ জাকটো যদি বঙলালৈ যায়? বঙলাটো ভাঙি পেলায়?

"মই বঙলালৈ যাওঁ মায়া!" বুলি কৈ ধুমুহাৰ বেগেৰে দেউতা আঁতৰি গ'ল। পিছৰপৰা মই চিঞৰিছিলোঁ। বোধহয় মোৰ চিঞৰ দেউতাৰ কাণত নপৰিল। কেইজনমান মানুহ লগত লৈ যোৱাৰ কথা ক'বলৈ মই পাহৰি গলোঁ। সেইখিনিতে মোৰ ভুল হ'ল। পিছৰপৰা নমতা হ'লে হয়তো দেউতাক মই হেৰুৱাব লগা নহ'লহেঁতেন।"

মিছা, মিছা। তোমালোক কোনো দোষী নহয়। তোমাৰ অন্ধ বিশ্বাস মিছা মায়া! শ্বেৰপাৰ মৃত্যুৰ কাৰণে দায়ী মই। দায়ী মোৰ আঁকোৰ-গোজ মনোভাৱ আৰু সন্দেহ। তুমি নাজানা মায়া, তোমাক কেন্দ্ৰ কৰি মই কিমান নীচ কথা ভাবিছিলোঁ। তোমালোকৰ কথা মুগুনি বঙলাত থাকিবলৈ নোযোৱা হ'লেই এইখন নহয়। তাতকৈ মোৰ ডাঙৰ দোষ: মোৰ সন্দেহ। শিক্ষাৰ অহমিকা।

শ্বেৰপাক সন্দেহ কৰি মই বৈ নিদিয়াহেঁতেন এই দুৰ্ঘটনা হ'বলৈ নাপায়। মোৰ সন্দেহেই শ্বেৰপাৰ কাল হ'ল। আমি যি ঠাইত বৈ দিছিলোঁ, সেই শিলটোৰ ওচৰতে থিয় হৈ আছিল এটা হাতী। এন্ধাৰত আমি মনিব পৰা নাছিলোঁ। বৈ নিদিয়া হ'লেই নিৰাপদে আহি বস্তি পালোহেঁতেন। কিন্তু বৈ যোৱা সময়খিনিত হাতীটো আগবাঢ়ি আহি শ্বেৰপাক মেখিয়াই ধৰিছিল। শ্বেৰপাই মোক পলাবলৈ কৈ নিজে মৃত্যুক সাৱটি ল'লে। তেতিয়া অৱশ্যে বুজা নাছিলোঁ—শ্বেৰপা আক্ৰান্ত। বুজি পোৱা হ'লেও শ্বেৰপাক মই ৰক্ষা কৰিব নোৱাৰিলোহেঁতেন। হয়তো শেষ হৈ গ'লহেঁতেন মোৰ এই নিৰ্লজ্জ জীৱন।

মই চিঞৰি চিঞৰি ক'ম বুলি ভাবিছিলোঁ। কিন্তু ক'ব নোৱাৰিলোঁ। কিবা এটা দুৰ্বলতাই মোক ভীতু কৰি তুলিছিল। মই কাপুৰুষৰ দৰে সঁচা কোৱাৰ সাহসখিনি হেৰুৱাই পেলালোঁ।

সময় আগবাঢ়িল।

এটা সেমেকা গহীন পৰিৱেশ। মানুহবোৰৰ হুমুনিয়াহ আৰু মায়াৰ ফেকুৰণিয়ে সেই পৰিৱেশটো আৰু বেছি গহীন কৰি তুলিছে। মই যেন বোবা হৈ পৰিছোঁ। কথা ক'বলৈ পাহৰি গৈছোঁ।

কিন্তু হঠাতে মায়াৰ এয়া কি হ'ল? অকস্মাতে তাই মোক জোকাৰি দিলে। বলিয়াৰ দৰে সাবটি ধৰি চিঞৰি উঠিল: তুমি কথা নোকোৱা কিয় ককাইদেউ? তুমি কথা কোৱা।

মই অপ্ৰস্তুত হৈ পৰিলোঁ।

মায়া তেন্তে বলিয়া হৈ যাব নেকি? তাই পাগলী হৈ গ'ল?

'তুমি কথা কোৱা।'

মই 'আপুনি' আছিলোঁ। হঠাতে 'তুমি' হৈ পৰিলোঁ। মই যেন তাইৰ সঁচাকৈয়ে আপোন ককায়েক। অগ্ৰজ, সহোদৰ।

কিন্তু তইতো নাজান মায়া: অতি আপোন বুলি ভবা ময়েই তোৰ সৰ্বনাশ কৰিছোঁ। সৰ্বনাশৰ মূল। ময়েই তোৰ ছিন্নমূল জীৱনৰ সৃষ্টিকৰ্তা।......

তাৰ ভালেমান পিছত।

শ্ৰান্তা, ক্লান্তা মায়া তেতিয়া অৱশ হৈ পৰিছে।

বৰুৱাই মোক অকলশৰীয়াকৈ মাতি নি কৈছিল: মায়া বৰ অকলশৰীয়া প্ৰাঞ্জল। পৃথিৱীত তাইৰ আৰু কোনো নাই। তাইক ইয়াত অকলে এৰি যাব নোৱাৰি। আমিয়েই তাইৰ দায়িত্ব ল'ব লাগিব।

বৰুৱা অলপ ৰ'ল। কিবা এটা ভাবি আকৌ কৈ গ'ল।

"কেম্পলৈ তুমি আৰু যাব নালাগে। তাইক এনে অৱস্থাত অকলে এৰি যাবলৈ মোৰ বেয়া লাগিছে। কিন্তু মই যাবই লাগিব।"

বৰুৱা আকৌ ৰ'ল। কথাবোৰ ক'বলৈ যেন বৰ ভাল পোৱা নাই। কিন্তু মোক যে কিবা এটা ক'ব খুজিছে, সেই কথা সুস্পষ্ট।

"মই কি কৰিম চাৰ?"

'এৰা, সেইটোকে ভাবিছোঁ। এই টকাখিনি ৰাখা। তাইৰ দেউতাকৰ শৰাধৰ কাৰণে প্ৰয়োজন হ'ব। যদি দেউতাকৰ···মানে শ্ৰাদ্ধ-পিণ্ড শেষ নোহোৱাকৈ তাই যাব নোখোজে, তেন্তে কিছুদিন তুমি ইয়াত থাকিব লাগিব। শৰাধৰ পিছত মায়াক মোৰ ঘৰলৈ লৈ যাবা। তাইক মই কৈ যাম।—কোৱা, পাৰিবা?"

"মায়াৰ প্ৰতি মোৰো এটা দায়িত্ব আছে চাৰ!" কলোঁ।

"সেই বিষয়ে মোতকৈ তুমিহে বেছি বুজিবা। মোৰ দায়িত্ব—কাৰণ মই এদিন শ্বেৰপাক কৈছিলোঁ।......।"

শ্বেৰপাক কি কৈছিল বৰুৱাই নক'লে। মৌন হৈ ৰ'ল।.....

মায়া!

সৰল বিশ্বাসী এজনী অসহায়া গাভৰু।

মই তাইৰ ওচৰত যেন হীন হৈ পৰিছোঁ। লঘু হৈ গৈছোঁ। প্ৰত্যেক মুহূৰ্ত্ততে অনুভৱ কৰিছোঁ, এটা অপৰাধী অপৰাধী ভাব। আজি তাইৰ এই দুৰ্ভাগ্যৰ কাৰণে দায়ী কোন? মই নহয় নে? মোৰ কাৰণে তাইৰ যি ক্ষতি হ'ল, যি সম্পদ তাই হেৰুৱালে, সেই ক্ষতি জানো মই পূৰাব পাৰিম? সেই সম্পদ ওভোতাই দিয়াৰ সামৰ্থ জানো মোৰ আছে?

মোৰ কাৰণে আত্মবলিদান দিবলৈ শ্বেৰপাৰ কি প্ৰয়োজন আছিল? মই তাৰ কোন?

এটা সহজাত মানৱতা।

এজন অশিক্ষিত মানুহৰ মানৱতাৰ ওচৰত মোৰ জ্ঞান-বুদ্ধিক হেয় কৰি মায়াক মই ইয়াত এৰি যাব নোৱাৰোঁ।

কিন্তু মই তাইক ক'লৈ লৈ যাম? ক'ত ৰাখিম?

বৰুৱা চাহাবৰ ঘৰত তাইক থ'ব পাৰোঁ। কিন্তু বিবেকক মই কি বুলি কৈফিয়ৎ দিম? অন্তৰৰ সঁচা মানুহজনক কি বুলি ফাকি দিম?

এজনী আবিয়ৈ ৰূপহী গাভৰু আৰু এজন অবিবাহিত ডেকা।

মানুহৰ চকুত বিষাক্ত দৃষ্টি।

বহুতে বহুত কথা ক'ব। আৰু? এবা, মা-দেউতা? দেউতাৰ বংশমৰ্য্যাদা আৰু সমাজ? সমাজে জানো মোক বুজিব? উপলব্ধি কৰিব, মই সঁচা। মোৰ বিচাৰ সত্য?

তাইৰ জীৱনৰ দায়িত্ব লোৱাৰ সহায় জানো মোৰ আছে?

"ককাইদেউ!"

"হুঁ।"

"মই ক'লৈ যাম? ক'ত থাকিম? মোৰ যে কোনো নাই ককাইদেউ!"

"কিন্তু মই আছোঁ মায়া।"

"ক-কাই-দেউ।"

হঠাতে মোৰ মুখেৰে ওলাই যোৱা কথাষাৰত তাই ফেকুৰি উঠিল। মোৰ হাত দুখন খামোচ মাৰি ধৰি তাইৰ দুয়োখন গালত হেঁচি ধৰিলে। পৰম বিশ্বাস আৰু নিৰ্ভৰযোগ্য আশ্ৰয়ৰ আশ্বাসত তাই যেন কৃতজ্ঞ হৈ পৰিল।

"দেউতা নাই; কিন্তু ককাইদেউ আছে।" এনে এটা বিশ্বাসত তাই ভালেখিনি শান্ত হৈ পৰিল। মই বেয়া পাম বুলি দেউতাকৰ কেঁচা শোকটো পাহৰি যাবলৈ যত্ন কৰা মায়াক দেখিলেই বুকুখন মোৰ চিৰিংকৈ উঠে। মৌন-প্ৰশ্নেৰে নিজকে সোধোঁ: তই জানো পাৰিবি প্ৰাঞ্জল? তাইৰ গভীৰ বিশ্বাস আৰু আস্থাৰ মূল্য দিয়াৰ সাহস জানো তোৰ আছে?

"মই আৰু নাকান্দো ককাইদেউ। মই কান্দিলে তুমি বেয়া পোৱা।"

"উঁ"।

চমুকৈ উত্তৰ দিওঁ।

যেন এজনী সৰু ছোৱালী। খেলি থকা বেলুনটো ফাটি যোৱাৰ দুখত কান্দি থকা সৰু ছোৱালী এজনীয়ে নতুন বেলুন এটা পোৱাৰ আশ্বাসত কান্দোন বন্ধ কৰিবলৈ যত্ন কৰিছে।

কিন্তু হায়! অবুজ ছোৱালী। তইতো বুজা নাই, মোৰ অন্তৰত কিমান দ্বন্দ্ব। কিমান সংঘাত। আমাৰ সমাজখন কিমান স্বাৰ্থপৰ! মা-দেউতাহঁত কিমান ভীতু!

বৰুৱাই সুধি পঠিয়াইছিল: তেখেত অহাৰ প্ৰয়োজন হ'ব নেকি? মই অকলে পাৰিম জানো? মোৰ কিবা অসুবিধা হৈছে নেকি?.

উত্তৰ দি পঠিয়াইছিলোঁ: তেখেত আহিলে মায়াই ভাল পাব। কিন্তু নিতান্ত আহিবলৈ অসুবিধা হ'লে মই অকলেই চম্ভালিব পাৰিম। মোৰ কোনো অসুবিধা হোৱা নাই।

বৰুৱা নাহিল।

শৰাধৰ সকলো খৰচ মায়াই বহন কৰিলে। বৰুৱাই দিয়া টকাখিনিৰ এপইচাও খৰচ নহ'ল। গাঁথিৰ ধন সাঁচি ৰাখি আনৰ ধনেৰে মুখৰ ছাই গুচালে হেনো মৃতকৰ আত্মাই শান্তি নাপায়।

তাইৰ সেই যুক্তিৰ পিছত তৰ্ক অপ্ৰয়োজনীয়।

নিৰ্ধাৰিত দিনত শৰাধৰ সকলো কাম শেষ হ'ল। ভোজ-ভাতৰ দুদিন পিছত গুৱাহাটী পালোঁহি। লগত মায়া। বস্তিৰ মানুহখিনিৰ ওচৰত বিদায় লৈ মায়াই ফেকুৰি উঠিল।

"এনেদৰে অকলে উভতি যোৱাৰ কথা মইতো কোনো দিনেই ভবা নাছিলোঁ। তুমি ভয় কৰি এৰি অহা সেই চহৰলৈকে মই আকৌ উভতি যাবলৈ ওলাইছোঁ দেউতা!"

'নাকান্দিবি' বুলি সান্ত্বনা দিয়াৰ কোনো অৰ্থ নাই। সান্ত্বনাই কান্দোন বন্ধ নকৰে। বেছিকৈহে কন্দুৱায়। তাই কান্দক। চকুৰ পানীয়ে অন্তৰৰ শোক ধুই মচি নিয়ে।

"আমি ক'লৈ যাম ককাইদেউ?" গুৱাহাটী পাই মায়াই সুধিছিল।

এৰা। আমি ক'লৈ যাম?

মায়াৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ পৰিবৰ্তে ওভোতাই যেন মইহে মায়াক প্ৰশ্ন কৰিম: আমি ক'লৈ যাম মায়া?

আমাৰ গতি সলনি হ'ল। মুকুলিকামুখী গতি সলনি কৰি বাচ-ষ্টেণ্ডলৈ আগবাঢ়িলোঁ। বাচ নাপালেও ট্ৰেন পাম নিশ্চয়।

মই কথা ক'ব পৰা নাছিলোঁ। মাজে মাজে দুটা-এটা কথা সুধিছিল মায়াই। প্ৰশ্ন কৰিছিল। সেই প্ৰশ্নৰ উত্তৰ দিয়াৰ বাহিৰে আন কথা মই কোৱা নাই। প্ৰশ্নৰ উত্তৰবোৰো অনাৰম্ভকভাৱে বৰ চমু। 'ওঁ', 'হয়' আৰু 'এৰা'—এই তিনিটা শব্দৰ বাহিৰে যেন উত্তৰ দিবলৈ একো নাই। তাই মোৰ মনৰ অৱস্থাটো বুজি পাইছিল হবলা। নিতান্ত প্ৰয়োজন নহ'লে তায়ো মোক একো নোকোৱা হ'ল। নোসোধা হ'ল।

"তই ইমান দুৰ্বল কিয়?"

বিবেকে মোক ধিক্কাৰ দিছিল। তিৰস্কাৰ কৰিছিল।

".........মায়াক মোৰ ঘৰলৈ লৈ যাবা।"

কিন্তু এনেকুৱা অৱস্থাত মায়াক মুকুলিকা কুটীৰত এৰি যাব নোৱাৰি। মায়া অসুস্থা।

সেয়া তাইৰ মানসিক অসুস্থতাৰ লক্ষণ।

শ্বেৰপাৰ মৃত্যুৰ তৃতীয় নিশা।

ভিতৰৰ কোঠাটোত ব্ৰতধাৰিণী মায়া। অকলে শুইছিল। মাটিত। মই বাহিৰৰ কোঠাত শুইছিলোঁ। খাটত।

ৰাতি কিমান হৈছিল নাজানো। হঠাতে টোপনি ভাঙি গৈছিল। কোনোবা এজনে মোক সাৱটি ধৰিছে।

সাৰ পাই দেখিছিলোঁ মায়া: মায়াই মোক সাৱটি ধৰি থক্-থক্কৈ কঁপিছে।

"কি হ'ল মায়া?"

"হাতী, ককাইদেউ! হাতী।" এটা কঁপা কঁপা মাত। শঙ্কিত কণ্ঠস্বৰ।

তাইৰ কথা শুনি বেৰৰ জলঙাৰে নিৰিখি চালোঁ। বাহিৰত শেষ নিশাৰ জোনাক। কিন্তু ক'তা? হাতীৰতো কোনো চিন-চাব নাই।

হাতী নালাগে—ছাগলী এজনীও চকুত নপৰিল। খিৰিকী খুলি বাহিৰলৈ চালোঁ। ওহোঁ, একো নাই। ঘৰৰপৰা বাহিৰলৈ ওলাই আহিও বিচাৰিলোঁ। চাৰিওফালে চালোঁ। কিন্তু একোৱেই চকুত নপৰিল।

মোৰ মনটোৱে অশ্লীল কথা এটা ভাবিছিল। কিন্তু সেয়া কেনেকৈ সম্ভৱ হ'ব পাৰে? তেনে উদ্দেশ্য থকা হ'লে তাই এনেদৰে ভয়ত কঁপিব কিয়? কথা ক'ব নোৱাৰা হৈ যোৱাৰ কাৰণ কি? বিশেষকৈ এনে এটা পৰিস্থিতিত কোনো মানুহেই ইমান তললৈ নামিব নোৱাৰে।

"তুমি ভ্ৰম দেখিছা মায়া! এয়া তোমাৰ অৱচেতন মনৰ মাজত লুকাই থকা শঙ্কাৰ প্ৰতিক্ৰিয়া।"

"ওহোঁ নহয়। মই স্বচক্ষে দেখিছোঁ: চোতালত থিয় হৈ আছে এটা হাতী। দুৱাৰখন ভাঙি শুঁৰডালেৰে আপোনাক মেৰিয়াই ধৰিব খুজিছে।"

"কিন্তু ক'তা? এয়াচোন স্বশৰীৰেৰে তোমাৰ সন্মুখতে মই থিয় হৈ আছোঁ। দুৱাৰখন ভাঙি পেলোৱা নাই।"

মায়াই লাজ পাইছিল। তথাপি তাই যেন মোক বিশ্বাস কৰিব পৰা নাই। শঙ্কিত দৃষ্টিৰে চকু দুটা বহলকৈ মেলি দুৱাৰখনলৈ চাইছিল।

তাৰপিছদিনাও সেই একে ঘটনাই ঘটিল।

তাৰ পিছদিনাও।

মই শঙ্কিত হৈ পৰিলোঁ। এয়া অসুস্থ লক্ষণ।

তাইৰ মনৰপৰা শঙ্কিত ভাব আঁতৰাব নোৱাৰিলে দুঃস্বপ্ন আৰু ভ্ৰমদৃষ্টিৰপৰা অব্যাহতি পোৱাৰ আশা নাই। সেয়ে তাইৰ সৰ্বনাশ কৰিব। মনো বৈজ্ঞানিকৰ সতৰ্ক বাণীলৈ মনত পৰিল: উন্মাদ ৰোগৰ এয়া প্ৰাথমিক লক্ষণ।

সেই নিশা জোৰকৈয়ে তাইক বাহিৰলৈ লৈ গলোঁ। ভয়ত তাই বাহিৰলৈ যাব নোখোজে। মোকো যাব দিব খোজা নাছিল। কিন্তু

মোৰ আশ্বাসত অৱশেষত তাই বাধ্য হ'ল। দুয়োজনৰ হাতত দুটা জ্বলন্ত টৰ্চ। মোৰ হাতৰ মুঠিত মায়াৰ হাত।

"সৌটো ককাইদেউ, সৌটো।"

মোক টানি আনি তাই পিছলৈ দৌৰিব খুজিছিল। কিন্তু নোৱাৰিলে। মোৰ শক্তিশালী হাতৰ মুঠিত আৱদ্ধ হৈ ৰ'ল।

মায়াই আঙুলিয়াই দেখুওৱা ঠাইখিনিলৈ চালোঁ। এজোপা কলগছ। তাইক প্ৰত্যয় নিয়াবলৈ কলগছ কেইজোপাৰ ওচৰলৈ লৈ গলোঁ। ঘৰৰ চাৰিওফালে বিচাৰি চালোঁ। মায়াক দেখুৱালোঁ। একো নাই। সেয়া তাইৰ ভ্ৰম।

মায়াই বিশ্বাস কৰিছিল: সেয়া তাইৰ ভ্ৰম।

তাৰপিছত তাইৰ আৰু ভ্ৰম নহয়, ভয় নাথায় বুলি ভাবিছিলোঁ।

কিন্তু মোৰ অনুমানটো সঁচা নহ'ল।

পিছদিনা নিশাও তাই ভ্ৰম দেখিছিল। ভয়ত মোক সাৱটি ধৰি কঁপিছিল।

এদিন, দুদিন, তিনিদিন।

তাৰ পিছত সদায়। নিৰুপায় হৈ মায়াক সাহস দিবলৈ আমি একেটা কোঠালিতে শোৱাৰ ব্যৱস্থা কৰিলোঁ। কিন্তু তথাপিও তাই দুঃস্বপ্ন আৰু ভ্ৰম দৃষ্টিৰপৰা অব্যাহতি নাপালে।

শ্ৰাদ্ধৰ দিনা ৰাতি।

সিদিনাও তাই সপোন দেখিছিল। সদায় দেখা একে সপোন।

পিছদিনালৈ ভোজ-ভাতৰ আয়োজন কৰি শুবলৈ যাওঁতে ৰাতি ভালেমান হৈছিল। ভোজৰ কাৰণে বস্তু-বাহানিবোৰ যতনাই বস্তিৰ মানুহবোৰ আঁতৰি যোৱাৰ সৰহ পৰ হোৱা নাছিল।

মায়াৰ টোপনি আহিছিল। মোৰ চকুৰ পতা দুটা গধুৰ হৈ পৰিছে। সেই সময়তে মায়াই চিঞৰি উঠিল: হাতী, ককাইদেউ হাতী।

আনদিনাখনৰ দৰে 'ক'তা' বুলি দুৱাৰখন আধা খোলাকৈয়ে চঁক্ খাই উঠিলোঁ। মায়াই ভুল দেখা নাই। দুৱাৰমুখতে নিঃশব্দে থিয়

হৈ আছে এটা দৈত্য। লৰালৰিকৈ দুৱাৰখন বন্ধ কৰি দিলোঁ। মায়াক টানি লৈ পিছ ফালৰ দুৱাৰমুখ পালোঁহি। কিন্তু দুৱাৰ মেলি ওলাই যোৱাৰ সাহস নহ'ল। প্ৰতিক্ৰিয়াৰ কথা পাহৰি বস্তিৰ মানুহবোৰক জগাবলৈ চিঞৰি উঠিলোঁ: হাতী, হাতী।

খন্তেকৰ কাৰণে মায়া মোৰ ওচৰৰপৰা আঁতৰি গ'ল। মই প্ৰমাদ গণিলোঁ। তাই কিজানি এতিয়া ওলাই যাব। হাতীটোক আক্ৰমণ কৰিব। লৰালৰিকৈ উভতি আহি তাইক টানি আনিব খোজোঁতেই বেৰত ওলোমাই থোৱা বন্দুকটোৰ সৈতে কাৰ্টিজ বেল্টটো হাতত তুলি ল'লে। শ্বেৰপাৰ বন্দুক।

এটা ফাকা আৱাজ। পিছফালৰ খিৰিকীখনেৰে বন্দুকৰ বেৰেলটো বাহিৰলৈ উলিয়াই কৰা ফাকা আৱাজটো শুনি মানুহবোৰ ঘৰৰ ভিতৰৰপৰা বাহিৰলৈ ওলাই আহিল। হাতত জ্বলন্ত জোঁৰৰ জুই। যাঠি, জোং। দীঘল দীঘল বাঁহ আৰু কেৰাচিনৰ খালী টিং। হৈ-চৈ কৰি মানুহবোৰ আগবাঢ়ি আহিল। সাহস পাই পিছফালৰ দুৱাৰ-মুখেৰে ওলাই আমি মানুহৰ জুমটোৰ মাজত সোমালোঁগৈ।

কিন্তু গজৰাজ আঁতৰি যোৱাৰ কোনো লক্ষণ নাই। তললৈ মূৰ গুজি ঘৰটোৰ সন্মুখত একেদৰেই থিয় হৈ ৰ'ল। আটাইবোৰ মানুহ নিৰুপায় হৈ পৰিল।

হাতী আৰু মানুহজাকৰ মাজৰ ব্যৱধান তেনেই সামান্য।

এজন মানুহ। বয়সত প্ৰবীণ। হাতত এডাল দীঘল বাঁহ। বাঁহ এডালৰ এমূৰত এটা জ্বলন্ত জোঁৰ। হাতীটোৰ ওচৰলৈ মানুহজন নিৰ্ভয়ে আগবাঢ়ি গ'ল। যেন বনৰীয়া হাতী নহয়, পোহনীয়া হাতী। আমি বিচূৰ্তি খালোঁ।

মানুহজাকৰ মাজত হৈ-চৈ লাগিল।

মানুহজনে হাঁকোটাৰ দৰে বাঁহডাল আগবঢ়াই জ্বলন্ত জোঁৰটোৰে গজৰাজৰ তপিনাত খুঁচি দিলে। জুইৰ তাপ লাগি হাতীটো পিছলৈ ঘূৰি মানুহজনক আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহিব খুজিছিল। সন্ত্ৰস্ত

মানুহজাক ফৰিং ছিটিকাৰ দৰে পিছলৈ পলাল। মোৰ হাতৰ মুঠিত মায়া।

আমি পলাইছিলোঁ। কিন্তু একেঠাইতে থিয় হৈ থাকিল এজন মানুহ। দহহাতমান দীঘল বাঁহডালৰ মূৰত বান্ধি লোৱা জুইকুৰাক দৈত্যটোৰ চকুৰে-মুখে খুঁচি দিলে।

কেই চেকেণ্ডমান মাথোন সময়।

আগবাঢ়ি আহিব খোজা হাতীটোয়ে চিঞৰি উঠিল। তাৰপিছত বিপৰীত দিশলৈ ঘূৰি চোতালৰপৰা লাহে লাহে তললৈ নামি গ'ল। যেন একোৱেই হোৱা নাই।

"তহঁতৰ জুখলৈ মই ভয় নকৰোঁ। ইচ্ছা কৰিয়েই তহঁতক আজি ক্ষমা কৰি গলোঁ।"

ধীৰ, স্থিৰ খোজেৰে যাওঁ-নেযাওঁকৈ আঁতৰি যোৱা দৈত্যটোয়ে খোজৰ ভঙ্গিমাৰে মানুহজাকক যেন সেই কথাটোকেহে বুজাই থৈ গ'ল।

"আমি ক'লৈ যাম নক'লা দেখোন ককাইদেউ!"

মায়াৰ মাতত বাস্তৱলৈ ঘূৰি আহিলোঁ। লৰালৰিকৈ উত্তৰ দিলোঁ: আমাৰ ঘৰলৈ যাম মায়া। মা-দেউতাই তোমাক লগ পাই বৰ ভাল পাব।

"সঁচা?" আনন্দত মায়াৰ মুখখন উজ্জ্বল হৈ পৰিল।

আকাশত মেঘ নাছিল। কিন্তু হঠাতে আৰম্ভ হ'ল: ধুমুহা, ঢেৰেকনি আৰু বজ্ৰপাত।

কেইমাহমান আগতে চাকৰিৰপৰা অৱসৰ পোৱা দেউতা ঘৰতে আছিল। দেউতাৰ চৰকাৰী চাকৰি নাই। কিন্তু চৰকাৰী চাকৰিয়ালৰ ভেম আছে।

মোক দেখি হাঁহিব খোজা দেউতাই মায়াক দেখি হঠাতে গম্ভীৰ হৈ পৰিল। বুজিলোঁ: আকাশত মেঘ থুপ খোৱাৰ এয়া পূৰ্বাভাস।

মায়াৰ প্ৰতি সহানুভূতি আদায় কৰাৰ চেষ্টাত শ্বেৰপাই কেনেকৈ

মোৰ জীৱন ৰক্ষা কৰিছিল বৰ্ণাই গলোঁ। কাষতে থিয় হৈ শুনি থকা মা আৰু ভনীৰ চকু-মুখত বিস্ময় আৰু শঙ্কাৰ ভাব ফুটি উঠিল। কিন্তু দেউতাৰ মুখখন কঠিন হৈ পৰিল। মোৰ আটাইবোৰ কথা শুনাৰ ধৈৰ্য্য তেখেতৰ নহ'ল। হঠাতে দেউতাই মায়াক আক্ৰমণ কৰি গৰজি উঠিল। আৰম্ভ হ'ল ধুমুহা, ঢেৰেকনি আৰু বজ্ৰপাত। মা'য়ে ইস্-আস্ কৰিছিল। মায়াৰ হৈ ওকালতি আৰম্ভ কৰি দেউতাক শান্ত কৰিবলৈ যত্ন কৰিলে। কিন্তু উদগীৰিত আগ্নেয়গিৰিক কাপোৰেৰে ঢাকি ৰাখিব নোৱাৰি। মা'ৰ সকলো চেষ্টা ব্যৰ্থ হৈ গ'ল। অসহায় ভনীজনীয়ে মায়াৰ ওচৰত থিয় হ'ল। মায়াক আক্ৰমণ কৰি কোৱা কথাবোৰ শুনি মই মৰ্মাহত হৈ পৰিলোঁ। লাজত মৰি যাওঁ, মৰি যাওঁ যেন লাগিল। মায়াৰ মুখলৈ চোৱাৰ সাহস নহ'ল।

উঃ ভগৱান! এয়াই আমি বুদ্ধিজীৱী শিক্ষিত মানুহ। বৌদ্ধিক বিচাৰ। উচ্চ শিক্ষিত জ্ঞানোবৃদ্ধ ভদ্ৰলোক এজনে গাভৰু ছোৱালী এজনীক কেনেকৈ ইমান অভদ্ৰ ব্যৱহাৰ কৰিব পাৰে?

আৰু শ্বেৰপা? এজন অশিক্ষিত সাধাৰণ মানুহ।

এয়াই যদি শিক্ষিত সমাজ আৰু বংশ-মৰ্য্যাদা, তেন্তে সেই সমাজ ধ্বংস হৈ যাওক। ৰসাতলে যাওক বংশ-মৰ্য্যাদা।

দেউতা বোধহয় ভাগৰি পৰিছিল। মাতটো অকণমান সৰু হ'ল। সেই সুযোগতে মায়াই অনুৰোধ জনালেঃ ককাইদেউৰ কোনো দোষ নাই। মই আঁতৰি যাম। আপোনালোকে তেখেতক ক্ষমা কৰক।

"শ্বাট্ আপ্ ৰাক্ষসী! কুহকিনী! ৰূপৰ ফণা মেলি তই মোৰ ল'ৰাৰ সৰ্বনাশ কৰিছ। কিন্তু সাধাৰণ চকীদাৰ এজনৰ ছোৱালীৰ ৰূপে মোৰ অন্তৰ গলাব নোৱাৰে।"

দেউতাই আৰু কি কৈছিল শুনাৰ মোৰ ধৈৰ্য নহ'ল। মূৰটো আচন্দ্ৰাই কৰি দিয়া যেন লাগিল। মা আৰু ভনীজনীয়ে দেউতাক টানি লৈ ভিতৰলৈ গ'ল।

মই তলমূৰকৈ ৰলোঁ।

এয়েই নেকি পিতৃ-স্নেহ! পুত্ৰৰ প্ৰতি পিতাৰ বিচাৰ? অসম্ভৱ।

এইখন ঘৰত আৰু এক মুহূৰ্তও থকা অন্যায়। আৰু অলপ পলম হ'লেই অপমানত জৰ্জৰিতা মায়া হয়তো মূৰ্চ্ছিতা হৈ পৰি যাব।

মা'ক এবাৰ মাত লগাই যাওঁ বুলি ভিতৰলৈ সোমাই গলোঁ।

"তাক কৈ দিয়াগৈ—সি মোৰ কু-পুত্ৰ। এইখন ঘৰৰ লগত তাৰ কোনো সম্পৰ্ক নাই। এজনী বাৰবণিতাক মই ঘৰত সুমুৱাব নোৱাৰোঁ। এই মুহূৰ্তে সি মোৰ ঘৰৰপৰা ওলাই যাওক।"

ভনীজনীয়ে কান্দিছে।

দেউতাক শান্ত কৰিবলৈ যত্ন কৰি মা ভাগৰি পৰিছে।

চোতালত থিয় হৈ মই কথাবোৰ শুনিছিলোঁ। ধৈৰ্য্যৰ বান্ধ মোৰ সুলকি গ'ল। দেউতাক শুনাই চিঞৰি চিঞৰি কলোঁ: "দেউতাক ক'বা মা, বংশ-মৰ্য্যাদাই মানুহ নগঢ়ে। পদ-মৰ্য্যাদাৰে মানুহ জোখা এইখন সমাজৰ মানুহবোৰতকৈ মায়াৰ দেউতাক বহুত ওপৰত। আৰু ক'বা: মায়াক মই বিয়া কৰাব খোজা নাছিলোঁ। ক্ষণিকৰ অকণমান আশ্ৰয়। কিন্তু দেউতাৰ বংশ-মৰ্যাদাৰ অহঙ্কাৰ দেখি মই সিদ্ধান্ত সলাবলৈ বাধ্য হৈছোঁ। মায়াক মই বিয়া কৰাম।"

দেউতাই মোৰ কথা শুনিছিল। ৰুদ্ৰমূৰ্তি ধৰি বাহিৰলৈ ওলাই আহিব খোজা দেউতাক মা'ই দুৱাৰ বন্ধ কৰি আৱদ্ধ কৰি ৰাখিছিল।......

ভোক-পিয়াহত ক্লান্ত হৈ ঘৰলৈ গৈছিলোঁ, আৰু তেনেকৈয়ে উভতি আহি ৰাজপথত ভৰি দিলোঁ। কাকো মাত দিয়া নহ'ল।

মায়াক সান্ত্বনা দিয়াৰ ভাষা নাই। লাজত মূৰ নত হৈ পৰিছে। মই যেন এটা অপদাৰ্থ। মায়াৰ ওচৰত অপৰাধী।

যেতিয়া শিলজুৰি পাইছিলোঁহি, তেতিয়া বহুত ৰাতি।

"কথা এটা ক'লে তুমি মোক বেয়া পাবা নেকি ককাইদেউ?"

মূৰ জোকাৰিলোঁ: নাপাওঁ।

"তেখেতক তুমি বেয়া পোৱা অনুচিত। মই একো বেয়া পোৱা

নাই। কোনো পিতৃয়ে সন্তানৰ অমঙ্গল কামনা নকৰে। মই এজনী সাধাৰণ ছোৱালী। মোৰ দেউতা সৰু মানুহ। মোক······ মোক······।”

শোকে মায়াক খুন্দা মাৰি ধৰিলে। কণ্ঠৰুদ্ধ হৈ গ'ল।

কথা কোৱাৰ শক্তি মোৰো নাছিল। মই নিৰ্বাক হৈ ৰলোঁ।

কিছু সময়ৰ মৌনতা।

সেই মৌনতা ভাঙি আত্ম-তিৰস্কাৰৰ সুৰত ফেকুৰি ফেকুৰি মায়াই আকৌ কৈ উঠিল: “ওঁহ্ দে-উ-তা, তুমি মোক জন্মৰ লগে লগে নেলুত টি-পি নামাৰিলা কিয় দেউতা?”

অসহ্য। তাতকৈ মায়াই মোক তিৰস্কাৰ কৰক। মোৰ গালত চৰ এপাত মাৰক। তথাপি মই শান্তি পাম। কিন্তু এই ক্ষমা অসহনীয়।

সময় অন্তৰৰ পোৰণিৰ জুৰণি।

নিজক চম্ভালি ল'বলৈ যত্ন কৰি মায়াই পুনৰ কৈ উঠিল: শিলজুৰিলৈ মই নাযাওঁ।

“তেন্তে ক'লৈ যাবা?” মই মৌন হৈ ৰ'ব নোৱাৰিলোঁ।

“নাজানো। পৃথিৱীখন ইমান বহল। অথচ যাবলৈ মোৰ ক'তো ঠাই নাই। তথাপি······”

“তথাপি?”

“সমাজৰ ওচৰত তুমি লঘু হ'বা কিয়? মোৰ কাৰণে তোমাৰ মা-দেউতাৰাই কষ্ট পাওক, সেইটো মই কামনা নকৰোঁ। মোক তুমি ক্ষমা কৰা ককাইদেউ। মোক যাবলৈ দিয়া। গতিয়ে য'লৈ টানি নিয়ে······। যদি পাৰা কেইটামান টকা······।”

তাইৰ মাতটো থোকাথুকি হৈ পৰিল।

ইচ্ছা হৈছিল: মই যেন চিঞৰি চিঞৰি কান্দি দিম। মোৰ কাৰণে যিজনী ছোৱালী আজীৱন নিৰাশ্ৰয়া হৈ গ'ল, সেইজনী ছোৱালীৰ মোৰ ওচৰত কোনো অভিযোগ নাই। অভিমান নাই।

অৱশেষত মায়া সন্মত হ'ল। বহুত বুজাই-বঢ়াই তাইক সন্মত কৰাইছিলোঁ। অনিচ্ছা সত্ত্বেও শিলজুৰিলৈ আহিবলৈ তাই মান্তি হৈছিল।

কিন্তু শিলজুৰিত মোৰ কি অধিকাৰ আছে ? শিলজুৰিৰ চাকৰিটো মই মোৰ কাৰণে পোৱা নাছিলোঁ। মোৰ চাকৰি প্ৰাপ্তিত আছিল দেউতাৰ পৰোক্ষ প্ৰভাৱ। ইণ্টাৰভিউ দিয়াৰ পিছতো মানুহে চাকৰি নাপায়। অথচ ইণ্টাৰভিউ নিদিয়াকৈয়ে মই চাকৰি পাইছিলোঁ। কাৰণ মই চন্দন খনিকৰৰ ল'ৰা প্ৰাঞ্জল।

সিদ্ধান্ত ললোঁ ঃ শিলজুৰি এৰি মই আঁতৰি যাম। যাবই লাগিব। দেউতাক মই প্ৰমাণ কৰি দেখুৱাম, তেখেতৰ অনুগ্ৰহ নহ'লেও মই নাখাই নমৰোঁ। এজনী গাভৰুৰ জীৱিকাৰ দায়িত্ব লোৱাৰ ক্ষমতা মোৰো আছে।

কিন্তু ক'লৈ যাম ? কি কৰিম ?

বেঙ্কৰ পাছ বুকটো উলিয়াই চালোঁ। অবোৰাৰ টকাখিনিৰ বাহিৰেও আৰু কিছু টকা জমা আছে। অন্ততঃ কেইমাহমানলৈ চলিব······

ডুৱৰা মেনেজাৰ। বহুদিনৰ পুৰণি।

মই এচিষ্টেণ্ট মেনেজাৰ। নতুন। তেওঁতকৈ বহুত জুনিয়ৰ।

সেই কাৰণে মোৰ বঙলালৈ ডুৱৰা কোনোদিনে অহা নাছিল। প্ৰয়োজনত মই যাওঁ। মাতি পঠিয়ায়। সহকাৰী এজনৰ বঙলালৈ আহ্-যাহ্ কৰাত ডুৱৰাৰ কোনো বাধা-নিষেধ নাই। কিন্তু সন্মানৰ প্ৰশ্ন জড়িত হৈ আছে। মেনেজাৰ হৈ এচিষ্টেণ্ট মেনেজাৰৰ বঙলালৈ গ'লে যেন মহাভাৰতখন অশুদ্ধ হৈ যাব।

ইমান দিনে সেই সন্মান তেওঁ ৰক্ষা কৰি আহিছে।

কিন্তু সময়ে পৰিৱৰ্তন আনে। পৰিৱৰ্ত্তিত ৰীতিৰ বাহক সময়। পৰিৱৰ্তন হ'ল ডুৱৰাৰ। মোৰ প্ৰতি ডুৱৰা সহানুভূতিশীল হৈ পৰিল। আগতে অকলে আছিলোঁ। খবৰ লোৱাৰ প্ৰয়োজন নাছিল।

আজিকালি মোৰ লগত মায়া থাকে। ভদ্ৰমহিলাৰ কিবা অসুবিধাওতো হ'ব পাৰে। খবৰ লোৱাটো প্ৰয়োজন। কাটচি।

বাঃ চমৎকাৰ যুক্তি।

আজিকালি ফুৰবা মোৰ বঙলালৈ নিতৌ একোবাৰ আহে। খা-খবৰ লয়। শিলজুৰি কেনে লাগিছে মায়াশ্ৰীক সোধে।

"বিয়েলি আপোনাৰ দেউতাকে বৰ এপ্ৰ'প্ৰিয়েট নাম ৰাখিছে দেই। মায়াশ্ৰী দেৱী—বি-উটি-ফুল।"

ফুৰবাক নচুৱাবৰ মনেৰে কওঁ: মই হোৱা হ'লে নাম ৰাখিলোহেঁতেন—দেহশ্ৰী পৰী।

মোৰ কথাত ৰগৰ পাই হো-হোকৈ হাঁহি উঠে ফুৰবাই।

মায়াই মোলৈ বেঁকাকৈ চাই হাতৰ মুঠি দেখুৱায়।

অৰ্থঃ ৰ'বা। ভদ্ৰলোক যাওক। তোমাক দিম মজাপালি।

ভদ্ৰলোকৰ আকৰ্ষণ ক'ত, মায়াই বুজি নাপায়। মই পাওঁ।

মায়াক সাৱধান কৰি দিম বুলি ভাবিছিলোঁ। কিন্তু নিদিলোঁ। শিলজুৰিত খুব বেছি আৰু এসপ্তাহ। তাৰ পিছত অজানা পথত আমি ভৰি দিম। দুই-এদিনতে বৰুৱা চাহাব অহাৰ কথা আছে। তেখেত আহিলেই ইস্তাফাপত্ৰ দাখিল কৰিম। তেখেতৰ লগত মোৰ কোনো বিৰোধ নাই। দেউতাৰ ওপৰত ক্ষুণ্ণ হৈ অকৃতজ্ঞৰ দৰে মই গুচি যাব নোৱাৰোঁ। ক'ৰবালৈ যোৱাৰ আগতে তেখেতক এবাৰ লগ পোৱাৰ প্ৰয়োজন। পাবই লাগিব। শ্বেৰপাৰ মৃত-কৰ্মৰ কাৰণে দিয়া টকা বাৰ-শও মোৰ হাততে আছে। ওভোতাই দিয়াৰ সুযোগ পোৱা নাই।

মায়াক লৈ শিলজুৰিলৈ অহাৰ কেইদিনমান পিছৰেপৰা কৰ্তব্যত অমনোযোগী ফুৰবাৰ কৰ্তব্যবোধটো যেন হঠাতে বাঢ়ি গ'ল। বিভিন্ন কামবোৰ মোৰ ওপৰত জাপি দিবলৈ আৰম্ভ কৰিলে। প্ৰয়োজনে-অপ্ৰয়োজনে শিলজুৰিৰ বাহিৰলৈ ফৰমাচ দিলে। বাহিৰৰ কাম শেষ কৰি একেদিনাই যাতে ঘূৰি আহিব নোৱাৰোঁ তেনে ধৰণৰ এশ-এবুৰি কাম।

কুলী ছোৱালীৰ লগত লেটি-পেটি থকা তুৰবাই হয়তো ভাবিছিল : মায়া এজনী সস্তীয়া ছোৱালী। তেওঁৰ চৰিত্ৰৰ বিষয়ে মই একোৱে নাজানো।

তুৰবাৰ অভিসন্ধিটো দেখি মোৰ হাঁহি উঠিল। পুতৌৰ হাঁহি।

মায়াৰ প্ৰতি মোৰ বিশ্বাস আছে। হেজাৰজন তুৰবাৰ ফন্দীয়ে মায়াক ফান্দত পেলাব নোৱাৰে। স্পৰ্শ কৰিব নোৱাৰে এডালো কেশাগ্ৰ। তথাপি মায়াক অকলে এৰি এবাতিও মই বাহিৰত কটাব নোৱাৰোঁ। কাৰণ : এতিয়াও তাই সুস্থ হৈ উঠা নাই। মাজে মাজে দুঃস্বপ্ন দেখি ভয় খায়।

চেঙেলীক ছাইৰে ধৰিব লাগে বুলি জানো।

বাহিৰৰপৰা একেদিনাই ঘূৰি আহিব নোৱাৰা কামবোৰলৈ মায়াকো লগত লৈ যাওঁ। এখন জীপত দুজন মানুহ যাবলৈ কোনো অসুবিধা নহয়। তুৰবাৰ মনটো সেমেকি যায়। কেতিয়াবা কেতিয়াবা উপযাচক হৈ উপদেশ দিয়েহি।

"এওঁক কেলেই লৈ যাব খুজিছে? মিছাতে কষ্ট পাব।"

"বেছি দূৰলৈ নাযায়। ওচৰৰ বজাৰখনত এওঁক এৰি থৈ মই যামগৈ। কিবাকিবি কিনিব হেনো। আবেলিৰ আগে আগে ঘূৰি আহি শিলজুৰি পাবহি।"

"কিন্তু আহিব কেনেকৈ? ট্ৰাকত? কুলীবোৰৰ লগত? ছিঃ ছিঃ! ভদ্ৰমহিলাক সন্মান দিবলৈ আপুনি আজিও নিশিকিলে মিঃ খনিকৰ। কওক, প্ৰয়োজন হ'লে মই গাড়ী পঠিয়াই দিম। অৱশ্যে বজাৰলৈ যোৱাৰ মোৰো অলপ কাম আছে।"

বাঃ কি যে বিনয়। সুন্দৰী যুৱতীৰ ওচৰত বান্দৰেও ভদ্ৰ হৈ যোৱা ভাৱ দেখুৱায়।

"ৰক্ষা। ৰব বচালে দেউ। বুইছা মায়া, তিনি ঘণ্টামান পিছত এখেতে গাড়ী পঠিয়াই দিব। সেইখন গাড়ীতে তুমি ঘূৰি আহিব পাৰিবা।"

পিছৰ কথা কেইষাৰ মায়াক শুনাই কওঁ যদিও লক্ষ্য কিন্তু মায়া নহয়। লক্ষ্য তুৰবা। অৰ্থাৎ হেৰা চৰিত্ৰহীন বান্দৰ ; তিনি ঘণ্টামান পিছত গাড়ী পঠিয়াই দিবা জানো? গাড়ী পঠিয়াই নিদিয়া। গাড়ী লৈ তুমি নিজেই যাবা।

সুবিধা পালে বান্দৰবোৰক নচুৱাব লাগে।

বেচেৰী মায়াই কিন্তু একো বুজি নাপায়। শিলজুৰি এৰি থৈ অহাৰ পিছত পোনপটীয়াকৈ সোধেঃ ভদ্ৰলোকক তেনেদৰে ফাকি দিলা কেলেই? মই তোমাৰ লগত চহৰলৈ নাযাম জানো?

"যাবা। নাযাবা বুলি কোনে কৈছে? আমাৰ প্ৰতি ভদ্ৰলোক কিমান সহানুভূতিশীল পৰীক্ষা কৰাৰ সুযোগ এটা পাইছোঁ। সুযোগ লোৱাত আপত্তি কি?"

"ঘূৰি আহি কি ক'বা?"

"ক'মা কিবা এটা।"......

কপট তুৰবাই সদায় নতুন ফান্দ পাতে। নতুন টোপ পেলায়। কিন্তু বৰশীত মাছে নোখোটে। কেঁকোৰাই টোপ খাই আঁতৰি যায়।

নিৰাশ হৈ তুৰবাৰ জেদ বাঢ়ে। আৰু জেদ বাঢ়ে মোৰ? জেদ নহয়, লোভ। তুৰবাক নচুওৱাৰ।

দেহি ঐ! বেচেৰাৰ কি যে দুৰ্গতি।

এদিন ৰাতিপুৱা।

তুৰবাই জানিলে ঃ মই চহৰলৈ যাম। ৰাতি উভতি নাহোঁ। মায়া বঙলাতে থাকিব।

মায়াই জানিলে ঃ কাম শেষ কৰি পিছদিনাখন দুপৰীয়াৰ আগে আগে আহি শিলজুৰি পাম।

মায়া ক্ষুণ্ণ হৈছিল। আনফালে উৰুলীকৃত হৈ পৰিছিল আন এজনৰ মন। তুৰবাৰ।

আৰু মই? মই হাঁহিছিলোঁ মোৰ চাতুৰিত। এজনক প্ৰলোভন দেখুৱাই প্ৰতাৰণা কৰাৰ আনন্দত।

'তই বৰ খস্থৰ অ' প্ৰাঞ্জল। বেচেৰাক এনেদৰে নচুওৱাৰ প্ৰয়োজন কি?' ভিতৰৰ আচল মানুহটোৱে প্ৰশ্ন কৰিছিল।

'অলপ নাচকচোন। এই বান্দৰটোৱে মায়াৰ সৰ্বনাশ কৰিছে। দুদিন আগতে মোক ছুটী দিয়া হ'লে তাৰ কি হাতীটো খ'লত পৰিলহেঁতেন? বন্ধুৱা চাহাবৰ সৈতে যাব পৰা হ'লে বস্তি-বঙলাত ৰাতি থকাৰ কোনো প্ৰয়োজনেই নহ'লহেঁতেন। মায়াহঁতৰ নিচিনা ছোৱালীবোৰেহে যদি ইহঁতক এশিকনি দিব পাৰে। কুলী ছোৱালীবোৰো মানুহহে। সিহঁতৰ নাৰীত্বৰ জানো কোনো মূল্য নাই? এবাৰ ঠেকিলে পিছলৈ শিকিব।' বিবেকে যুক্তি আগবঢ়ায়।

সকলোকে দেখুৱাই ৰাতিপুৱাই ওলাই গৈছিলোঁ।

"মায়া অকলে থাকিল। অলপ লক্ষ্য ৰাখিব। তেওঁৰ কাৰণে নতুন ঠাই।" যোৱাৰ আগতে দুৰৰাক জনাই থৈ গলোঁ। অৰ্থাৎ মই আহিলোঁ।

শিলজুৰিৰপৰা ত্ৰিশ মাইল দূৰৰ আন এখন বাগিচা সোণজুলি।

শিলজুৰিত সকলোৱে জানিছিল: মই চহৰলৈ যাম। কিন্তু চহৰলৈ যোৱাৰ মোৰ কোনো কাম নাছিল। কাম আছিল সোণজুলিত। কাম শেষ কৰি আবেলিতে ঘূৰি আহিব পাৰিলোহেঁতেন। কিন্তু নাহিলোঁ। ইচ্ছা কৰিয়েই সন্ধিয়া সাত বজাৰ পিছত সোণজুলিৰপৰা উভতিছিলোঁ।

শিলজুৰিৰ তিনিআলিৰ চ'কত মটৰ গ্ৰাৰ্কচ্ এটা আছে। তাৰপৰা মোৰ বঙলাৰ দূৰত্ব দুমাইল। ওভাৰ অইলিঙৰ কাৰণে জীপখন গ্ৰাৰ্কচ্ শ্বপত এৰি সেই দুমাইল বাট খোজকাঢ়ি আহিছিলোঁ। ফাগুন মাহৰ ৰাতি। আকাশত শুক্লপক্ষৰ জোনাক। খোজকাঢ়ি মোৰ বেয়া লগা নাছিল।

ন বাজিবলৈ কেইমিনিটমান আছিল।

দূৰৰপৰাই চকুত পৰিল: বহা কোঠাটোত লাইটৰ পোহৰ। বুজিলোঁ: বাহিৰৰ কোঠাত সেয়া নিশ্চয় দুৰৰা।

নিঃশব্দে আগবাঢ়ি আহি বঙজাৰ ওচৰ পালোঁহি। কাণত পৰিল মায়াৰ কণ্ঠস্বৰ। উষ্ণ। ততাতৈয়াকৈ ওচৰৰ লতা-গোলাপজোপাৰ আঁৰ লৈ কাণ পাতি ৰলোঁ।

"আই ফিল পিটি ফ' ইউ মিঃ ডুৱৰা। জানো ঃ ভদ্ৰলোকৰ মুখা পিন্ধা আটাইবোৰ মানুহেই ভদ্ৰলোক নহয়। দেউতাই মোক, সেই কথা শিকাই থৈছে। আপোনালোকৰ নিচিনা বান্দৰবোৰক কেনেকৈ শিকাব লাগে, সেই কথাও মই জানো। কিন্তু লাভ কি ? দৈহিক আঘাততকৈ মানসিক আঘাত বেছি ফলপ্ৰসু। যিজনে তিৰস্কাৰ শুনিও লাজ নাপায়, ছোৱালীৰ চৰ নতুবা চেন্দেলৰ কোব খালেও অপমানিত বোধ নকৰে।'......

আচৰিত হলোঁ। মায়াৰ ইমান দীঘলীয়া বক্তৃতা শুনিও ডুৱৰা কেনেকৈ নীৰৱ হৈ আছে ? এষাৰ কথাও কোৱা নাই। বাদ-প্ৰতিবাদ জনোৱা নাই।

"কাইলৈ বৰদেউতা আহিলে......।"

"বৰদেউতা ? কোন বৰদেউতা ?" ডুৱৰাৰ সচকিত কণ্ঠস্বৰ।

"আপোনাৰ যম। বিমান বৰুৱা।"

ডুৱৰাই বৰুৱা চাহাবৰ নাম শুনিয়েই বোধহয় কঁপিছিল। ডুৱৰায়ো জানে ঃ পিছদিনাখন বৰুৱা চাহাব শিলজুৰিলৈ আহিব।

মায়াৰ মুখত বৰুৱা চাহাবৰ নামটো শুনাৰ লগে লগে কান্দোনজড়িত পুৰুষ কণ্ঠৰ অনুনয়-বিনয়ৰ ধ্বনি এটা ভাহি আহি মোৰ কাণত পৰিল। ডুৱৰাই কিজানি মায়াৰ ভৰিত পৰি ক্ষমা খুজিছিল।

পিছ মুহূৰ্ততে তাচ্ছিল্যভৰা হাঁহিৰ এটা খিল্‌খিল্ শব্দ। মায়াই হাঁহিছে।

"ছিঃ ছিঃ। পুৰুষ হৈ ছোৱালী এজনীৰ ভৰিত ধৰিবলৈ আপোনাৰ লাজ লগা নাই ? ভয় নাই। আপোনাৰ সৰ্বনাশ নকৰোঁ। বাট ড'ণ্ট থিঙ্ক মি চো চিপ্। দিচ্ ইজ মাই ৱাৰ্নিং টু ইউ।"

মায়াই ভাল ইংৰাজী কয়। উচ্চাৰণ নিখুঁত।

তাৰ পিছত মই ভাত আৰু বৈ থকা অনুচিত। অলপ পিছতে দুৱৰা ওলাই আহিব।

লৰালৰিকৈ চোৰৰ দৰে নিঃশব্দে নঙলামুখ পালোঁগৈ।

মোৰ অনুমানটোৱে সঁচা। দুৱাৰ বন্ধ কৰাৰ শব্দটো মই নঙলামুখৰপৰাই শুনিছোঁ। পাতল এন্ধাৰৰ মাজেৰে মানুহ এজন ঘৰৰপৰা ওলাই আহিছে। মই যেন একো নাজানো; এইমাত্র নঙলালৈ আহি আছোঁ তেনে এটা ভঙ্গীত পদক্ষেপ পেলাই আগবাঢ়ি আহিলোঁ।

ইতিমধ্যে ড্রয়িংৰুমটো এন্ধাৰ হৈ পৰিছে। নুমাই গৈছে মোৰ পঢ়া কোঠালিৰ লাইট। মায়া নিশ্চয় শোৱনি কোঠালৈ উভতি গৈছে।

"কোন?" নঙলামুখতে মোৰে সৈতে ভেটাভেটি হ'ল দুৱৰাৰ।

"মই। আপোনাৰ খবৰ লওঁ বুলি আহিছিলোঁ।"

দুৱৰা বেগাবেগিকৈ আঁতৰি গ'ল। মাতটো কঁপা।

বেচেৰা! মোৰ খবৰ ল'বলৈ আহিছিল। অথচ মোক লগ পায়ো লৰালৰিকৈ আঁতৰি পলাল।

ফাকিবোৰ এনেকৈয়ে ধৰা পৰে। অপৰাধীবোৰে অজ্ঞাতেই এৰি থৈ যায় অপৰাধৰ চিহ্ন। প্ৰমাণ।

বাৰাণ্ডাত থিয় হৈ কলিং বেলৰ বুতামটো হেঁচি দিলোঁ।

একমিনিট পাৰ হৈ গ'ল।

তাৰ পিছত একমিনিট, দুমিনিটকৈ কেবামিনিটো বাগৰিল। কিন্তু মায়াই দুৱাৰখন খুলি দিয়া নাই কিয়? মায়া তেন্তে শুলে নেকি? ইমান সোনকালে টোপনি আহিল জানো?

কলিং বেলৰ বুতামটোত হেঁচি ধৰি থিয় হৈ ৰলোঁ।

সেয়া বোধহয় মায়া আহিছে। শোৱনি কোঠা আৰু ড্রয়িংৰুমৰ মাজৰ পঢ়া কোঠাটোৰ লাইট জ্বলিছে। ড্রয়িংৰুমটো পোহৰ হৈ পৰিল। মায়াই নিশ্চয় এতিয়া বাৰাণ্ডাৰ লাইটটোৰ চুইচটো টিপি দিব। কলিং বেলৰ বুতামটোৰপৰা হাতখন আঁতৰাই আনি দুৱাৰখন খোলালৈ অপেক্ষা কৰি ৰলোঁ।

বাৰাণ্ডাৰ লাইটটো দেখোন মায়াই জ্বলাই দিয়া নাই। দুৱাৰখন খুলিবলৈ ইমান সময় লাগিছে নে?

দুৱাৰৰ ছিটিকনি খোলাৰ শব্দ কাণত পৰিল। দুৱাৰমুখৰপৰা দুখোজমান পিছুৱাই আহিলোঁ। নহ'লে খোল খোৱা দুৱাৰখনৰ পাতচলাই মোৰ গা'তে খুন্দিয়াব। বাৰাণ্ডাত পাতল এন্ধাৰ।

আৰে! মায়াই এনেখন কৰিছে কিয়? মোৰ গা'লৈ এনেদৰে চোঁচা লোৱাৰ উদ্দেশ্য কি? প্ৰহাৰৰ ভঙ্গীৰে মোৰ গা'লৈ আগবঢ়াই অনা তাইৰ সোঁহাতখনত মুহূৰ্তও পলম নকৰি থাপ্ মাৰি ধৰিলোঁ।

"মায়া!"

মোৰ মাতটো বুজি পাওঁতে মায়াৰ বোধহয় সময় লাগিছিল। সঁহাৰি দিওঁতে যথেষ্ট সময় ল'লে।

"কোন? ক-কা-ই-দেউ?"

"কি হ'ল? মোক কোন বুলি ভাবিছিলা?"

বাৰাণ্ডাৰপৰা ভিতৰলৈ সোমাই আহি সুধিলোঁ।

"নহয়—মা-নে……।" কি উত্তৰ দিব ভাবি নাপাই মায়া থত্‌মত্ খাই ৰ'ল।

মানে?"

"দুৱাৰ খুলিবলৈকেওতো অকণমান সময় দিব লাগে।"

"কিন্তু তোমাৰ হাতত চেন্দেল কিয়?"

মায়া আকৌ নীৰৱ হৈ পৰিল। মোৰ প্ৰশ্নত অপ্ৰস্তুত হৈ সেপ ঢুকি উত্তৰ দিলে: চেন্দেল পিন্ধিবলৈ তুমি সময় দিলা ক'ত? কিৰিকিং কিৰিকিং শব্দটো মোৰ বৰ অসহ্য লাগে।

মোৰ হাঁহি উঠিব খুজিছিল। জোৰকৈ চেপি ৰাখিলোঁ।

ফাকি দিবলৈ গৈ মায়া যে ধৰা পৰি গৈছিল, সেই কথা তায়ো বুজিছিল। লাজত ৰঙা পৰি গ'ল। লৰালৰিকৈ হাতৰ চেন্দেলপাত ভৰিত পিন্ধি ল'লে।

আচল কথাটো বুজিবলৈ মোৰ টান নালাগিল। মায়াই ভাবিছিল:

সেয়া নিশ্চয় দুৱৰা। আকৌ উভতি আহিছে। নির্লজ্জ বান্দৰ এটাক শিকনি দিয়াৰ সিদ্ধান্ত ল'বলৈ তাই সময় লৈছিল। সেই কাৰণে দুৱাৰ খোলোঁতে প্ৰয়োজনতকৈ বহুত বেছি সময় লাগিছিল।

একো নজনাটো হৈ সুধিলোঁ ঃ কি হ'ল? একেবাৰে দেখোন ৰণচণ্ডী মূর্তি?

"ৰ'বা, মই চাহ একাপ আনোগৈ। চাহ নে কফি?"

আঁতৰি যাব খোজা মায়াৰ হাতখনত থাপ্ মাৰি ধৰি মোৰ কাষতে বহুৱাই দিলোঁ।

"মোৰ প্ৰশ্নৰ উত্তৰ নিদিলে চাহ-কফি একো নাখাওঁ।"

"ক'ত নো কি হোৱা দেখিলা? তোমাৰো যে কথাবোৰ আৰু?"

"তেনেহলে ইমান উগ্ৰমূর্তি কিয়?"

"উগ্ৰমূর্তি ক'তা? অ' অলপ আগতে ঘৰত বান্দৰ এটা সোমাইছিল। খেদি দিওঁতে অলপ কষ্ট হ'ল।"

"বান্দৰ?"

"ওঁ।"

"বান্দৰ ইয়াত আছে জানো?"

"আছে।"

"কিন্তু ইমান বছৰে মইতো দেখা নাছিলোঁ।"

"দেখিছা। কিন্তু মন কৰা নাছিলা। পকা কলৰ গোন্ধ পালে বান্দৰে উপদ্ৰৱ কৰিবই। কিন্তু ইমান সোনকালে যে আহি পালা?" প্ৰসঙ্গ সলনি কৰিবলৈ যে মায়াই তেনেদৰে সুধিছিল বুজিলোঁ।

"কিয়, বেয়া পাইছা?"

"অ' বেয়া পাইছোঁ।"

খং তোলাবলৈ তেনেদৰে সুধিছিলোঁ যদিও মায়াৰ খং নুঠিল। তাই মোৰ কাষৰপৰা ভিতৰলৈ আঁতৰি গ'ল।

মই লক্ষ্য কৰিছিলোঁ ঃ অথনিৰপৰা কিবা এষাৰ কথা ক'বলৈ মায়াই যেন যত্ন কৰিছে। কিন্তু ক'ব পৰা নাই।

"ককাইদেউ !"

"হুঁ।"

"কথা এটা কওঁ নে ?"

"ওঁ।"

"কিন্তু······।" খোৱা টেবুলত বহি কথা আৰম্ভ কৰিব খোজা মায়া আকৌ বৈ গ'ল।

"কি হ'ল ? বৈ গ'লা যে ?"

"ভাবিছোঁ ?"

"কি ?"

"তুমি আকৌ কাজিয়া কৰিবা নেকি ?"

"কাজিয়া ? কাজিয়া কৰিবলৈ মোক কিহে পাইছে ?"

"সঁচা ? নকৰোঁ বুলি শপত খোৱা।"

"ওঁ নকৰোঁ।"

"শপত ?"

"ওঁ।"

"মোক চুই কোৱা।"

মায়াৰ হাতখনৰ ওপৰত মোৰ হাতখন থৈ তাইৰ চকুলৈ চালোঁ। মায়াই যেন কিবা এটা কথা চিন্তা কৰি সিদ্ধান্ত ল'ব পৰা নাই।

"তুমি অলপ সাৱধানে চলিবা।"

"সাৱধানে চলিম ? কিয় ?"

"তুৱবাই তোমাৰ অন্যায় কৰিব পাৰে।"

"কাৰণ ?" মোৰ চকুত বিস্ময়।

"কাৰণটো তুমি নাজানিলেইবা। সকলো কথাৰে কাৰণ থাকে নেকি ? মানে তোমাক জনাব লাগিব নেকি ?"

"ক'ব নুখুজিলেতো আৰু উপায় নাই। ক'বলৈ বাধ্য কৰাব নোৱাৰোঁ।"

"বেয়া পাইছা ?"

"অন্যায় কৰিব খুজিলেও তুৰবাৰ সেই সুযোগ ক'ত? কাইলৈ নহ'লেও পৰহিলৈ আমি চিৰদিনৰ কাৰণে শিলজুৰি এৰি আঁতৰি যাম।"

"আঁতৰি যাম মানে? চাকৰি?"

"ইস্তাফা দিলোঁ।"

"চাকৰি ইস্তাফা দিলা? কিয়?"

"চাকৰি কৰাৰ ইচ্ছা নাই।"

"চাকৰি নকৰি কি কৰিবা?"

"তীৰ্থযাত্ৰা। কাশী-বৃন্দাবন। হৰিদ্বাৰ-মথুৰা। তাৰপিছত হৃষীকেশ-বদৰিকাশ্ৰম আৰু অৱশেষত গোমুখী। অৰ্থাৎ মৃত্যুমুখী পদযাত্ৰা।"

"আৰু মই?"

"কায়াৰ লগত ছায়া।"

"মানুহে জানো ভাল বুলিব?"

"স্ত্ৰী স্বামীৰ সহচৰ হ'লে যদি মানুহে……।"

"কি কৈছা?" মায়াই চকু পকাই উঠিল।

মই আধা কোৱাকৈ ৰৈ গলোঁ।

"তেনেদৰে ক'বলৈ তোমাৰ লাজ নালাগিল? ককায়েকে ভনীয়েকক তেনে কথা ক'বলৈ পায় নেকি?"

ভাতৰ কাঁহীখনত পানী ঢালি দি মায়া আঁতৰি গ'ল।

মই নিৰ্বাক হৈ গলোঁ।

এয়াতো মায়াৰ প্ৰশ্ন নহয়। দুৰ্বল ক্ষতাংশত প্ৰচণ্ড বেত্ৰাঘাত।

## ॥ সাত ॥

এতিয়া কেনে পালা ? মোৰ কথা বিশ্বাস কৰিবলৈ টান পাইছিলা নহয়। বেছ লাজ পালা হ'লে দেই।"

"কিন্তু ডাক্তৰে কি ক'লে—শুনিছাতো ?"

"ডাক্তৰেতো ক'বই।"

মই প্ৰতিবাদ নকৰিলোঁ।

চাইক'লোজিকেল চেম্বাৰৰপৰা ওলাই ৰাজপথৰ একাষত থিয় হলোঁহি। টেক্সি ল'ম নে স্কুটাৰ ৰিক্সা ল'ম ভাবিছোঁ।

"ক'লৈ যাবা ?"

"অৰোৰা ষ্টুডিঅ'—আহ্মেৰী।"

"টেক্সিত কিন্তু নাযাওঁ দেই। ভুমহলীয়া বাছত উঠি মোৰ বেছ ভাল লাগে।"

'বাছত গ'লে বিচাৰি উলিয়াবলৈ অসুবিধা হ'ব' বুলি মায়াক ক'বলৈ মোৰ লাজ লাগিল। বাধ্য হৈ বাছলৈ অপেক্ষা কৰিবলগীয়া হ'ল। আহ্মেৰীলৈ কোন বাছত যাব লাগে ?

"নাথিং টু বি ওৱেৰিড্। ঘৰৰ বাহিৰখন পৰীক্ষা কৰি নেদেখুৱা হ'লেই কিন্তু বিপদ আছিল। অৱচেতন মনৰ মাজত লুকাই থকা শঙ্কা আঁতৰাবলৈ সেইটোয়ে একমাত্ৰ উপায়। চিন্তা কৰিবলগীয়া একো নাই। কেইদিনমানৰ কাৰণে চেঞ্জত যাওক। সকলো ঠিক হৈ যাব। কিপ অলওৱেজ হাৰ বিজি।"

"আৰে প্ৰাঞ্জল ! কেতিয়া আহিলি ?"

অসমীয়া মাত এটা শুনি চিন্তাত ছেদ পৰিল। উভতি চালোঁ,

চঞ্চল। মানে চঞ্চল চৌধুৰী। সি যে বোম্বাইলৈ পঢ়িবলৈ আহিছিল সেই কথা মই পাহৰিয়ে গৈছিলোঁ।

"চঞ্চল—তই ?" বিস্ময় আৰু আনন্দত তাৰ হাতখনত খামোচ মাৰি ধৰিলোঁ। খামুচি ধৰিলে চঞ্চলে।

তাৰ পিছত একেলগে এসোপামান প্ৰশ্ন কৰি সি মোক ব্যতিব্যস্ত কৰি তুলিলে। 'কেতিয়া আহিলোঁ ? কিয় আহিলোঁ ? ক'ত আছোঁহি ? ঘৰত আটাইৰে ভাল নে ? অসমৰ খবৰ কি ?' ইত্যাদি এশ-একুৰি প্ৰশ্ন। যথাসম্ভৱ চমুকৈ উত্তৰ দি তাৰ কুশল-বাৰ্তা সুধিলোঁ। কিন্তু মোৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ পৰিবৰ্তে মোকহে সি আকৌ ওভোতাই প্ৰশ্ন কৰিলে।

"এখেত······।"

ইমান সময়ে মায়াৰ উপস্থিতিৰ কথা পাহৰিয়েই গৈছিলোঁ। সি সুধিলতহে মনত পৰিল। লৰালৰিকৈ কৈ উঠিলোঁ : তোমাক চিনাকি কৰি দিয়াই নাই, নহয়। চঞ্চল চৌধুৰী। মোৰ বন্ধু। আমি একেলগে পঢ়িছিলোঁ।"

"নমস্কাৰ।"

"নমস্কাৰ। মোৰ কিন্তু কোনো বন্ধু-চন্ধু নাই দেই !"

"আৰু এওঁ—মোৰ ভনী।"

"গীতাশ্ৰী ! তু-মি··· ?"

"গীতাশ্ৰী নহয়—মায়াশ্ৰীহে।"

সি বোধহয় মোক বিশ্বাস কৰিবলৈ টান পাইছিল। অবিশ্বাসৰ দৃষ্টি এটাৰে মোলৈ চালে। কাৰণ চঞ্চলে জানে : মোৰ ভনী এজনী; গীতাশ্ৰী। গতিকে সি নহৈ মই হোৱা হ'লেও আচৰিত হলোহেঁতেন। কিন্তু সি অসম্ভৱ চতুৰ। মায়াশ্ৰী কেনেকৈ মোৰ ভনী হ'ল সেই বিষয়ে একো উল্লেখ নকৰি হাঁহি হাঁহি প্ৰশ্ন কৰিলে : তেনেহলে তই চাকৰিটো পালি ?

তাৰ প্ৰশ্নটো শুনি প্ৰথমতে একো বুজা নাছিলোঁ। কিন্তু পিছ মুহূৰ্তত বুজি পাই ময়ো হো-হোকৈ হাঁহি উঠিলোঁ।

"পালোঁ। কিন্তু তই ভবাটো নহয় দেই! সেইবোৰ বহুত কথা।"

কাযেৰে পাৰ হৈ যাব খোজা খালী টেক্সি এখন ৰখাই আদেশৰ সুৰত সি কৈ উঠিল: ব'ল।

"ক'লৈ?"

"তোক কেলেই? উঠিবলৈ কৈছোঁ উঠ্।"

আমি গৈ বাধ্য ল'ৰা-ছোৱালীৰ দৰে টেক্সিত উঠি বহিলোঁ।

"হৰ্ন বি ৰোড। বেঙ্গল ল'জ।"......

"...তাৰপিছত শিলজুৰি। কিন্তু শিলজুৰিত সৰহ দিন থাকিব নোৱাৰিলোঁ। চাকৰি ইস্তাফা দিয়াৰ সিদ্ধান্ত লৈ বৰুৱা চাহাবক জনাব খোজোঁতেই খবৰ পালোঁ: কেইদিনমান পিছতেই তেখেত শিলজুৰিলৈ আহিব। আৰু নিৰ্দিষ্ট দিনত আহিলেও।

আমাৰ কথাবোৰ তেখেতে বোধহয় আগতেই কাৰোবাৰ মুখত শুনিছিল। কাৰণ শিলজুৰিলৈ আহিয়েই মোক সুধিছিল: মায়াক মুকুলিকা কুটীৰত নথৈ আমাৰ ঘৰলৈ লৈ গৈছিলোঁ কিয়? দেউতাৰ লগত মোৰ কি তৰ্ক-বিতৰ্ক লাগিছিল?

কলোঁ।

বৰুৱা চাহাবে একো নামাতিলে। কথাবোৰ শুনি গম্ভীৰ হৈ ৰ'ল। মোক ভুল বুজা বুলি মোৰ বৰ বেয়া লাগিল।

এটা অসহনীয় মৌনতা।

এমিনিট দুমিনিট নহয়; প্ৰায় দহ মিনিট। ভাবি চা তেনেকুৱা এটা পৰিস্থিতিত দহ মিনিট সময় অপেক্ষা কৰি ৰৈ থকা মোৰ কাৰণে কি কষ্টকৰ! তাতকৈ দুষাৰ বেয়াকৈ কোৱা হ'লেও মই বেছি ভাল পালোহেঁতেন। তথাপি ইমান দীঘলীয়া সময়ৰ নীৰৱতা অসহনীয়; অস্বস্তিকৰ।"

"তাৰ পিছত?" মই বৈ যোৱা দেখি চঞ্চলে প্ৰশ্ন কৰিলে।

অৱশেষত সেই নীৰৱতা ভাঙি বৰুৱাই কৈছিল: 'মই আগতেই অনুমান কৰিছিলোঁ।—তেনেকুৱাই কিবা এটা ঘটিব। সেইকাৰণেই মই আহিছোঁ। চলিহাকো মাতি পঠিয়াইছোঁ। কাইলৈ তেখেত এইখিনি পাবহি। ইচ্ছাৰ বিৰুদ্ধে চাকৰি কৰিবলৈ মই তোমাক নকওঁ। কিন্তু মায়াৰ কথা কি ভাবিছা ?

বৰুৱাৰ সেই প্ৰশ্নটোৰ কাৰণে মই প্ৰস্তুত নাছিলোঁ।

আচল কথাটো ক'বলৈ মোৰ সাহস নহ'ল। জানোচা খঙত তেখেতে মোক গৰ্জি উঠে !

'এয়া ভাল লক্ষণ নহয়। মই গভীৰভাৱে চিন্তা কৰি চালোঁ।— পলম হ'লেই বিপদ বাঢ়িব।—মায়াক লৈ তুমি বাহিৰলৈ যাব পাৰিবা ? কলিকতা—বোম্বাই ? খৰচৰ কাৰণে তুমি ভাবিব নালাগে।'

বুইছ চঞ্চল, মই যেন মোৰ কাণদুখনকে বিশ্বাস কৰিব নোৱাৰিলোঁ। কাৰণ মোৰ উদ্দেশ্যই আছিল সেইটো। চাকৰি ইস্তাফা দিয়াৰ আন এটা কাৰণ—মায়াৰ চিকিৎসা।

বৰুৱা কিয় ইমান গম্ভীৰ হৈ পৰিছিল—তেতিয়াহে বুজিলোঁ। নিৰ্ভয়ে উত্তৰ দিলোঁ আপুনি নোকোৱাৰ আগতেই মই সেই সিদ্ধান্ত লৈছোঁ ছাৰ। বোম্বাইলৈ যোৱাৰ কথা ভাবিছোঁ। বোম্বাইলৈ গ'লে— অৰোৰাক লগ পোৱা আৰু মায়াৰ চিকিৎসা—দুয়োটায়ে হ'ব।

'ফাইন আইডিয়া। কিন্তু মায়াই যাতে নাজানে যে বোম্বাইলৈ যোৱাৰ কাৰণ তাইৰ চিকিৎসা। অৰোৰাক লগ পাবলৈ আহিছা ; আৰু লগতে তাইকো 'চাইকিয়াট্ৰিক'ক দেখুৱাইছা। গিভ্ দিছ আণ্ডাৰষ্টেণ্ডিং টু হাৰ।'

"তাৰ পিছত এয়া—যোৱা পৰহি এইখিনি পাইছোঁহি।"

"তাৰ মানে তোৰ ফাইনাঞ্চাৰ বৰুৱা ?"

"ধৰ—বৰুৱাই। অৱশ্যে কোনো টকা-পইচা এতিয়ালৈকে মই তেখেতৰপৰা লোৱা নাই। প্ৰয়োজন হ'লেই পঠিয়াব। কিন্তু সেই বাৰশ টকা তেখেতে কোনোমতেই ওভোতাই নললে। তদুপৰি এই

বছৰৰ বোনাচথিনিও মোক আগতীয়াকৈ দিছিল। সাধাৰণতে বছৰৰ শেষত 'লচ এণ্ড প্ৰফিট' একাউণ্ট কৰাৰ পিছতহে বোনাচ দিয়াৰ নিয়ম।"

"অৰোৰাই তইঁতক আজি লগ ধৰাৰ কথা কৈছিল নেকি ?"

"ওঁহো। এপইণ্টমেণ্ট ডেট এটা লোৱাৰ কাৰণেহে যাবলৈ ওলাইছিলোঁ।"

"দ্যাটচ্ গুড। কিন্তু শুন্, যিমান দিন বোম্বাইত থাক—মোৰ ইয়াত থাকিব লাগিব। তইঁতৰ হোটেল-ফোটেলত থকা নচলিব। খানা-পীনা ফ্রি। ব্ৰিকচ্ এণ্ড বিল্ডিং কোম্পানীয়ে এনেয়ে ইমানটো কোৱাৰ্টাৰ দিছে নেকি ? আপোনাৰ কিবা আপত্তি নেকি মিছ……।"

"আপুনি নহয় দেই তুমি। আৰু মোক নাম কাঢ়ি মাতিলেই মই বেছি ভাল পাম।"

"তাৰ মানে মোৰ ভনীৰ সংখ্যা আৰু এজনী বাঢ়িল ?"

"আপত্তি কি ?"

"আপত্তি মানে ? দেউতাৰ সাতজনী ছোৱালী। সিহঁতৰ কাৰণে দৰা বিচাৰিয়েই হাইৰাণ। তেনেস্থলত আপোনাৰ কাৰণে—আই মিন—তোমাৰ কাৰণে আৰু এজন……।"

"তেনেহলে এওঁৰ কাৰণেই আগতে বিচাৰ।" হাঁহি হাঁহি কোৱা চঞ্চলৰ কথা কেইষাৰৰ ওপৰতে মই কৈ উঠিলোঁ।

মায়াই লাজ পাইছিল।

"কিৰিৰিং—ক্ৰিং।"

হাঁহি হাঁহিয়েই চঞ্চলে ৰিচিভাৰটো হাতত তুলি ল'লে।

"প্ল্যান-ডিজাইনাৰ চৌধুৰী হিয়াৰ।…আফ্টাৰনুন।…ও, কে।… গয়িং। চে—টেন মিনিটচ্।"

ফোনটো থৈ সি হঠাতে ব্যস্ত হৈ পৰিল।

"তইঁত এতিয়া ক'ৰবালৈ ওলাবি নেকি ?"

"অৰোৰাৰ তালৈ এতিয়া আৰু যাম জানো ?"

"এইমাত্র অৰোৱায়ে ফোন কৰিছিল। মই গৈ লগেই পাম কিজানি। তহঁতে জিৰণি ল। ডিজাইন এটা চাবমিট কৰি মই এতিয়াই উভতি আহিম। মায়া—ফিল্ ইউৰচেল্ফ হোমলি।"

উত্তৰ দিয়াৰ সুযোগ নিদি কোঠাটোৰপৰা সি ব্যস্তভাৱে ওলাই গ'ল।

"উঁহু—এতিয়াহে উশাহ ল'ব পাৰিছোঁ। সঁচাকৈয়ে হোটেলত থাকিবলগীয়া হ'লে মই মৰি গলোহেঁতেন কিজানি।"

মায়াই অকলশৰীয়া কোৱাৰ্টাৰটো দেখি ভাল পাইছিল।

কেবাটাও কোঠাৰ এটা ধুনীয়া বাংলো। প্ৰয়োজনীয় সা-সুবিধাৰ কোনো অভাৱ নাই। চঞ্চলে আমাক জোৰকৈয়ে হোটেলৰপৰা লৈ আহিছিল। আৰু তাৰ সন্দেহ আঁতৰাবলৈ সেই বাংলাটোৰ ড্ৰয়িংৰুমত বহি কৈছিলোঁ এটা দীঘলীয়া কাহিনী। মায়াৰ। মোৰ এজনী ভনীৰ জন্ম-ইতিহাস।.....

মোৰ ভীষণ খং উঠিছিল। মানুহবোৰ ইমান অভদ্ৰনে? উভতি আহি চঞ্চলে কৈছিল: অৰোৱাক সি আমাৰ কথা কৈছে। কিন্তু অৰোৱাই সময় দিব নোৱাৰিলে। কাৰণ খুব ব্যস্ত। আজৰি পালেই মোলৈ ফোন কৰিব।

ননচেন্স। মোৰ আৰু কাম নাই। তেওঁৰ কাৰণে দিনে-ৰাতি ফোনটোৰ ওচৰত বহি থাকিম? খঙত গুমৰি উঠিছিলোঁ যদিও মুখ খুলি চঞ্চলক একো নকলোঁ।

পিছদিনা ৰাতিপুৱা। পাঁচ বাজিছে মাথোন।

চঞ্চলৰ চিঞৰত মোৰ টোপনি ভাঙি গ'ল। ওচৰৰ কোঠাটোৰপৰা সি মোক চিঞৰি চিঞৰি মাতিছে।

"প্ৰাঞ্জল, তোৰ ফোন।"

মোৰ ফোন? এই ৰাতিপুৱাই ক'ৰপৰা মোলৈ ফোন আহিব? বোধহয় সি ভুল কৰিছে।

ইমান সোনকালে বিচনা এৰিবলৈ এলাহ লাগিল। তথাপি

উঠিবলৈ বাধ্য হলোঁ। চেন্দেলযোৰ চোঁচোৰাই চঞ্চলৰ বিচনাৰ ওচৰ পালোঁগৈ। ৰিচিভাৰটো শোৱা বিচনাৰ ওপৰতে থৈ সি আকৌ শুই পৰিছে।

ৰিচিভাৰটো কাণত গুজি লৈ সঁহাৰি জনালোঁ।

সিমূৰৰপৰা ভাহি আহি কাণত পৰিল: গুড মৰ্নিং মিঃ খনিকৰ! মই অৰোৰা।···হয়; চৌধুৰী চাহাবে মোক কৈছে। আজি আপোনাৰ সময় হ'ব জানো?···বেছ। তেন্তে তিনি বজাত···হয়, মোক ষ্টুডিঅ'তে পাব। মই যাব নোৱাৰা কাৰণে বেয়া নাপাব দেই।······আচ্ছা আচ্ছা। ধন্যবাদ।

ফোনটো থৈ আকৌ বিচনালৈ উভতি আহিলোঁ।

তিনি বজাৰ অলপ আগতে ষ্টুডিঅ' পালোঁগৈ। লগত মায়া। মায়াই ষ্টুডিঅ'ৰ ভিতৰখন দেখা নাই। চাব। মোৰো সেই একে অৱস্থা। তথাপি মায়াৰ ওচৰত স্বীকাৰ কৰিবলৈ লাজ লাগিল।

খবৰ লৈ গম পালোঁ: অৰোৰা নাই। ষ্টুডিঅ'লৈ আজি এবাৰো অহা নাই; আৰু অহাৰ আশাও নাই। ৰাতিপুৱাই ইউনিট লৈ কল্যাণলৈ গৈছে। আবেলি 'জুহু বিচ'ত শ্যুটিং আছে।

খবৰটো শুনি মনটো সেমেকি পৰিল। খঙো উঠিল। তেনেদৰে ফাকি নিদিয়া হ'লেওতো হ'লহেঁতেন। অপেক্ষা কৰিম নে উভতি আহিম একো স্থিৰ কৰিব নোৱাৰি থিয় হৈ ৰলোঁ।

হাতৰ ঘড়ীটোলৈ চালোঁ। তিনি বাজিছে। ঠিক সেই সময়তে বাদামী ৰঙৰ গাড়ী এখন গেটেৰে সোমাই আহিল। ভিতৰত অৰোৰা।

অৰোৰাই আমাক দেখি হাতৰ ঘড়ীটোলৈ চাই হাঁহিলে।

এটা সজ্জিত ধুনীয়া কোঠা।

অৰোৰাই আমাক বহিবলৈ অনুৰোধ কৰি নিজেও বহি ল'লে। মোৰ লগতে বৰুৱাৰ কুশল-বাতৰি সুধিলে। শিলজুৰিৰ খা-খবৰ ল'লে। তাৰ পিছত হঠাতে হাতখন মোলৈ আগবঢ়াই কৈ উঠিল: চাওঁ কাহিনীটো।

মই অপ্ৰস্তুত হৈ পৰিলোঁ।

কাৰণ মই কাহিনী লিখিব নোৱাৰিলোঁ বুলিয়েইতো অৰোৰাক লগ পাবলৈ আহিছোঁ। টকাখিনি ওভোতাই দি ঋণমুক্ত হ'ব খুজিছোঁ। নহ'লে বোম্বাইলৈ নহা হ'লেও মোৰ হ'লহেঁতেন।

সেপ ঢুপি কোনোমতে কলোঁ।

"মই বৰ দুখিত মিঃ অৰোৰা! কাহিনী লৈ অহাতো নায়েই; আনকি লিখাও নাই। আৰু লিখা নহ'বও। তাৰ কাৰণে মোক ক্ষমা কৰক।"

"সেইটো কি কথা?"

"সেইবোৰ বহুত কথা। সিমানবোৰ কথা কৈ আপোনাক আমনি দিয়াৰ মোৰ ইচ্ছা নাই। তদুপৰি শুনিবলৈ আপোনাৰ সময়ো নহ'ব। মই আহিছোঁ টকাখিনি ওভোতাই দি আপোনাৰ ওচৰত ক্ষমা বিচাৰিলৈ।"

"সেইটো পিছৰ কথা। কিন্তু মোৰ সময় নহ'ব বুলি আপুনি কিয় ধৰি ল'লে? আপুনি যদি ইমান দূৰৰপৰা আহিব পাৰে, মই আপোনাৰ কাৰণে দুঘণ্টা সময় খৰচ কৰিব নোৱাৰিম বুলি ভাবিছেনে? অসমত আপোনালোকে আমাৰ কাৰণে কিমান সময় আৰু কষ্ট কৰিছিল। মই অসমক কেতিয়াও পাহৰিব নোৱাৰিম। বাই দি-বাই এখেত······।"

মই চিনাকি কৰি দিলোঁ।

অৰোৰাই মায়াৰ বিষয়ে বহুত কথা সুধিলে। কলোঁ।

তাৰ পিছত মোক ক'বলৈ বাধ্য কৰাইছিল—মোৰ কি অসুবিধা। কাহিনীটো মই কিয় লিখিব পৰা নাই; আৰু নোৱাৰোঁ।

অৰোৰাৰ ধাৰণা—মই বোধহয় অৰোৰাক কিবা কাৰণত বেয়া পাইছোঁ। নতুবা পাৰিশ্ৰমকৰ বিষয়ে বন্দৱস্ত নকৰাত মই অসন্তুষ্ট। আৰু সেয়ে নহ'লে ছবি কৰাৰ বাবে আন কাৰোবাৰ ওচৰত চুক্তিবদ্ধ হৈছোঁ।

কোৱাৰ ইচ্ছা নাছিল যদিও অৰোৰাৰ মনৰ সন্দেহ আঁতৰাবলৈ ক'বলৈ বাধ্য হলোঁ।

কেইমিনিটমান ধৈৰ্য ধৰি শুনাৰ পিছত অৰোৰা অমনোযোগী হৈ পৰিল। মোৰ ভীষণ খং উঠিল। কি যে অভদ্ৰ।

অৰোৰাই মোৰ কথাৰ প্ৰতি অকণো গুৰুত্ব দিব খোজা নাই। মোৰ কথালৈ আওকাণ কৰি বাৰে বাৰে মায়ালৈ চাইছে। বিভিন্ন কোণৰপৰা বিভিন্ন দৃষ্টিত। মায়া যেন মায়া নহয়। ক্ষুধিত বাঘৰ সন্মুখত বৈ থকা এজনী হৰিণী। অৰোৰাৰ দৃষ্টিয়ে যেন মায়াক গিলিছে পেলাব। লাজত মায়া ৰঙা পৰি উঠিল। তাই যে অস্বস্তিবোধ কৰিছে সেই কথা তাইৰ দৃষ্টিয়ে মোক কৈ দিছিল। গাৰ কানি-কাপোৰবোৰ ভালদৰে টানি লৈ মাজে মাজে মোলৈ চাইছে। সেই দৃষ্টিত খং, লাজ আৰু অসহায়ৰ চাৱনি। মই যেন কথা বন্ধ কৰিলেই মায়াই ভাল পায়। অৰোৰাৰ সন্মুখৰপৰা আঁতৰি আহিব পাৰিলেই ৰক্ষা পৰে।

অৰোৰাই ভদ্ৰতাৰ সীমা চেৰাই গৈছিল। ভদ্ৰ ঘৰৰ ছোৱালী এজনীলৈ তেনেদৰে চোৱাটো অশালীন। থৰ লাগি মায়ালৈ চাই থকা অৰোৰাই যেন মোৰ উপস্থিতিৰ কথা পাহৰি গৈছিল। ইচ্ছা হৈছিল—অৰোৰাৰ গালত যেন চৰ এপাত সোধাই দিম। কিন্তু কোনোমতে ধৈৰ্য ধৰি ৰলোঁ।

মায়া ধুনীয়া। সন্দেহ নাই। সেইবুলি অৰোৰাৰ নিচিনা প্ৰৌঢ় মানুহ এজনে তেনেদৰে চোৱাটো অশোভনীয়।

কথাবোৰ যিমান পাৰোঁ চমুকৈ বৰ্ণাই সামৰণি মাৰিলোঁঃ সেই কাৰণেই মোৰ দ্বাৰা কাহিনী লিখা অসম্ভৱ। কিবা এটা লিখিব খুজিলেই শ্বেৰপাৰ স্মৃতিয়ে মোক অস্থিৰ কৰি তোলে। এজনী নিঃসহায় ছোৱালীৰ চকুপানীয়ে মোৰ অন্তৰত থৌকিবাথৌ লগায়। শোকে মোক খুন্দা মাৰি ধৰে।

মই নীৰৱ হৈ ৰলোঁ। নীৰৱ হৈ ৰ'ল অৰোৰা।

আমাৰ কাৰো মুখত মাত নাই। মই ভাবিছোঁ; অৰোৰাক কওঁ নেকি—'আপোনাৰ টকাখিনি ওভোতাই লওক। আমি যাওঁগৈ।'

আৰু এমিনিটমান পলম হ'লেই মই কিজানি কৈ পেলালোহেঁতেন।

তেনে সময়তে হাতৰ ঘড়ীটোলৈ চাই অৰোৰাই কৈ উঠিল ঃ আপোনালোকক এৰোঁ দেই।

অৰোৰা বহাৰপৰা থিয় হ'ল। তাৰ পিছত আমালৈ কোনো গ্ৰাহ্য নকৰি কোঠাটোৰ ওলাই গ'ল।

ননচেঞ্চ।

মুখৰ ভিতৰতে ভোৰ ভোৰাই উঠিলোঁ। দীঘলকৈ উশাহ এটা লৈ মায়াই কৈ উঠিল ঃ কি যে অভদ্ৰ!

লাজত মায়া ৰঙা প'ৰি গৈছিল। সৰ্বাঙ্গ ঘামিছে। ময়ো বৰ লাজ পাইছিলোঁ। গতিকে মায়াৰ কথাত কোনো সঁহাৰি দিব নোৱাৰিলোঁ।

কিন্তু অৰোৰাৰ ওচৰলৈ অহাৰ উদ্দেশ্যটো মোৰ পূৰণ নহ'ল। অসম্পূৰ্ণ হৈ ৰ'ল। ৰওক। এনে এজন অভদ্ৰ মানুহৰ ওচৰলৈ আৰু কেতিয়াও নাহোঁ। টকাখিনি ওভোতাই দিব পাৰিলেই লেঠা ছিগিলহেঁতেন। টকাকেইটাই মোৰ কাল হ'ল। কাল হ'ল শ্বেৰপাৰ; মায়াৰ।......

ৰাতি দহ বাজিছে।

চঞ্চল আৰু মই আড্ডা মাৰিছোঁ। মায়া ৰান্ধনি ঘৰত। নাৰী য'তেই নাথাকক, নাৰী সদায় নাৰীয়েই; গৃহিণী।

চঞ্চলে বাধা দিছিল। কিন্তু মায়াই নুশুনিলে। জোৰকৈয়ে ৰান্ধনি ঘৰত সোমাইছিলগৈ। চঞ্চলক হেনো 'এচামিজ দিছ' খুৱাব। ককায়েকৰ প্ৰতি ভনীয়েকৰ জানো কোনো দায়িত্ব নাই?

তাৰ পিছত হকা-বধা কৰা অবাস্তৱ।

বাৰেভচহু কথাত আমি মছগুল হৈ পৰিছোঁ। এনেতে ফোনটো বাজি উঠিল। চঞ্চলে ৰিচিভাৰটো তুলি ল'ব খুজিও হাতখন কোঁচ খুৱাই আনিলে।

"তোৰ ফোন।"

"মোৰ কেনেকৈ হ'ব? ফোনত বিচাৰিবলৈ মোৰ ইয়াত কোন আছে?"

"ধৰ—না।"

চঞ্চলৰ ধমক খাই ৰিচিভাৰটো তুলি ললোঁ।

তাৰ কথাই সঁচা। অৰোৰাই মোক বিচাৰিছে।

অৰোৰাৰ নামটো শুনিয়েই মোৰ খং উঠিল। অভদ্ৰ ক'ৰবাৰ! মই পৰিচয় দিয়াৰ লগে লগে সিমূৰৰপৰা অৰোৰাৰ মাত ভাহি আহিল। তাৰ পিছত অৰোৰাৰ অনুৰোধটো শুনি খঙে মোৰ চুলিৰ আগ পালেগৈ। ৰাতি দহ বজাত মায়াক লগত লৈ তেওঁক লগ ধৰাৰ কি প্ৰয়োজন? তথাপি খাটাংকৈ নাযাওঁ বুলি নকৈ 'নতুন ঠাই, যাবলৈ অসুবিধা হ'ব' বুলি উত্তৰ দিলোঁ। লগে লগে অৰোৰাই 'আচ্ছা—মই গৈছোঁ' বুলি ফোনটো নমাই থ'লে।

ৰিচিভাৰ নমাই থোৱাৰ লগে লগে চঞ্চলে প্ৰশ্ন কৰিলে: কি ক'লে অৰোৰাই?

উত্তৰ দিবলৈ গৈ মই ৰৈ গলোঁ।

আবেলিৰ ঘটনাটো চঞ্চলে নাজানে। তাক মই কোৱা নাছিলোঁ। গতিকে চকু-মুখ দেখিও সি মোৰ মনৰ ভাবটো বুজি পোৱা নাছিল।

তাৰ প্ৰশ্নটো এৰাই যাবলৈ ওভোতাই তাকহে প্ৰশ্ন কৰিলোঁ: তই কেনেকৈ বুজিলি—মোৰ ফোন?

"ইন্‌টুইশ্যন।"

"তহঁতৰ বোম্বাইৰ চব মানুহবোৰেই চাৰিশ বিশ নেকি অ' চঞ্চল?"

"কেলেই?" তাৰ মাতত অনাৱশ্যকীয় গাম্ভীৰ্যৰ সুৰ।

মোৰ প্ৰশ্নটোৱে যে তাৰ ব্যক্তিত্বত আঘাত কৰিছিল বুজিলোঁ। সেই কাৰণে লৰালৰিকৈ কৈ উঠিলোঁ: নহয় অ', অৰোৰাৰ কথা কৈছোঁ।

"কি হ'ল অৰোৰাৰ?"

"কি হ'ব? এটা পাগল। এই ৰাতিখন মোক মাতি পঠিয়াইছে। মোৰ কাম নাই।"

"ৰাতি ক'ত হ'ল? গুৱাহাটীৰ সন্ধিয়া সাত বজা আৰু বোম্বাইৰ

দহ বজাৰ মাজত কোনো পাৰ্থক্য নাই। কিন্তু ইয়াত ফ'ৰ টুৱেন্টিৰ প্ৰশ্ন আহিল কিয়?"

"যাবলৈ অসুবিধা হ'ব বুলি কোৱাৰ লগে লগে নিজে আহিম বুলি কৈ ফোনটো থৈ দিলে। আনকি মোৰ ঠিকনাটোও সুসুধিলে। তাৰ মানে নাহে। ঠিকনা নাজানিলে মোক বিচাৰি ক'লৈ আহিব?"

চঞ্চলে মোৰ কথা শুনি হাঁহিলে। কিন্তু একো নক'লে।

মই অপ্ৰস্তুত হৈ পৰিলোঁ।

চঞ্চলে খুব বেছি চিগাৰেট খায়। এটাৰ পিছত আন এটা হুপিয়েই থাকে। আগৰ চিগাৰেটটো শেষ হ'লত আন এটা চিগাৰেট জ্বলাই "আচ্ছা—শুন।" বুলি সি পুনৰ সেই গাজাখুৰি গল্পৰ মাজলৈ উভতি গ'ল। মই শুনি গলোঁ।

হাতৰ চিগাৰেটটো পুৰি কেতিয়া শেষ হৈছিল তাৰ খেয়াল নাছিল। আন এটা চিগাৰেট জ্বলাব খুজি সি বৈ গ'ল। বাহিৰলৈ আঙুলিয়াই দেখুৱালে।

"সৌৱা, তোৰ অৰোৰা আহিছে। বোম্বাইৰ মানুহে ঠিকনা নাজানিলেও ঘৰ বিচাৰি উলিয়াব পাৰে। বুজিলি?"

উজ্জ্বল পোহৰ এটা খিৰিকীৰে ভাহি আহি চকুত পৰিলত বাহিৰলৈ চালোঁ। বঙলাটোৰ সম্মুখৰ ল'নখনলৈ গাড়ী এখন সোমাই আহিছে।

তাৰ অলপ পিছতে কোঠাটোলৈ সোমাই আহিল অৰোৰা। লগত আৰু এজন ভদ্ৰলোক। চুটি-চাপৰ ভদ্ৰলোকজনৰ হাতত এটা শকত প'টফলিও বেগ।

চঞ্চলে বহিবলৈ নৌকওঁতেই অৰোৰা বহি পৰিল। অৰোৰাই নিজে ভদ্ৰলোকজনক বহিবলৈ ক'লে। অৰোৰাৰ কথাৰপৰা বুজিলোঁ— ভদ্ৰলোকজনৰ উপাধি চোপ্ৰা।

অৰোৰা আৰু চঞ্চলৰ কথা-বতৰাৰপৰা অনুমান কৰিব পৰিছোঁ: সিহঁতৰ মাজত বেছ ভাল সম্পৰ্ক এটা আছে।

অবোৰাই দুই-এষাৰ কথা পাতিয়েই মায়াৰ খবৰ ল'লে ঃ বহীনজী ক্যাহা ? মালা ?

মায়াৰ নামটো অবোৰাৰ মুখত মালা হৈ পৰিছে।

"ৰ'ব—মই মাতি আনিছোঁ" বুলি চঞ্চল বান্ধনি ঘৰলৈ সোমাই গ'ল।

মই উচ্‌পিচাই উঠিলোঁ। ভদ্রলোক দুজনক অকলে বহুৱাই থৈ চঞ্চলৰ পিছে পিছে ভিতৰলৈ সোমাই যাবলৈও বেয়া লাগিল।

মই জানো ঃ অবোৰাৰ নাম শুনিলে মায়া ভিতৰৰপৰা কেতিয়াও ওলাই নাহে। বৰং খঙত জ্বলি-পকিহে উঠিব। খঙৰ ভমকত কিখন কৰে ঠিক নাই।

চঞ্চলে আবেলিৰ ঘটনাটোৰ বিষয়ে গম পাব বুলি মোৰ ভয় হ'ল।

কিন্তু মোৰ সন্দেহটো সঁচা নহ'ল। চঞ্চলৰ পিছে পিছে ওলাই আহিল মায়া। ধীৰ-স্থিৰ। চকু-মুখত অস্বাভাৱিকতাৰ কোনো চিন নাই।

"নমস্তে মালা বহিনজী।"

প্রতি নমস্কাৰ জনাই মায়াই শুধৰাই দিলে ঃ মোৰ নাম মায়াহে—মালা নহয়।

"নো—নো, ইউ আৰ মালা। ইউ উইল বি নেমড এজ মালা। লিভ ইট্। লেট মি কাম টু মাই পইণ্ট। আপোনালোক ইয়াত কিমান দিন থাকিব ?"

মায়াই মোৰ চকুলৈ চালে। মায়াৰ হৈ মই উত্তৰ দিলোঁ।

"উই আৰ লাকি এনাফ্। আমি আপোনাৰ ওচৰলৈ সহায় বিচাৰি আহিছোঁ। মই জানো—আপুনি আমাক নিশ্চয় সহায় কৰিব।"

"সহায় ! মই আপোনালোকক কি সহায় কৰিব পাৰোঁ ?"

"ৰোল এটাৰ কাৰণে—তেনেই সৰু ৰোল। কট পটেণ্ট।"

"নাই—নাই। মোৰ দ্বাৰা নহ'ব—মই নোৱাৰিম।"

মায়া যেন আকাশৰপৰাহে পৰিল। হিমালয়ৰ চূড়া খহোৱাৰ দৰে অবোৰাৰ এয়া অসম্ভৱ প্রস্তাৱ।

অৰোৱাক মই বুজিব নোৱাৰিলোঁ। সন্দেহ এটাই মনত ভুমুকিয়াই গ'ল। তুৰৱাৰ দৰে অৰোৱায়ো ফান্দ পাতিব খুজিছে নেকি ?

"অসুবিধা কি ?"

"মই কোনোদিনে অভিনয় কৰা নাই।"

"অ' সেই কথা ? তাৰ বাহিৰে যদি অন্য আপত্তি নাথাকে তেন্তে শুনক ঃ অথনিয়ে মই আপোনাক তন্ন-তন্নকৈ পৰীক্ষা কৰিছোঁ। আপুনি যে মোৰ সেই দৃষ্টি সহ্য কৰিব পৰা নাছিল—অস্বস্তিবোধ কৰিছিল, সেই কথাও মই জানো। কি কৰিব—ছবিৰ কাৰণে চৰিত্ৰ বাছনিৰ পৰ্বটোৱে এনেকুৱা : আশাকৰোঁ—আপুনি মোক ক্ষমা কৰিব।"

"নাই—নাই মই নোৱাৰিম।"

"সেইটো মই বিচাৰ কৰিম। আপুনি মাথোন সন্মতি দিয়ক। অথনিয়েই কথাটো কম বুলি ভাবিছিলোঁ। কিন্তু নকলোঁ।"

মায়াই আপত্তি কৰিব খুজিছিল। কিন্তু চঞ্চলে বাধা দিলত মনে মনে ৰ'ল। মই কথা কোৱাৰ কোনো সুবিধাই পোৱা নাছিলোঁ। লাজো পাইছোঁ। অথনি তেনেহলে সেই কাৰণেহে অৰোৱাই মায়াক তেনেদৰে চাইছিল।

"ডিৰেক্টৰ চাহেব, চুক্তি-ধনৰ পৰিমাণ নজনালে জানো শিল্পীয়ে সন্মতি দিয়ে ? ৰোলটোৰ বিষয়েওতো তেওঁ জানিব লাগিব।"

চঞ্চলে এনে সুৰত কৈ উঠিল যেন মায়া এজনী ব্যৱসায়িক শিল্পী।

"আই এম শ্বৰি মিঃ চৌধুৰী! চোপ্ৰা, তুমি এখেতসকলৰ লগত কথা হোৱা। চৰিত্ৰটো বুজাই দি খাটাং কিবা এটা কৰি ল'বা। চিত্ৰনাট্যৰ নকল এটা আনিছা নহয় ? কিন্তু চুক্তিপত্ৰত স্ক্ৰীন-নেমত চহী কৰাবলৈ নাপাহৰিবা।"

চোপ্ৰাই সন্মতি জনাইছিল। চোপ্ৰা অৰোৱাৰ ব্যক্তিগত সচিব।

অৰোৱাই চোপ্ৰাৰ ওপৰত দায়িত্ব দি "আহক মিঃ খনিকৰ, আমি ভিতৰলৈ যাওঁ" বুলি মোৰ হাতখনত ধৰি আন এটা কোঠালৈ লৈ গ'ল।

বুজিলোঁ ঃ অৰোৰা চঞ্চলৰ ওচৰলৈ আগে-পিছেও মাজে-সময়ে আহে।

বহি লোৱাৰ পিছত অৰোৰাই প্ৰথমে আৰম্ভ কৰিলে ঃ আপোনাৰ লগত চুক্তিপত্ৰখন আজি নকৰিলেও হ'ব নিশ্চয়। আন এদিন কৰিম।

'চুক্তিপত্ৰ! মোৰ লগত আকৌ চুক্তিপত্ৰ কিহৰ' বুলি সুধিব খুজিছিলোঁ। কিন্তু মোক প্ৰশ্ন কৰাৰ সুযোগ নিদি অৰোৰাই পুনৰ কৈ গ'ল ঃ আপোনাৰ প্ৰত্যেকটো কথাই মই অথনি মনোযোগেৰে শুনিছোঁ। আপুনি কাহিনী লিখিব নোৱাৰোঁ বুলিছে। কাহিনী লিখাৰ আৰু প্ৰয়োজন নাই। লিখিবলগীয়া কাহিনীটো আপুনি মোক কৈয়েই পেলালে। আপুনি নিলিখিলেও কাহিনীটো যেতিয়া শুনিলোঁ—মই আনৰ হতুৱায়ো লিখাই ল'ব পাৰোঁ। কিন্তু আপোনাক ঠগিবলৈ মই জানো ভাল পাম?—এই কাহিনীটোকে চিত্ৰনাট্য হিচাপে লিখি উলিয়াওক। ট্ৰিট্‌মেণ্ট সম্পৰ্কে দুই-এদিনৰ ভিতৰতে সংলাপ ৰচকৰ সৈতে একেলগে বহি আলোচনা কৰিম। কিন্তু ৰেজিষ্ট্ৰেশ্যনৰ কাৰণে কাহিনীটো চমুকৈ লিখি টাইপ কৰাই ল'ব লাগিব।

কোনো বক্স অফিচ এলিমেণ্টচ্ সংযোগ কৰাৰ প্ৰয়োজন নাই। দি ষ্টৰী ইটসেলফ উইল হিট। অৱশ্যে শ্বেৰপাক আমি তেনেদৰে নেদেখুৱাওঁ। শ্বেৰপা হ'ব কাহিনীৰ নায়ক; আৰু মালা হ'ব নায়িকা। কাহিনীৰ নায়ক-নায়িকাৰ নামো শ্বেৰপা আৰু মালাই থাকিব।"

এৰা, কাহিনী নিলিখোঁ বুলি আগধনৰ টকা কেইটা ওভোতাই দিয়াৰ কোনো যুক্তি নাই। মই নিলিখিলেও—অৰোৰাই এই কাহিনীটো আনৰ হতুৱাই লিখাই ছবি কৰিব।

অৰোৰা আৰু চোপ্ৰাই শুভৰাত্ৰি জনাই হাঁহি হাঁহি বিদায় ল'লে। কিন্তু শুভৰাত্ৰিৰ পৰিৱৰ্তে আৰম্ভ হ'ল অশুভ ৰাত্ৰি। চঞ্চল আৰু মায়াৰ মাজত আৰম্ভ হোৱা বাক্-যুদ্ধখনত হাৰি অসহায়ৰ দৰে তাই ফেকুৰি উঠিল।

"তুমি ভয় খাইছা কিয় মায়া? তুমি যে প্ৰফেশ্যনাল শিল্পী নহয়,

সেই বিষয়ে অৰোৰাই জনাৰ কোনো উপায় নাই। প্ৰফেশ্যনাল শিল্পী হিচাপে যিখিনি জ্ঞানৰ দৰকাৰ, মই তোমাক শিকাই দিম। লাইট আৰু কেমেৰাৰ সন্মুখত থিয় হোৱাৰ কৌশলটো জানিলেই তোমাক ব্যৱসায়িক শিল্পী নহয় বুলি গম পোৱাৰ কোনো উপায় নাই। বোলছবি জগতৰ শিল্পী—অৰ্থাৎ অভিনেতা-অভিনেত্ৰীসকলৰ কাৰণে প্ৰয়োজনীয় ব্যৱহাৰিক শব্দ কেইটা জানিবলৈ এঘণ্টা সময়ো নালাগে। আৰু ভাষা? তোমাক হিন্দী কথাছবিৰ কমাৰ্চিয়েল আৰ্টিষ্ট বুলিতো মই কোৱা নাই। নিজৰ দাম বঢ়াবলৈ ফাকি দিবই লাগিব। ভাষা জ্ঞানৰ তোমাৰ কি প্ৰয়োজন? সংলাপ ৰচকে কাৰ ঘোঁৰাৰ ঘাহ কাটিব? আৰু উচ্চাৰণ? মই তেন্তে ইয়াত কি কৰিবলৈ আছোঁ? অৰোৰায়ো জানে—তুমি হিন্দী নতুবা উৰ্দ্দু ভাষী নহয়। তথাপি অৰোৰা তোমাৰ ওচৰলৈ আহিছে কিয়? হিন্দী ছবিত অভিনয় কৰিবলৈ হেজাৰ হেজাৰ ল'ৰা-ছোৱালীয়ে প্ৰযোজক-ডিৰেক্টৰৰ দুৱাৰে দুৱাৰে অনুগ্ৰহ ভিক্ষা কৰি ঘূৰি ফুৰে। এয়া তোমাৰ সৌভাগ্য।"

অৰোৰা ষ্টুডিঅ'ৰ লগত মই কিমান বছৰৰপৰা জড়িত বুলি ভাবিছা? আৰ্ট ডিৰেকশ্যন কাৰ বুলি ভাবিছা? ঘৰত বহি বহি কাৰ কাৰণে ইমানবোৰ প্ল্যান এণ্ড ডিজাইন আঁকো বুলি ভাবিছা? এষ্টিমেটবোৰ? কোম্পানীৰ চাকৰি কৰিছোঁ কাৰণে—স্ক্ৰীন-নেম লোৱা নাই। তাৰ পৰিৱৰ্তে সৰহকৈ টকা লৈছোঁ। এৰোন'টিকেল ইঞ্জিনিয়াৰিং পঢ়িম বুলি আহি পঢ়িলোঁ—আৰ্কিটেক্সাৰ। গতিকে সুবিধা পালে পইচা নল'ম কিয়?

চঞ্চলৰ দীঘলীয়া বক্তৃতাটো শুনি মায়াৰ মনলৈ সাহস আহিল। তাই হাঁহি দিলে।

"দেখিলি প্ৰাঞ্জল, তই-মই ক'ৰবাতে ৰলোঁ। প্ৰথম ছবিখনতেই মায়াই সহ-নায়িকালৈ প্ৰমোচন পালে। তাৰ পিছৰখনত একেবাৰে নায়িকা।"

মায়াক উৎসাহিত কৰিবলৈ চঞ্চলে বেঁকা সুৰত কৈ উঠিল।

"আজিৰপৰা মই কিন্তু মায়া নহয় দেই। মালা সিন্হা।"

"বাঃ, ডেয়াৰ ইউ আৰ। এনেয়ে অৰোৰাই তোমাক বিচাৰি অহা নাই। টকাৰ টোপোলাটো কিন্তু মোৰ হাতত আছে।"

"থ'ক। আপুনি কথা চোবাই থাকক। আমি ভাত খাওঁগৈ। আহা ককাইদেউ।"

মায়াই মোক হাতত ধৰি টানি লৈ গ'ল। যোৱাৰ আগতে চঞ্চললৈ বেঁকাকৈ চোৱা চাৱনিটোত কৃতজ্ঞতা আৰু দুষ্টামিভৰা দৃষ্টি।......

ৰাতি ভালেমান হৈছিল।

মায়া আৰু চঞ্চলৰ টোপনি আহিছিল। কিন্তু মই শুব পৰা নাই। চকুৰ আগত বাৰে বাৰে ভাহি উঠিছে দুখন মুখ। মায়া আৰু শ্বেৰপাৰ। কাণত বাজি উঠিছে এবাৰ কথা ঃ শ্বেৰপা নায়ক হ'ব।

মোৰ ওচৰৰপৰা এনেকৈয়ে মায়া আঁতৰি যাব নেকি বাৰু? ইয়াৰ পিছতো যদি অৰোৰাই তাইক নতুন চুক্তিত চুক্তিবদ্ধ কৰে? অৰোৰাৰ দৰে আন প্ৰযোজকেও যদি মায়াক বিচাৰি আহে? আজিৰ মায়া হৈ পৰিব এজনী ব্যস্ত চিত্ৰতাৰকা। এয়াতো তাইৰ কাৰণে সৌভাগ্যৰ কথা।

কিন্তু......।

মই ইমান চঞ্চল হৈ পৰিছোঁ কিয়? তাইৰ প্ৰতি মোৰ কিহৰ এই আকৰ্ষণ? এয়া—সঁচাকৈয়ে ভনীয়েকৰ প্ৰতি ককায়েকৰ মৰম নে অন্য কিহবাৰ আকৰ্ষণ? মায়া যদি সঁচাকৈয়ে মহানগৰীৰ বুকুত হেৰাই যায়, মই তেন্তে কি কৰিম? কেনেকৈ ক'ম ঃ তুমি উভতি আহা মায়া। আমি উভতি যাওঁগৈ। তোমাক এৰি থৈ মই অকলে উভতি যাব নোৱাৰোঁ মায়া। চিৰদিন ভনী হৈয়েই তুমি মোৰ ওচৰতে থাকিবা। তোমাৰ ওচৰত থাকিম মই।

ছিঃ, তই ইমান দুৰ্বলনে প্ৰাঞ্জল? কিয় তই মায়াৰ কথা এনেদৰে ভাবিছ? আন কথা চিন্তা কৰ। শ্বেৰপালৈ মনত পেলা। তোৰ জীৱন ৰক্ষাকৰ্তা শ্বেৰপা। "......শ্বেৰপা হ'ব কাহিনীৰ নায়ক।......"

নায়ক। শ্বেৰপা হ'ব নায়ক।

নায়ক। নায়ক! নায়ক!

শ্বেৰপা মৰিছে। কিন্তু কাহিনীৰ শ্বেৰপা হ'ব অমৰ। মৰিও শ্বেৰপা জীয়াই থাকিব—কাহিনীৰ মাজত: চেলুলয়ডৰ বুকুত। আংশিকভাৱে হ'লেও শ্বেৰপাৰ ঋণ পৰিশোধ হ'ব। কৃতজ্ঞতা প্ৰকাশৰ, ঋণ পৰিশোধ কৰাৰ বাবে ইয়াতকৈ ডাঙৰ সুযোগ তই কোনোদিনেই নাপাৱ প্ৰাঞ্জল।

"অখণ্ড প্ৰতাপী জমিদাৰ প্ৰতাপ বৰুৱা। নামনি অসমৰ জমিদাৰ প্ৰতাপ বৰুৱা অকল জমিদাৰেই নহয়; হাতীৰ মহলদাৰ। কুপ হোল্ডাৰ। বৰুৱাৰ চকুলৈ চাই কথা কোৱাৰ সাহস সাধাৰণ প্ৰজা নালাগে, আনকি চৰকাৰৰো নাছিল। প্ৰতাপ বৰুৱাৰ ইঙ্গিতত চৰকাৰী বিষয়া উঠে। বহে।

সেইজন জমিদাৰৰ হাতী-মহলত কাম কৰা এজন সাধাৰণ ফান্দী শ্বেৰপা। শ্বেৰপাই ভাবিছিল—সি ফান্দী হৈ হাতী ধৰিব। আৰু তাৰ বিনিময়ত মহলদাৰৰপৰা সংগ্ৰহ কৰিব প্ৰচুৰ অৰ্থ; পুৰস্কাৰ। কিন্তু সাধাৰণ যুৱক শ্বেৰপাৰ অসাধাৰণ সাহস আৰু বুদ্ধি দেখি জমিদাৰ প্ৰতাপ বৰুৱাৰ চকু স্থিৰ হ'ল। জমিদাৰৰ ফান্দত পৰি নিজেই বন্দী হ'ল ফান্দী শ্বেৰপা। শ্বেৰপা হৈ পৰিল মহলদাৰ জমিদাৰৰ বেতনভোগী কৰ্মচাৰী।

সেইখন গাঁৱৰে এজন খেতিয়কৰ ছোৱালী মালা। শ্বেৰপাৰ মুখত হাতী ধৰাৰ দুঃসাহসিক কাহিনীবোৰ শুনি শুনি যৌৱন-পুৰঠ মালা শিয়ৰি উঠে। মুগ্ধ হৈ পৰে। তাই নজনাকৈয়ে অন্তৰৰ বিশেষ আসনখন কাঢ়ি নিয়ে শ্বেৰপাই।

বছৰ বাগৰে। স্বপ্ন-মধুৰ দিনবোৰত ৰঙীণ হৈ পৰে সিহঁতৰ মন। ৰঙীণ হৈ পৰে পৃথিৱী। নেদেখা দুকুৰা জুয়ে সিহঁতৰ দেহ-মন ডেই-পুৰি নিব খোজে।

বনৰীয়া হাতীক বান্ধিব পাৰি। কিন্তু মন বান্ধিব নোৱাৰি। মন বান্ধিব নোৱাৰিলে শ্বেৰপাই।

'আৰু নহয় মালা, আৰু অপেক্ষা কৰিব নোৱাৰি। ব'ল, আমি ক'ৰবালৈ পলাই যাওঁ।'

তাই উত্তৰ দিব নোৱাৰে। এয়াতো শ্বেৰপাৰ কথা নহয়; তাইৰ মনৰ গোপন আকাঙ্ক্ষা। গোপন খবৰ।

লাজত মূছৰ্কঁছ গৈ তাৰ বুকুৰ মাজত সোমাই পৰে মালা। তাৰ পিছত?

সিহঁতে অপেক্ষা কৰে এটা দিন। এটা শুভমুহূৰ্ত।

কিন্তু হঠাতে যেন ক'ৰবাত বজ্ৰপাত হ'ল।

এয়া জানো সঁচা? তাৰ শ্ৰৱণ শক্তি তেন্তে হেৰাই গ'ল নেকি? জমিদাৰ প্ৰতাপ বৰুৱাই বিয়া কৰাব এজন সাধাৰণ খেতিয়কৰ ছোৱালী।

'মিছা! মিছা! মিছা মালা—মিছা।'

'মিছা নহয়—সঁচা। ব'ল; আজি ৰাতিয়েই আমি পলাই যাওঁ। তোক নাপালে যে মই মৰি যাম।'

মায়াই উচুঁপি উঠে।

শ্বেৰপাৰ মূৰত সৰগ ভাঙি পৰে।

সি জানে—এয়া যদি সঁচা, তেন্তে ৰক্ষা পোৱাৰ আৰু কোনো উপায় নাই। পলাই গৈও সিহঁতে ক'তো সাৰিব নোৱাৰে। আনকি সাগৰৰ তলিৰপৰাও জমিদাৰে সিহঁতক বিচাৰি উলিয়াব। তাৰ কাৰণে সি ভবা নাই। কিন্তু তাৰ সম্মুখত মালাক অত্যাচাৰ কৰিলে সি যে সহ্য কৰিব নোৱাৰিব।

'তেন্তে উপায়?'

'উপায় নাই মালা। তই ভাগ্যৱতী। তই ৰাণী হ'বি। তই যে ৰাণী হোৱাৰে উপযুক্ত।'

"শ্বেৰপা।"

'তই সুখী হ'লেই মই সুখী হ'ম। তই মোক পাহৰি যা মালা। তোৰ মঙ্গলৰ কাৰণে চিৰদিন মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিম। প্ৰয়োজন হ'লে তোৰ কাৰণে মই জীৱন দিবলৈও প্ৰস্তুত।'

হেৰোৱাৰ বেদনাত থোকাথুকি হৈ গৈছিল শ্বেৰপাৰ কণ্ঠস্বৰ। আৰু মালা ?

তাই সহ্য কৰিব পৰা নাছিল। শ্বেৰপাক সাবটি ধৰি কান্দি কান্দি অজ্ঞান হৈ গৈছিল।

তাৰ পিছতো দিন বাগৰি গ'ল। দিনৰ পিছত মাহ। মাহৰ পিছত বছৰ। কিন্তু শ্বেৰপা ? শ্বেৰপা হৈ পৰিল এটা যন্ত্ৰ-মানৱ। ফান্দ, হাতী আৰু জঙ্গল। তাৰ বাহিৰে সি যেন একো চিনি নাপায়। নাজানে। সি মানুহ নহয়। হাতী ধৰা বিদ্যুতচালিত এটা যন্ত্ৰ-দানৱ।

হঠাতে একোদিন সি দৃঢ় হৈ পৰে। শিলৰ দৰে কঠিন হৈ পৰে তাৰ অন্তৰ। গুলী খোৱা বাঘতকৈও হৈ পৰে বেছি হিংস্ৰ। গুণ্ডা হাতীৰ দৰে উন্মত্ত।

চাৰিওফালে গভীৰ অৰণ্য। সেই অৰণ্যৰ মাজত তিনিটা মাথোন প্ৰাণী। ৰাণা, সি আৰু জমিদাৰ।

এয়েই যে সুযোগ।

হায় ভগৱান! এয়া সি কি ভাবিছে ? সি যে প্ৰতিজ্ঞাৱদ্ধ। নাই— নাই, সি অকৃতজ্ঞ হ'ব নোৱাৰে। মালাৰ উকা কপালখন……।

সি আৰু ভাবিব নোৱাৰে। এয়া তাৰ ভালপোৱা নে স্বাৰ্থপৰতা ? সি যে মালাক ভাল পায়।

'…তোৰ মঙ্গলৰ কাৰণে জীৱন দিবলৈও প্ৰস্তুত।'

সি প্ৰমাণ কৰি যাব—প্ৰাপ্তিয়েই প্ৰেম নহয়। মহত্ত্বৰ প্ৰেমৰ বাবে প্ৰাপ্তি নহয় ; ত্যাগ। ত্যাগ সুন্দৰ। ত্যাগ মহত্ত্বৰ।

সি অকৃতজ্ঞ হোৱা নাছিল।

মালাক হেৰুওৱাৰ তিনি বছৰ পিছৰ ঘটনা।

চিকাৰ শেষ হৈছিল। বাহৰ সামৰি ঘৰলৈ উভতি আহিছিল ঘৰুৱা হাতী, মাউত, ফান্দী আৰু আটাইবোৰ বন্ধুৱা। কিন্তু উভতি অহা নাছিল মহলদাৰ প্ৰতাপ বৰুৱা, কুন্‌কী ৰাণা, ৰাণাৰ মাউত নন্দী আৰু শ্বেৰপা। কাৰণ বিক্ৰী হৈ যোৱা শেষ হাতীটোৰ সমুদায় টকা প্ৰতাপ

বৰুৱাই তেতিয়াও পোৱা নাছিল। পিছ দিনালৈ সম্পূর্ণ টকা আদায় দি হাতীটো নিবলৈ আহিব খোজা গ্ৰাহকৰ অপেক্ষাত সিহঁত ৰৈ যাবলগীয়া হৈছিল আৰু এটা দিন।

বাহৰ সামৰি মানুহবোৰ আঁতৰি যোৱাৰ দিনাখনৰে ঘটনা। ৰাতিপুৱাই মানুহবোৰ আঁতৰি গৈছে। আঁতৰি গৈছিল ঘৰুৱা হাতীৰ জাক। ঠাইখন সেৰেঙা হৈ পৰিছিল। উকঙা উকঙা লাগিছিল তিনিজন মানুহৰ মন। কেম্পত সিহঁত তিনিজন মানুহ, কুন্‌কী ৰাণা, আৰু অলপ দূৰত বান্ধি থোৱা সদ্যবন্দী এটা বনৰীয়া মখনা। হাতী দুটাক ঘাঁহ পানী দিয়া আৰু সিহঁত তিনিজনৰ কাৰণে ভাত-পানী ৰন্ধাৰ বাহিৰে আন কাম নাছিল।

দুপৰীয়া।

প্ৰতাপ বৰুৱাই কৈছিল: ৰাণাৰ দাঁতযোৰ বৰ লেতেৰা হৈছিল অ' নন্দী। দাঁতযোৰ ঘঁহি-পিহি হাতীটোক গা ধুৱাই আনগৈ যা।

কেম্পৰ ওচৰতে নদী। নদীৰ ওচৰতে কেম্প পতা নিয়ম।

তাৰ মন যোৱা নাছিল। তথাপি ৰাণাক লৈ নদীৰ বুকুলৈ নামি গ'ল নন্দী। ৰাণাক গা ধুৱাই আনিব। নহ'লে যে বৰুৱাই খং কৰিব। বৰুৱাৰ খং উঠিবলৈ হ'লে যমেও ভয় খায়। চাকৰিতো নাথাকেই; তাৰ উপৰিও চমতাৰ কোব।

বালি এমুঠি লৈ বন একোছাৰে নন্দীয়ে ৰাণাৰ দাঁতযোৰ ঘঁহি দিব খুজিছিল। কিন্তু ৰাণাৰ আপত্তি। বাৰে বাৰে নন্দীক আমনি কৰিছে। দাঁতযোৰ পৰিষ্কাৰ কৰাৰ সুযোগ দিবলৈ ৰাণা কোনোমতেই মান্তি নহয়। কিন্তু নন্দীয়ে যে দাঁতযোৰ ঘাঁহ-পিহি চিকচিকিয়া কৰিবই লাগিব।

চিৰবাধ্য ৰাণা হঠাতে অবাধ্য হৈ পৰিল। অশান্ত হৈ উঠিল। নন্দীক শুঁৰেৰে মেৰিয়াই নদীৰ বুকুলৈ দলিয়াই দিলে। তাৰ পিছত ক্ষুব্ধ ৰাণা যেন উন্মাদ হৈ পৰিল। ক্ষিপ্ৰ চঞ্চল গতিৰে পাৰলৈ উঠি আহি বন্দী মখনাটোক আক্ৰমণ কৰিলে। ৰাণাৰ খোঁচত থকা-সৰকা হোৱা বন্দী হাতীটোৰ চিঞৰত শ্বেৰপা সচেতন হৈ পৰিল।

প্ৰতাপ বৰুৱাই তেতিয়া ভাত-পানী খাই তম্বুৰ তলত জিৰণি লৈছিল। ইফালে বন্দী মখনাটোৰ লগত যুঁজি ৰাণা যেন আগতকৈও বেছি উগ্ৰ হৈ পৰিল। বন্দী হাতীটোক এৰি তম্বুৰ ওচৰলৈ আগবাঢ়ি আহিল উত্তেজিত ৰাণা। প্ৰতাপ বৰুৱাক চিঞৰি চিঞৰি পলাবলৈ কৈ ৰাণাৰ ওচৰলৈ আগবাঢ়ি আহিল শ্বেৰপা। জীৱন তুচ্ছ কৰি অশেষ কষ্টেৰে সি ৰাণাৰ ভৰিত শিকলি লগাই গছ এজোপাত বান্ধি পেলালে। কিন্তু শ্বেৰপাই ৰক্ষা নাপালে। গছজোপাৰ গুৰিৰপৰা আঁতৰি আহিবলৈ থিয় হোৱাৰ আগতেই শ্বেৰপাক গছকি ধৰি যাঠিৰ দৰে দীঘল দাঁত দুটাৰে ছিৰাছিৰ কৰি পেলালে। শ্বেৰপা যেন মানুহ নহয়; ফান্দী নহয়। এজোপা কলগছ।

মালাই শুনিছিল: প্ৰাণৰ বিনিময়েৰে এজনে ৰক্ষা কৰিছিল আন এজনৰ প্ৰাণ। স্বামী প্ৰতাপ বৰুৱাই পত্নী মালাক কৈছিল শ্বেৰপাৰ আত্মত্যাগৰ কাহিনী। সাহস আৰু আত্ম-বলিদানৰ কাহিনী বৰ্ণোৱা প্ৰতাপ বৰুৱাৰ বুকু ভেদি বৈ আহিছিল এটা গধুৰ হুমুনিয়াহ।

আৰু মালা।

তাৰ পিছৰেপৰা মালা হৈ পৰিল অসুস্থ। প্ৰত্যেক নিশা সপোন দেখি মালাই চিঞৰি উঠে। এটা প্ৰকাণ্ড দঁতাল হাতীয়ে যেন তাইলৈ খেদি আহিছে, আৰু আত্মৰক্ষাৰ কাৰণে প্ৰাণপণে দৌৰি পলাইছে মালা।

এদিন ৰাতি।

সপোন দেখি মালাই চিঞৰি উঠিল। শোৱনি কোঠাৰ দুৱাৰ খুলি বাৰাণ্ডালৈ আঁতৰি পলাল। কিন্তু আগলৈ যে আৰু পথ নাই। সন্মুখত এবুকু ওখ এখন ৰেলিং। আনফালে শুঁৰ দাঙি খেদি আহিছে এটা প্ৰকাণ্ড দৈত্য; যমদূত। নিচেই ওচৰলৈ আগুৱাই আহি মেৰিয়াই ধৰিব খোজা দঁতালটোৰপৰা ৰক্ষা পৰিবলৈ ৰেলিং পাৰ হৈ তাই আঁতৰি পলাব খুজিছিল। কিন্তু ৰেলিঙৰ সিপাৰেতো আৰু ধৰাতল নাই। সেয়া যে এক বিৰাট শূন্য।

তাৰ পিছত ?……

হঠাৎ মই উচপ্ খাই উঠিলোঁ।

কল্পনা ৰাজ্যৰপৰা বাস্তৱলৈ ঘূৰি আহি মই কিজানি চিঞৰি দিছিলোঁ : এয়া মই কি ভাবিছোঁ ?

নাই, নাই। তিনি মহলাৰ ওপৰৰপৰা মালা পৰি যাব নোৱাৰে। নপৰে। মালাৰ মৃত্যু নহয়। মালাক মাৰি পেলাব নোৱাৰি। যেনেকৈ হওক তাইক ৰক্ষা কৰিব লাগিবই। কিন্তু কেনেকৈ ?

মালাক ৰক্ষা কৰিবলৈ গ'লে যদি কাহিনীটোৰ সৌন্দৰ্য নষ্ট হৈ যায় ? ঘটনাৰ শীৰ্ষবিন্দুৰ পতন ঘটে ?

"ককাইদেউ, কাৰ লগত কথা পাতিছা ককাইদেউ ?"

ওচৰৰ কোঠাটোৰপৰা ভাহি অহা মায়াৰ মাতত মোৰ চেতনা ফিৰি আহিল। লৰালৰিকৈ টোপনি যোৱাৰ অভিনয় কৰি নীৰৱ হৈ ৰলোঁ। মায়াই ভাবক্ : মই সপোন দেখি প্ৰলাপ বলকিছোঁ।

## ॥ আঠ ॥

"…ইয়ে ঝুঠ হ্যাই ভাই চাহেব—বিলকুল ঝুঠ।"

বিৰক্তিত কৈ উঠিছিল অবোৰাই।

সেই কথা পিছত ক'ম।

মায়া ইতিমধ্যে মালা হৈ গৈছে। শেষ হৈ গৈছে মালাই অভিনয় কৰা নাটকীয় চৰিত্ৰটোৰ আধা-আধি শ্যুটিং।

"তুমি যে কি ককাইদেউ ? মই চিঞৰি টেঁটু ফালিছোঁ আৰু তুমি ইয়াত মহাদেৱ হৈ বহি আছা। সময়-অসময়ৰ জ্ঞান তোমাৰ অকণো নাই।"

মায়াৰ অভিযোগ শুনি মূৰ দাঙি চালোঁ।

"কি হ'ল মায়া?"

"কি হ'ব? আমাৰ আৰু ভোক নালাগে—নহয়? কেইটা বাজিছে—জানা? খাই-বৈ উঠিওতো লিখিব পাৰা।"

মোৰ সম্মুখৰপৰা বহীটো টানি নি মায়াই ভোৰভোৰাই উঠিল।

ঘড়ীটোলৈ চালোঁ। এক বাজি গৈছে।

"মোলৈ অপেক্ষা কৰাৰ কি প্ৰয়োজন? তুমিতো খাই ল'ব পাৰিলাহেঁতেন।"

"এৰা, তোমাক এৰি মই খালেহে হ'ব আৰু।"

উত্তৰ দিবলৈ একো নাছিল। এই আব্দাৰটোৰ কাৰণেই মায়াক মোৰ ভাল লাগে। তাইৰ খং উঠিলে মই হাঁহি সামৰি ৰাখিব নোৱাৰা হৈ পৰোঁ। তাইৰ খং উঠক বুলিয়েই একেদৰে বহি ৰলোঁ।

তাই একেথিৰে মোলৈ চাই ৰ'ল।

"ক—কাই—দে—উ!"

হঠাৎ মায়াৰ মাতটো সেমেকি পৰিল। ওচৰৰ চকী এখনত বহি সম্মুখৰ মেজখনত মূৰটো গুজি ফেকুৰি উঠিল। মই আচৰিত হৈ পৰিলোঁ।

"মায়া? কান্দিছা কেলেই মায়া? কান্দিবলৈ তোমাৰ আকৌ কি হ'ল?"

মোৰ প্ৰশ্নত তাই আৰু বেছিকৈহে ফেকুৰি উঠিল। মই অপ্ৰস্তুত হৈ গলোঁ।

"মই বৰ বেয়া পাম মায়া।"

ধমকৰ সুৰত কোৱা কথাষাৰ শুনি সুস্থিৰ হ'বলৈ যত্ন কৰি মায়াই কৈ উঠিল: কিন্তু মোৰ যে সৰ্বনাশ হৈ গ'ল ককাইদেউ। মই যে সৰ্বস্ব হেৰুৱাই পেলালোঁ।

"মায়া।"

খং আৰু বিস্ময়ত চিঞৰি উঠা মোৰ অস্বাভাৱিক মাতটো শুনি মই

নিজেই চমকি উঠিলোঁ। সন্দেহৰ পোক কিছুমানে মোৰ মনৰ মাজত কিলবিলাই উঠিল। মই যেন দৌৰি গৈ অৰোবাৰ নেলুত টিপি ধৰিম। চিঞৰি চিঞৰি ক'ম: বিশ্বাসঘাতক, চৰিত্ৰহীন লম্পট। তইঁতে এনেকৈয়ে গাভৰু ছোৱালীবোৰৰ জীৱন ধ্বংস কৰিছ। মই তোৰ নেলু ছিণ্ডি দিম।

খণ্ডত মই কঁপিছো।

"মই ইয়ালৈ নহা হ'লেই ভাল আছিল।"

"আঃ, কি হৈছে—খুলি নোকোৱা কিয় মায়া?"

"কোৱা, তুমি মোক সঁচাকৈয়ে এৰি যাবা নেকি ককাইদেউ?"

মায়াৰ প্ৰশ্নত মই যেন হিম হৈ গলোঁ।

"হঠাৎ এই প্ৰশ্নৰ কাৰণ কি মায়া?"

"চিত্ৰনাট্যৰ কাম শেষ হ'লেই গুচি যাবা। আৰু মই বৈ যাম তোমাৰপৰা বহুত দূৰত। মইতো চিত্ৰাভিনেত্ৰী হ'বলৈ বিচৰা নাছিলোঁ ককাইদেউ।"

"মই আঁতৰি যাম বুলি তোমাক কোনে ক'লে বাৰু?"

"সঁচা? তেন্তে আঁতৰি নোযোৱা? কোৱা—মোৰ শপত।"

"সেয়া পিছৰ কথা। ব'লা—এতিয়া খাওঁগৈ।"

"আৰু কেবাজনো প্ৰযোজক যে মোৰ ওচৰলৈ আহিছে। মোক চুক্তিবদ্ধ কৰাব খুজিছে। মই তেওঁলোকক কি বুলি ক'ম?"

"সৌভাগ্যক নেওচা দিবলৈ নাপায় মায়া। অফাৰ তুমি ৰিফিউজ কৰিবা কিয়? এই সময়ত তুমি ব্যস্ত থকা খুউব প্ৰয়োজন।"

"কিয়? অ'—নহ'লে মই পাগল হৈ যাম—নহয়? কিন্তু আজিকালি মই ভয়লগা সেই সপোনবোৰ নেদেখোঁ—জানা?"

ক'ব খুজিছিলোঁ: আঁকৰী, এই কাৰণেইতো এই ব্যৱস্থা।

কিন্তু নকলোঁ। তাইৰ চকুলৈ চাই মোৰ চকু দুটাই হাঁহি উঠিল।

তাৰ কেইদিনমান পিছত।

কাহিনী লিখা বহীটো অৰোবাৰ হাতত দি আহিছিলোঁগৈ। বহীটো

হাতত লৈ অৰোৰাই মেলিও নাচালে। অকণো আগ্ৰহ নেদেখুৱাই শকত হাতবেগ এটাৰ ভিতৰত বহীটো সুমুৱাই থৈ আন কথাত ব্যস্ত হৈ পৰিল। মই নিৰুৎসাহ হৈ পৰিলোঁ।

পিছদিনা।

নৌ-বিভাগত চাকৰি কৰা অসমীয়া ডেকা কেইজনমানক লগ পাই চিতালৈ গৈছিলোঁ। চঞ্চল অফিচলৈ গৈছিল আৰু মায়া গৈছিল ষ্টুডিঅ'লৈ।

উভতি আহোঁতে আবেলি হৈছিল। তেতিয়ালৈকে মায়া নতুবা চঞ্চল কোনো এজনো উভতি অহা নাই। চঞ্চল ইমান সোনকালে উভতি নাহে। অফিচৰপৰা আহোঁতে প্ৰায়ে গধূলি হয়। মায়া উভতি আহিছিল যদিও দেখা নাছিলোঁ।

উৱা! এইখনচোন কাহিনী লিখা বহী। মোৰ বিচনাৰ ওপৰত পৰি আছে। বহীখন ইয়ালৈ আহিল কেনেকৈ? কোনে থৈ গ'ল? অৰোৰাই তেনেহলে কাৰোবাৰ হাতত পঠিয়াই দিছে? কাহিনীটো কিজানি অৰোৰাই পঢ়ি নাচালেই। কিজানি নহয়। নপঢ়িলেই। পঢ়িবলৈ সময় পালে ক'ত?

মনটো সেমেকি পৰিল। খঙো উঠিল। ইচ্ছা হ'ল: বহীটো যেন টুকুৰা-টুকুৰকৈ ছিঙি দলিয়াই পেলাম। লাজ, অপমান আৰু ক্ষোভত মই ৰঙা পৰি গলোঁ।

অৰোৰাক কাহিনীটো কৈয়েই মই ভুল কৰিছোঁ। সেই কাহিনীটোকে অৰোৰাই আন কাৰোবাৰ হতুৱাই লিখাই ল'ব। এয়া মোক ঠগাৰ অভিপ্ৰায়।

বিৰক্তিৰে বহীটো হাতত লৈ পাতবোৰ লুটিয়াই গলোঁ। গোটেইখনতে আঁক-বাঁক। ৰঙা-নীলা পেন্সিলৰ দাগ। ইয়াৰ অৰ্থ কি? অৰোৰাই তেনেহলে কাহিনীটো পঢ়িছে? কিন্তু মনঃপুত হোৱা নাই? পঢ়িবলৈ সময় পালে ক'ত? নিশ্চয় পঢ়া নাই। মোক ভুৱা দিবলৈ এনেদৰে আঁকি-বাঁকি বহীটো পঠিয়াই দিছে।

মায়া আৰু চঞ্চলৰ ওচৰত মই লাজ পাব লাগিব। সিহঁতক কি বুলি ক'ম ? বহীখন ক'ৰবাত লুকাই থম নেকি ?

"ককাইদেউ !"

বহীখন লুকুৱাবলৈ যত্ন কৰি মূৰ দাঙি চালোঁ। গা-ধোৱা ঘৰৰ দুৱাৰ মেলি ভিতৰৰপৰা ওলাই আহিছে মায়া।

"অৰোৰাই তোমাক মূল কাহিনীটো চমুকৈ লিখি দিয়াৰ কথা কৈছে। যিমান চমু কৰিব পাৰি সিমানে ভাল। কিন্তু প্ৰয়োজনীয় মূল কথাবোৰ যেন বাদ পৰি নাযায়।"

"কেতিয়াকৈ লাগে ?"

"পাৰিলে আজিয়েই লাগে। আজি নোৱাৰিলেও কাইলৈ দহ বজাৰ আগতে পালেও হ'ব হেনো। অৰোৰাই টাইপ কৰাই ল'ব।" মায়া ৰৈ গ'ল।

"আৰু কিবা কৈছে নেকি ?"

"কাহিনীটো মই পঢ়িছোঁ নে নাই সুধিছিল। তুমি পঢ়িবলৈ দিয়া নাই বুলি ক'লত হাঁহিলে। এই ছবিখনৰ নায়িকাৰ বাবে বোলে তেওঁ মোৰ কথা ভাবিছে। আজিয়েই চুক্তিপত্ৰত চহী কৰাব খুজিছিল।"

"পিছত ?"

"তোমাক নোসোধাকৈ চহী কৰিব নোৱাৰোঁ বুলি কলোঁ। কাহিনীটো মই পঢ়িমনে ককাইদেউ ?"

"ওঁ।"

মায়া ড্ৰেচিং-গ্লাচখনৰ ওচৰলৈ আগবাঢ়ি গ'ল।

মনটো পাতল পাতল লাগিল।

ৰাতিপুৱা।

ৰাতিয়েই লিখি থোৱা কাহিনীটো হাতত লৈ অৰোৰাৰ ঘৰ পালোঁগৈ। যোৱাৰ আগতে ফোন কৰিছিলোঁ। অৰোৰাই মোলৈ অপেক্ষা কৰি ৰৈ আছিল। ব্ৰেকফাষ্ট খোৱা নাই। মই ৰাতিপুৱাৰ

চাহ-জলপান খায়েই গৈছিলোঁ। কিন্তু অৰোৰাৰ অনুৰোধত তেওঁৰ লগত আকৌ খোৱা-টেবুলত বহিবলগীয়া হ'ল।

গল্পৰ সাৰাংশটো অৰোৰাক দিলোঁ। সাৰাংশ লিখা পাতকেইটা লুটিয়াই চাই 'হ'ব' বুলি জেপত ভৰাই থ'লে।

ভাবিছিলোঁ: কাহিনীটো সম্পৰ্কে অৰোৰাই কিবা ক'ব। মন্তব্য দিব। কিন্তু একো নক'লে। মৌন হৈ খোৱাত ব্যস্ত হৈ পৰিল।

বাধ্য হৈ সুধিলোঁ: কাহিনীটো সম্পৰ্কে আপোনাৰ······

শেষকৈ ক'ব নোৱাৰিলোঁ। মোৰ কথাৰ ওপৰতে কৈ উঠিল: চলিব। চিনপ্‌চিচটো টাইপ কৰাই ৰেজিষ্ট্ৰেশ্যনৰ ব্যৱস্থা কৰাব লাগে। কপি এটা বৰুৱালৈও পঠিয়াই দিব লাগিব। হাতী ধৰাৰ চিজন কেতিয়া আৰু খৰচৰ আনুমানিক হিচাপ এটা লাগে। নহ'লে বাজেট কৰিবলৈ অসুবিধা হ'ব।—আচ্ছা মালাই আপোনাক কিবা কৈছে?

"কিহৰ বিষয়ে?"

"মালাৰ ভাওটো মালায়ে কৰক। নহয় জানো?"

"তেওঁৰ অভিনয় সম্পৰ্কে আপোনাৰ কি ধাৰণা?"

অপ্ৰয়োজনীয় প্ৰশ্ন। কাৰণ ভাল ধাৰণা এটা নজন্মিলে নায়িকাৰ ভূমিকাত নমাব নোখোজে।

"আশা কৰিছোঁ—চলাই নিব পাৰিব। উচ্চাৰণ সম্পৰ্কে মোৰ সন্দেহ আছিল। কিন্তু মডেলেশ্যন মই আশা কৰাতকৈ বহুত বেছি ভাল।"

ভাল মানে? মায়া আৰু চঞ্চলৰ ভাষাৰ কচৰৎবোৰ দেখিলে তুমিও আচৰিত হ'বা। পুৱা-গধূলি দেখিবা—স্বৰ-অভ্যাস, স্বৰ-নিয়ন্ত্ৰণ আৰু নামখৰি ভঙা সম্পৰ্কে মায়াৰ কি কচৰৎ? কি বক্তৃতা!

মায়া আৰু চঞ্চলৰ ভাষা-প্ৰশিক্ষণৰ ঘটনাবোৰৰ কথা মনত পৰি উঠিব খোজা হাঁহিটো চেপি ৰাখি সুধিলোঁ: মায়াৰ স্ক্ৰীন-নেম মালা হোৱাৰ কাৰণ কি? মায়া আৰু মালাৰ মাজত জানো নাটকীয় ভাষাৰ কিবা পাৰ্থক্য আছে?

"আছে। মালা ৰোমাণ্টিক নাম। কিন্তু মায়া—মালা হোৱাৰ উদ্দেশ্য সেইটো নহয়। বৰুৱাই তাহানি হাতী-চিকাৰৰ গল্প এটা কৈছিল। কুন্‌কীজনীৰ নাম আছিল বনমালা। অসমৰ স্মৃতি জীয়াই ৰাখিবলৈ মালাতকৈ আৰু কি ভাল নাম থাকিব পাৰে ভাইচাহেব? মোৰ ইচ্ছা—বনমালাৰ দৰে মালা উজ্জ্বল হওক। ধুনীয়া অভিনেত্ৰী-বোৰ জানো চিনেমা জগতত প্ৰযোজকসকলৰ কাৰণে কুন্‌কী নহয়?"

"কিন্তু বনমালাৰ মৃত্যু-কাহিনীটো বোধহয় আপুনি নাজানে। বৰ করুণ। আৰু মালাৰ মৃত্যুও যদি বনমালাৰ দৰে……।"

"ইয়ে খেয়াল মৎ কিজিয়ে। চুপাৰষ্টিচাচ্ হোনা আচ্ছা নহী।"

"অন্ধ বিশ্বাস নহয় মিঃ অৰোৰা। কিন্তু বহুত সময়ত সেইটোৱে হয়গৈ। কেতিয়াবা কেতিয়াবা অন্ধ বিশ্বাসো সঁচা হয়। ফলিয়ায়।"

"ইয়ে ঝুঠ হ্যাই ভাইচাহেব—বিলকুল ঝুঠ।"

অমলেটৰ টুকুৰা এটা তুলি লোৱা কাটা-চামুচযোৰ মুখৰ ওচৰৰপৰা নমাই আনি প্লেটখনত হেঁচি ধৰি বিৰক্তিত কৈ উঠে অৰোৰাই।

সেয়াই হওক অৰোৰা। তোমাৰ ধাৰণাই সঁচা হওক। ঝুঠ হৈ যাওক মোৰ খেয়াল। বিলকুল ঝুঠ। মালাৰ মৃত্যু হ'ব নোৱাৰে। মৃত্যু হ'বলৈ দিব নোৱাৰোঁ।

মোৰ সন্দেহ হৈছে—কোন সঁচা? বনচাল নে অৰোৰা? কাহিনী সম্পৰ্কে অৰোৰাই মোক বিশেষ একো কোৱা নাই। চঞ্চলে কৈছিল: বুৰ্বক, এয়া কাহিনী হ'ল? কাহিনী লিখিছ? চিনেমাৰ কাহিনী হবলা এনেকুৱা?

অৰোৰাই কৈছিল: চলিব।

চঞ্চলে মোক হতাশ কৰি কোৱা কাৰণেই অৰোৰাক মই উপযাচি সুধিছিলোঁ—কাহিনীটো সম্পৰ্কে তেখেতৰ মতামত।

আৰু বনচাল? বনচালে এইবোৰ কয় কি? কিন্তু বনচালেইবা মিছা ক'ব কেলেই।

অৰোৰাৰ ওচৰৰপৰা বিদায় লৈ উভতি আহোঁতে কালৃভা দেৱী ৰোডত

লগ পাইছিলোঁ। বনচালক। মোৰ হাতখনত খামোচ মাৰি ধৰি দেহৰ সমগ্ৰ শক্তিৰে জোকাৰি বনচালে কৈছিল : আপনে ডিৰেক্টৰ চাহাবকো পাগল বনা দিয়া।

"কেইছে?"

"কাহিনীটো এনে থ্ৰিলিং হ'ব বুলি অৰোৰাই হেনো ভাবিবই পৰা নাছিল। যোৱা নিশা তেওঁ মোৰ লগত আলোচনা কৰিছিল। শ্যুটিং লোৱা সম্ভৱ হ'ব নে নহয় সুধিছিল। অৰোৰাই প্ৰকাশ্যে নক'লেও মই বুজিছোঁ—তেওঁ অত্যন্ত সন্তুষ্ট।......আপোনাক এই বিষয়ে একো কোৱা নাই? নকয়। ডিৰেক্টৰ, প্ৰডিউচৰবোৰে কাহানিও আপোনাৰ-মোৰ কামৰ প্ৰশংসা নকৰে। নহ'লে যে আমাৰ দাম বাঢ়ি যাব।"

বনচালে কোৱা কথাখিনি হয়তো সঁচা। নহ'লে কাহিনীটো ৰেজিষ্ট্ৰাৰ কাৰবলৈ অৰোৰাই ইমান খৰখেদা নলগায়। ইমান ততাতৈয়াকৈ দৃশ্য গ্ৰহণ সম্ভৱপৰ হ'ব নে নহয় সেই বিষয়ে বনচালৰ সৈতে আলোচনা নকৰে।

বনচালে কোৱা কথাখিনি চঞ্চলক কওঁতে সি কৈছিল : তই সঁচাকৈয়ে বুৰ্বক। ধেমালিও বুজি নাপাৱ। কাহিনীটো অসম্ভৱ ভাল হৈছে। অৱশ্যে সাহিত্যৰ ফালৰপৰা মই কোৱা নাই। হিন্দী কথাছবিৰ কাৰণে এনেকুৱা কাহিনীয়েই লাগে। ব্যৱসায়িক সফলতাৰ সম্ভাৱনাপূৰ্ণ কাহিনী।

কাহিনীটো পঢ়ি আমন-জিমনকৈ মায়াই কৈছিল : মই মৰিলেহে তুমি ভাল পোৱা নেকি ককাইদেউ? নায়িকাৰ নাম মালা। মোৰ নামো মালা। আৰু সেই চৰিত্ৰটোৰ কাৰণে অৰোৰাই মোকেই চুক্তিবদ্ধ কৰিব খুজিছে। আংশিক পৰিমাণে হ'লেও এয়া মোৰেই জীৱনৰ সঁচা কাহিনী।

"সেইবাবেই তোমাৰ অভিনয় হ'ব স্বাভাৱিক। স্বতঃস্ফূৰ্ত।"

মোক উত্তৰ দিয়াৰ সুযোগ নিদি উত্তৰ দিছিল চঞ্চলে।

"অভিনয়ৰ মৃত্যুই যদি স্বাভাৱিক মৃত্যুৰ ৰূপ লয়—তেন্তে অভিনয় আৰু বেছি স্বাভাৱিক হ'ব—নহয় নে চঞ্চল ককাইদেউ ?"

মায়াক ধমক দিয়াৰ বাহিৰে চঞ্চলে আন কোনো উত্তৰ দিব পৰা নাছিল। মই বুজাবলৈ যত্ন কৰিছিলোঁ : এয়া অভিনয়। মিছা—ফাকি। ইয়াৰ লগত সঁচা জীৱনৰ কোনো সম্পৰ্ক নাই।

॥ ন ॥

ছবিখনে মুক্তি লাভ কৰিলে।

মায়াই-অভিনয় কৰা প্ৰথম ছবি। নাম—'বিয়াস'। বিয়াসৰ কাহিনীটো কৰুণ। হিন্দুস্থানৰ কেইখনমান গাঁৱৰ ওপৰত পাকিস্থানে কৰা নিৰ্মম অত্যাচাৰৰ সাক্ষী—বিয়াস। বিয়াসৰ বুকুত যুৱতী পত্নীক উটুৱাই দি আঁতৰি আহিছিল এজন যুৱক স্বামী।

সেই কথা থ'ক।

ছবিখন ভাল হৈছে। কিন্তু মায়াই যে বিশেষ কিবা ভাল কৰিছে তেনে নহয়। অৱশ্যে নাটকীয় চৰিত্ৰটোৱে আকৰ্ষণীয়। দৰ্শকৰ মনত অনুকম্পাৰ সৃষ্টি কৰে। কিন্তু দৰ্শকৰ চকুত পৰাকৈ অভিনয়ৰ ফালৰপৰা বিশেষত্ব দেখুওৱাৰ কোনো সুযোগ নাই। এটা সৰু পাৰ্শ্ব-চৰিত্ৰ। কিন্তু কথাছবিৰ কাৰণে আটাইতকৈ প্ৰয়োজনীয় গুণটোৱেই আছিল মায়াৰ। ধুনীয়া মায়াক—ছবিত আৰু বেছি ধুনীয়া, আৰু বেছি আকৰ্ষণীয় যেন লাগিছিল। দেহৰ গঠন আৰু আকৰ্ষণীয় মুখৰ ছবিয়ে কথাছবি জগতৰ কেবাজনো প্ৰযোজকৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

ছবিখনে মুক্তিলাভ কৰাৰ আগতে আৰু চাৰিখন ছবিত অভিনয় কৰিবলৈ মায়া চুক্তিবদ্ধ হৈছিল। বিয়াসে তেতিয়ালৈকে মুক্তি নাপালেও

'স্ক্রীন' আৰু 'ফিল্ম ফেয়াৰ'ত প্ৰকাশ হোৱা মালাৰ স্থিৰ-চিত্ৰই এই কণ্ট্ৰাক্টবোৰ পোৱাত সহায় কৰিছিল। চুক্তিবদ্ধ হোৱা আটাইবোৰ চৰিত্ৰই আছিল পাৰ্শ্ব-চৰিত্ৰ। কিন্তু বিয়াসৰ মুক্তিৰ পিছত নায়িকাৰ ভাওৰ কাৰণে কেবাজনো প্ৰযোজক আহিল, আৰু আটাইবোৰ নিৰাশ হৈ উভতি যাবলগীয়া হ'ল। কাৰণ বুধিয়ক অবোৰাই বুজিছিল: বিয়াসৰ মুক্তিৰ পিছত মালা হৈ পৰিব ব্যস্ত শিল্পী। চুক্তিৰ টকাৰ সংখ্যা বাঢ়ি যাব। সেই কাৰণে বৰুৱাৰপৰা হাতী ধৰাৰ বতৰৰ বিষয়ে গম পোৱাৰ লগে লগে ছমাহ আগতেই মালাক চুক্তিত আৱদ্ধ কৰি ৰাখিছিল। সেই সময়ত ছবিৰ চিত্ৰনাট্যই লিখা হোৱা নাছিল। সম্ভৱতে তিনিমাহৰ কাৰণে নতুন চুক্তিৰ আৱদ্ধ হ'ব নোৱাৰা মালাৰ কাৰণে কেইজনমান প্ৰযোজকে তেওঁলোকৰ ছবিৰ চিত্ৰগ্ৰহণৰ কাম তিনিমাহলৈ পিছুৱাই দিবলৈও সন্মত হ'ল। সেই বন্দৱস্তত আৰু দুখন ছবিত অভিনয় কৰাৰ কাৰণে চুক্তিবদ্ধ হ'ল মালা।

শ্যুটিং-স্ক্ৰিপ্ট লিখিবলৈ অবোৰাৰ অসুবিধা হৈছিল। কাৰণ 'লোকেল' নোচোৱাকৈ অনুমানৰ ওপৰত ভিত্তি কৰি শ্যুটিং স্ক্ৰিপ্ট লিখিবলৈ অসুবিধা। সেয়ে চিত্ৰনাট্যৰ কাম শেষ হোৱাৰ পিছতো মোৰ কাম শেষ হোৱা নাছিল। 'লোকেল' সম্পৰ্কে মই অবোৰাক বুজাই দিবলগীয়া হৈছিল। অৱশ্যে দৃশ্যগ্ৰহণৰ ঠাই সম্পৰ্কে মোৰো জ্ঞান নাছিল। কিন্তু অৰণ্যৰ বিষয়ে অৰণ্যসুন্দৰীয়ে জন্মোৱা ধাৰণাৰ ওপৰত ভিত্তি কৰি লোকেলবোৰ কেনেকুৱা হ'ব পাৰে. সেই বিষয়ে মোটামুটিভাৱে বুজাই দিছিলোঁ। দৃশ্যগ্ৰহণৰ ঠাই নেদেখাকৈ গ্ৰাউণ্ড-প্লেন আঁকি বুজোৱা সম্ভৱ নহয়। অবোৰায়ো মোৰ কথাতে হয়ভৰ দিছিল।

"মিঃ চৌধুৰী, ষ্টুডিঅ'-চেট সম্পৰ্কে মই সম্পূৰ্ণৰূপে আপোনাৰ ওপৰত নিৰ্ভৰ কৰিম। মানে কৰিব লাগিব। কিয়নো অসমৰ বিষয়ে জ্ঞান মোৰ সীমাবদ্ধ।"

চঞ্চল 'ব্ৰিকচ্ এণ্ড বিল্ডিং কোম্পানীৰ' চাকৰিয়াল—আৰ্কিটেক্ট। গতিকে প্ৰকাশ্যভাৱে কোনো ষ্টুডিঅ'ত কাম কৰা বুলি সি দেখুৱাব

নোৱাৰে। অবোৰাই সেই সুবিধা লৈ তেওঁৰ আটাইবোৰ ছবিৰ চেট-ডিজাইন, প্ৰয়োজনীয় মিনিয়েচাৰ চেট আদি চঞ্চলৰ হতুৱাই কৰাই লয়। অবোৰাই পইচা অলপ কম দিলেও চঞ্চলে আপত্তি নকৰে। কাৰণ সেয়া তাৰ উপৰুৱা উপাৰ্জন।

হাতী-চিকাৰৰ বিষয়ে হাতত লোৱা ছবিখনৰ ষ্টুডিঅ'-চেট সম্পৰ্কে চঞ্চলেই একমাত্ৰ নিৰ্ভৰশীল আৰ্কিটেক্ট। কিন্তু চঞ্চলে অবোৰাক উপদেশ দিছিল ষ্টুডিঅ'-চেটতকৈ বহিৰ্দৃশ্যৰ ওপৰত নিৰ্ভৰ কৰাটোহে বেছি প্ৰশস্ত। কাৰণ ষ্টুডিঅ'-চেটত যথেষ্ট খৰচ কৰিও 'নেচাৰেল এণ্ড ৰিয়েল এফেক্ট' পোৱা নাযাব।

চঞ্চলৰ যুক্তিত অবোৰায়ো হয়ভৰ দিলে। সম্ভৱপৰ ক্ষেত্ৰত আটাইবোৰ ছবি বাহিৰতে ল'ব। নিতান্ত প্ৰয়োজন হ'লে অসমৰপৰা উভতি আহিও ষ্টুডিঅ' শ্বটবোৰ ল'ব পৰা হ'ব।

কাহিনী আৰু চিত্ৰনাট্যৰ বাহিৰে মোৰ আন কোনো দায়িত্ব নাছিল যদিও অবোৰাই মোক ৰেহাই নিদিলে। প্ৰডাকশ্যন মেনেজাৰজন স্থানীয় লোক হোৱাটো বাঞ্ছনীয়। অন্যথাই ভালেমান অসুবিধা পাবলগীয়া হয়। সময় আৰু খৰচ দুয়োটায়ে বেছি পৰে সেই কাৰণে প্ৰডাকশ্যন মেনেজাৰক সহায় কৰাৰ কাৰণে অবোৰাই মোক অনুৰোধ কৰিছিল। মই আপত্তি কৰিব খুজিছিলোঁ। কিন্তু অবোৰাই প্ৰতিশ্ৰুতি দিয়া ধনৰ সংখ্যাটো শুনি আপত্তি নকৰিলোঁ।

চঞ্চলে কৈছিল ঃ চিনেমাত একমাত্ৰ প্ৰডাকশ্যন মেনেজাৰেই পইচা মাৰিব পাৰে, বুইছ।

"কিন্তু মই এচিষ্ট্যাণ্ট প্ৰডাকশ্যন মেনেজাৰহে।"

"অসমত দেখিবি—তই হৈ পৰিছ হৰ্তাকৰ্তা আৰু প্ৰডাকশ্যন মেনেজাৰ হৈ পৰিছে তোৰ সহায়কাৰী। কপৌফুল তই চিনি পাবি নে বোম্বাইৱালা প্ৰডাকশ্যন মেনেজাৰে চিনি পাব? এপাহ কপৌফুলৰ দাম তেতিয়া কিমান হ'ব জান?······

নাম স্থিৰ নোহোৱা ছবিখনৰ মই নাম দিছিলোঁ "কুন্‌কীৰ কাহিনী"।

'নাম সম্পৰ্কে পিছত চিন্তা কৰিলেও হ'ব' বুলি অৰোৰায়ো সেই নামটোকে বাহাল ৰাখিছিল।

কুন্কীৰ কাহিনীৰ যাৱতীয় কাম শেষ কৰি অৰোৰাই বৰুৱাৰ তাঁৰ-বাৰ্তাৰ অপেক্ষাত বৈ আছিল। ইউনিট সাজু হৈয়ে আছে। কেম্প পতাৰ কেইদিনমান আগতে বৰুৱাই অৰোৰালৈ তাঁৰ কৰিব। সেইমতে ইউনিট লৈ অৰোৰাই অসম পাবহি।

মায়াই কৈছিল: কেইদিনমান আগতে তুমি জানো অসমলৈ যাব নোৱাৰিবা ককাইদেউ?

"গৈ কি কৰিম?"

"গুৱাহাটীত ঘৰ এটা পায় নেকি বিচাৰিবা। আমাৰ হাতত গোট-খোৱা ধনখিনিৰে মজলীয়া ধৰণৰ ঘৰ এটা কিনিব পৰা নাযাবনে?"

"ভাল ঘৰেই পাম। কিন্তু বেচিব কোনে?"

"ইমান দূৰৰপৰা খবৰ পোৱা টান। কোনোবাই বেচিবওতো পাৰে।"

"পাৰে। কিন্তু অসমত তোমাৰ ঘৰৰ কি প্ৰয়োজন?"

"ভাৰা দিম। ভৱিষ্যতলৈ কি কৰিম? টকা সদায় হাতলৈ নাহে। নাথাকে। ঘৰ পালে তোমাৰ নামত কিনি পেলাবা।"

"মই যদি তোমাক ঠগোঁ?"

"ককায়েকে ভায়েকক ঠগাবৰ কথা শুনিছোঁ। কিন্তু ভনীয়েকক ঠগাবৰ কথা শুনা নাই। 'ইন্টেঞ্চ' এটা ক্ৰিয়েট কৰিব পাৰা যদি বেয়া নহয়।"

মায়া দূৰদৰ্শী। ইমান ততাতৈয়াকৈ গুৱাহাটীত ঘৰ কিনাৰ উদ্দেশ্য দুটা। মায়াই নক'লেও মই বুজিছিলোঁ। প্ৰথম কাৰণ: আয়কৰ ফাকি দিয়া। দ্বিতীয় কাৰণ: অৰোৰাহঁতে বুজক, আমাৰ ঘৰৰ অৱস্থা পৰি মৰা নহয়।

কথাষাৰ মোৰো মনত লাগিল।

অৰোৰাৰ ওচৰলৈ গলোঁ।

অৰোৰাই মোক দেখি কৈ উঠিল : আপোনালৈ ফোন কৰিম বুলি এই মাত্ৰ মই ভাবিছিলোঁ। আপুনি বহুদিন জীয়াই থাকিব মিঃ খনিকৰ।

মই হাঁহিলোঁ।

"আপোনাক আগতীয়াকৈ অসমলৈ পঠোৱাৰ কথা ভাবিছোঁ। প্ৰডাক্শ্যন মেটেৰিয়ালবোৰ যোগাৰ কৰিবলৈ আপোনাক সময় লাগিব। তদুপৰি ইউনিটটোৰ কাৰণে থকা-মিলাৰ ব্যৱস্থা কৰিবলৈও কোনোবা এজন সোনকালে যোৱাৰ প্ৰয়োজন।

কথাটো ক'ব খুজিছিলোঁ মই। কিন্তু মোৰ মনৰ কথাটোকে উপযাচি ক'লে অৰোৰাই। সেই কাৰণেই মোৰ বিশ্বাস হৈছিল : গুৱাহাটীলৈ গৈয়েই হয়তো ঘৰ এটা পাই যাবও পাৰোঁ।

মায়াৰ দৃঢ় বিশ্বাস : ঘৰ আমি পামেই।......

গুৱাহাটী পাই ভাবিছিলোঁ : ঘৰ পোৱা জানো ইমান সহজ? কাক সুধিম। কোনে খবৰ দিব? ইমানবোৰ টকা লগত ৰখাটোও নিৰাপদ নহয়। বেঙ্কত থ'বলৈ গ'লেও মায়াৰ উদ্দেশ্যটো ব্যৰ্থ হৈ যাব। আয়কৰ বিষয়াই গম পাব।

কিন্তু আচৰিত ধৰণেই মায়াৰ বিশ্বাস ফলিয়াই গ'ল। গুৱাহাটী পোৱাৰ পিছদিনাখনেই ঘৰ এটাৰ খবৰ পালোঁ।

বৰুৱা চাহাবৰ সৈতে কথা পাতি থাকোঁতে তেখেতলৈ ফোন এটা আহিছিল। ক'ৰ ফোন, কি কথা—সেই বিষয়ে মই কাণ দিয়া নাছিলোঁ।

"বুইছা প্ৰাঞ্জল, মানুহৰ ধনৰ অহঙ্কাৰ মিছা। এইমাত্ৰ যতীন হাজৰিকাই মোলৈ ফোন কৰিছিল।" ৰিচিভাৰটো থৈ বৰুৱাই কৈ গ'ল।

মই আগ্ৰহেৰে শুনাৰ অভিনয় কৰি গা'টো লৰাই বহিলোঁ।

"যুদ্ধৰ সময়ত মানুহজনে টকা কৰিছিল। গুৱাহাটীত তিনিমহলীয়া ঘৰ এটাও সজালে। মানুহজনে ভালদৰেই চলিব পাৰিলেহেঁতেন।

কিন্তু লোভ। বুইছা? লোভে মানুহজনৰ সর্বনাশ কৰিলে। যুদ্ধৰ শাম কাটিল। দেশ স্বাধীন হ'ল। হাজৰিকাই আৰম্ভ কৰিলে চোৰাং কাৰবাৰ। সোণৰ চোৰাং কাৰবাৰ কৰিবলৈ কিমান লাখ লাখ টকাৰ প্ৰয়োজন হ'ব ভাবি চোৱা। কিন্তু দিন বেয়া হ'লে এনেকুৱাই হয়। হাজৰিকা ধৰা পৰিল। আটাইবোৰ টকা-পইচা নদীৰ পানীৰ দৰে ওলাই গ'ল। অৱশেষত ঘৰ-মাটি বন্ধক থৈ সেই যাত্ৰালৈ কোনোমতে ৰক্ষা পৰিল।

কেইদিনমান হ'ল বেঙ্কে ন'টিচ দিছে। এমাহৰ ভিতৰত টকা দিব নোৱাৰিলে ঘৰ-মাটি লিলাম হ'ব। মানুহজনে লাজত মুখ উলিয়াব নোৱাৰা হৈছে।"

"তাৰ পিছত?"

"ঘৰটো মোৰ ওচৰত বেচিব খোজে। কিন্তু সিমানবোৰ জঞ্জাল কোনে ল'ব কোৱাচোন। জঞ্জাল সামৰিবলৈ মোৰ সময় ক'ত?"

কথাটো শুনি মই প্ৰায় চঞ্চল হৈ পৰিলোঁ।

বৰুৱাই আন কথা উলিয়াব খুজিছিল। কিন্তু মই সুযোগতে মায়াৰ উদ্দেশ্যটোৰ বিষয়ে কলোঁ।

"তেনেহলে ঘৰটো ল'ব লাগে। মই থাকিলে হাজৰিকাই তোমাক ঠগিব নোৱাৰে।" বুলি বৰুৱাই ফোনটো তুলি ল'লে।

তাৰ পিছত তিনি দিনৰ ভিতৰতে সকলো লেঠা সামৰি ঘৰটোৰ দখল লৈয়েই মায়ালৈ তাঁৰ কৰিলোঁ। বৰুৱাই তাঁৰ কৰিলে অৰোৱালৈ —এসপ্তাহৰ ভিতৰতে যাতে অসম পায়হি।

চৰকাৰৰপৰা অনুমতি-পত্ৰ পোৱাৰ পিছদিনাখনেই বৰুৱা চিকাৰৰ ঠাই নিৰ্বাচনত ওলাল। আগতে ঠাই নিৰ্বাচন কৰাই আছিল। তথাপি বাঘৰ পতাৰ আগতে আৰু এবাৰ চাই অহা ভাল। ইউনিটটোৰ সা-সুবিধাৰ পিনেও লক্ষ্য ৰাখিব লাগিব। তাৰপৰা ঘূৰি আহিহে বাঘৰ সাজিবলৈ মানুহ পঠাব। কুন্‌কী, মাউত, ঘাঁহী, ফান্দী আৰু প্ৰয়োজনীয় সা-সঁজুলি সকলোবোৰ যোগাৰ হৈয়েই আছে।

নিৰ্দিষ্ট দিনত ইউনিটটো লৈ বিমান আহি পথাৰত নামিল। ইউনিটটোত আহিবলগীয়া আটাইবোৰ মানুহ সেইখন বিমানত আহিব পৰা নাই। পিছদিনাখন আহিব। মই ইফালে-সিফালে চালোঁ। মায়া ক'ত? মায়াও বৈ আহিল নেকি?

"ককাইদেউ!"

উভতি চালোঁ—মায়া। মই আন কথা সুধিবলৈ নৌপাওঁতেই মায়াই ফুচ্-ফুচাই সুধিলে: ঘৰটো কোনখিনিত?

কলোঁ।

মায়া যেন অধৈৰ্য হৈ পৰিছে। কাৰ্গো নমোৱাৰ সময়খিনিও তাই ধৈৰ্য ধৰিব পৰা নাই।

মোৰ কুশল-বাতৰি সোধাৰ পিছত অবোৱাই বিচাৰ লৈছিল বৰুৱাৰ। বৰুৱা নাহিল কেলেই? লগ পালে ভাল পালেহেঁতেন। ইত্যাদি।

"বৰুৱা চাহাব ৰাতিলৈহে গুৱাহাটী পাবহি। ইউনিটটোৰ কাৰণে কেম্প সজোৱাত ব্যস্ত।" কলোঁ।

"আমি এতিয়া ক'লৈ যাম? সন্থহতে ক'ত থাকিম?"

"মালাৰ কটেজটো খালী কৰাই ৰাখিছোঁ। বিশেষ অসুবিধা হ'ব নালাগে।"

"তেনেহ জুপুৰি পঁজা। অলপ কষ্ট হ'ব আৰু। কিন্তু হোটেলতকৈ —তাত থাকিবলৈ বেছি ভাল পাব কিজানি।"

মোৰ কোৱা শেষ নৌহওঁতেই বিনীত কণ্ঠেৰে সংযোগ কৰিলে মায়াই।

মায়া অধৈৰ্য। বৰঝাৰৰপৰা গুৱাহাটী যেন বহুত দূৰ।

পানীৰ ব্যৱস্থা আছেনে ককাইদেউ? লাইট? সম্মুখত গাড়ী পাৰ্ক কৰাৰ ঠাই হ'ব নে ন'হয়? ৰ'দ-বতাহ পৰেনে?"

মায়াৰ আনন্দ আৰু কৌতূহলৰ সীমা নাই। এটাৰ পিছত আন এটা প্ৰশ্নৰ উত্তৰ দিবলগা হৈছে।

অৱশেষত ঘৰটোৰ সন্মুখত আহি আমি উপস্থিত হলোঁহি। মায়াৰ দুচকু বিস্ফাৰিত হৈ পৰিল আনন্দত। চকু-মুখত সন্তুষ্টিৰ ছাপ। অৰোবাই ধেমালিৰ সুৰত কৈ উঠিল: মালা বহীন, জুপুৰি ক'তা? এইটোচোন গোহালি ঘৰ। আই এম শ্বৰি—গাহৰিৰ গড়াল। এইটো আকৌ জুপুৰি কেনেকৈ হ'ল?—থ'ক, কিন্তু ইমান সুবিধা পাম বুলি আশাই কৰা নাছিলোঁ। ঠাইডোখৰ বৰ মনোৰম—নহয়নে বনচাল?

বনচালে শলাগিলে।

"ক'ত কি ব্যৱস্থা কৰা হৈছে—মই অকণ চাওঁচোন দেই" বুলি অৰোবাইঁতক ড্ৰয়িংৰুমত বহুৱাই থৈ মায়াই মোক ভিতৰলৈ টানি লৈ গ'ল। মই প্ৰত্যেকটো কোঠালি দেখুৱাই গলোঁ। সৰু ছোৱালী এজনীৰ দৰে মায়া আনন্দত নাচি উঠিল। প্ৰত্যেক কোঠাৰ দুৱাৰখন খুলি দিয়াৰ লগে লগে—'চুইচ ক'ত?' 'আঃ ইমান সুন্দৰ! ইমান সুন্দৰ! ইমান ভাল' বুলি দৌৰি গৈ তাই কোঠাটোৰ আনটো মূৰ পায়গৈ।

প্ৰথম আৰু দ্বিতীয় মহলাৰ পিছত আমি ওপৰ মহলাত উঠিলোঁ। সেইটোৱে শেষ মহলা। তৃতীয় মহলাৰ শেষ কোঠাটোৰ দুৱাৰখন মেলি ভিতৰলৈ সোমাই যোৱাৰ লগে লগে হঠাতে তাই মোক সাবটি ধৰিলে। মই বিচলিত হৈ গলোঁ। কোনোবাই দেখে বুলি দুৱাৰমুখলৈ চালোঁ। খিৰিকীবোৰ বন্ধ।

"তুমি ইমান ভাল।" বুলি কোৱা মায়াৰ কোমল ওঁঠৰ চুমাত মোৰ দুগাল উপচি পৰিল। তাইৰ বুকুখন মোৰ বুকুৰ মাজত হেঁচি ধৰিছে। হঠাতে মোৰ কি হৈ গ'ল নাজানো। কিবা এটা শিহৰণত সৰ্বাঙ্গ শৰীৰ কঁপি উঠিল। উত্তেজনাত মই কোঁপাইছিলোঁ কিজানি। মই তাইক কেতিয়া সাবটি ধৰিছিলোঁ ক'ব নোৱাৰোঁ। তাইৰ ওঁঠৰ ওপৰত মোৰ ওঁঠ দুটা থৈ ফুচ্‌ফুচাই উঠিলোঁ: মা—য়া।

## ॥ দহ ॥

"নোৱাৰা, নোৱাৰা ; নোৱাৰা। নোৱাৰা বুলিছোঁ নোৱাৰা।"

"তুমি বুবুজা কিয় মায়া ? মই নগ'লে কেনেকৈ হ'ব ?"

"তুমি নগ'লেও হ'ব। যেতিয়া তুমি নাছিলা—নাগৰৱালাই জানো কৰা নাছিল ? এতিয়াও পাৰিব।"

"কিন্তু অবোৰা জানো মান্তি হ'ব ?"

"অৰণ্যৰ মাজত তোমাৰ কোনো প্ৰয়োজন নাই। বৰদেউতা আছে। প্ৰডাকশ্যন মেনেজাৰ নাগৰৱালা থাকিবই। তুমি গৈ কি কৰিবা ?"

"তোমাৰ ইমান আপত্তি কিয় ? তোমাৰ সপোন ফলিয়াব বুলি ভয় কৰিছা ? হাতীৰ ওচৰলৈকে মই নাযাওঁ বাৰু। বহুত দূৰত থাকিম। তুমি যাবা—গোটৰ আটাইবোৰ মানুহ··· ।"

"তাৰ মানে তুমি মোৰ কথা নুশুনা ? কেম্পলৈ তুমি যাবাই। হে ভগৱান ! তাৰ আগতেই যেন মোৰ মৃত্যু হয়।"

অকণমানি ছোৱালী এজনীৰ দৰেই ঠেহ্ পাতি মায়াই ফেকুৰি উঠিল। মায়াৰ ধাৰণা—হাবিৰ মাজলৈ গ'লে মোৰ যেন কিবা বিপদ হ'ব। হাতীয়ে মোক আক্ৰমণ কৰিব। সপোনত মায়াই দেখিছিল ঃ শ্বেৰপাৰ ভূমিকাত মই অভিনয় কৰিছোঁ। শ্যুটিং আৰম্ভ হৈছে। ৰাণাই নন্দীক পানীৰ মাজলৈ দলিয়াই বনৰীয়া হাতীটোক দাঁতেৰে খুঁচি থকা-সৰকা কৰিছে। তাৰ পিছত আক্ৰমণ কৰিছে—শ্বেৰপাৰূপী মোক। ৰাণাই গছকি মোৰ মূৰটো থেতেলি পেলাইছে। তাৰ পিছত দাঁত

এটাৰে খুঁচি মোক দাঙি লৈ উন্মত্তৰ দৰে ভেডাউৰি পাৰি কেম্পৰ চাৰিওফালে ঘূৰি ফুৰিছে। বিচাৰি ফুৰিছে প্ৰতাপ বৰুৱাক।

এয়া তাইৰ অৱচেতন মনৰ মাজত লুকাই থকা পিতৃশোক। অসমলৈ উভতি অহাৰ পিছত দেউতাকলৈ তাইৰ মনত পৰিছে। মনত পৰিছে তাহানিৰ বস্তিৰ সেই ঘৰখনলৈ।

তাই তেনে এটা সপোন দেখাৰ সেইটোৱে কাৰণ।

কিন্তু মায়াক কেনেকৈ বুজাওঁ?

মই চিন্তিত হৈ পৰিলোঁ। মায়াক কেনেকৈ মান্তি কৰাম? অৰোৰাক কেনেকৈ কম: চিকাৰ-থলীলৈ মই নাযাওঁ।

অথচ মায়াক ক্ষুণ্ণ কৰিবও নোৱাৰোঁ। তাইৰ অন্তৰত আঘাত দিবলৈও মনে নসহে।......

অৰোৰাৰ ইচ্ছা—যিমান সোনকালে সম্ভৱ কাম আৰম্ভ কৰিব লাগে। কিন্তু ইউনিটৰ কাৰিকৰী শিল্পীসকলৰ বাবেও যে কেইটামান হাতীৰ প্ৰয়োজন, সেই কথা আমি কেৱে ভবাই নাছিলোঁ। বৰুৱা চাহাবক জনোৱা নাছিল। সেই কাৰণে প্ৰয়োজনীয় হাতীৰ সংখ্যা কম হোৱাত আৰু কেইদিনমান অপেক্ষা কৰিবলগীয়া হ'ল। মূল শিবিৰৰপৰা সাজু হৈ নগ'লে হাবিৰ মাজত আহুকাল হ'ব। কিন্তু তিনি দিনৰ পিছতহে হাতী আহি পাবহি।

যেই-সেই হাতী হ'লেইতো নহ'ব। বিশ্বাসী আৰু প্ৰশিক্ষণ পোৱা হাতী সতকাই পোৱা টান। কিন্তু বৰুৱাই মানুহ পঠিয়াইছে। হাতী আহি পাবহি।

তিনিটা দিন এনেয়ে বহি কটাব নোৱাৰি। তিনি দিন মানে বহুত সময়। গতিকে থিৰাং হ'ল: জমিদাৰ প্ৰতাপ বৰুৱাৰ হাউলিত ল'বলগীয়া শ্বট্‌বোৰ এই তিনি দিনৰ ভিতৰতে লোৱা হ'ব। লোকেশ্যন্ স্থিৰ হ'ল মুকুলিকা কুটীৰ। মুকুলিকা কুটীৰৰ ভিতৰত প্ৰয়োজনীয় 'লাইট আপ'ৰ ব্যৱস্থা কৰা হ'ল। তাৰ পিছত আৰম্ভ কৰা হ'ল দৃশ্যগ্ৰহণৰ কাম।

দৃশ্যগ্রহণৰ কাম আগবাঢ়িল।

আটাইৰে মনত সন্তোষ।

অবোবাৰ সন্তোষঃ কোনো অসুবিধা নোপোৱাকৈ কামবোৰ আগবাঢ়ি গৈছে। প্ৰত্যেকটোৱে ও-কে শ্বট্। দ্বিতীয়বাৰ ল'বলগীয়া হোৱা নাই।

নাগৰৱালা সন্তুষ্ট—কাৰণ প্ৰডাকৃশ্যন মেটেৰিয়েল বিচাৰি হাইৰাণ হ'বলগীয়া হোৱা নাই।

বনচাল সন্তুষ্টঃ ষ্টুডিঅ'ৰ বাহিৰত এনেকুৱা ধুনীয়া পোহৰৰ ব্যৱস্থা ক'তো পোৱা নাযায়। অনুকূল বতৰ।

আৰু বৰুৱাৰ আনন্দঃ বাহিৰৰপৰা অহা দলটো সন্তুষ্ট হৈছে। তদুপৰি অৰণ্য-সুন্দৰীৰ কেবাটাও শ্বট্ লোৱা হৈছে। লোৱা হৈছে শ্বো-ৰুমবোৰৰ দৃশ্য। অৰণ্য-সুন্দৰী আৰু শ্বো-ৰুমবোৰ দেখি অবোবা মুগ্ধ। অবোবাৰ মতে—অৰণ্য-সুন্দৰীয়েই এটা প্ৰাকৃতিক ষ্টুডিঅ'। তাতকৈও বেছি আনন্দ পোৱাৰ কাৰণ মায়া। মায়াৰ আন্তৰিকতাপূৰ্ণ সাৱলীল অভিনয়।

প্ৰতাপ বৰুৱাৰ ঘৰৰ ভিতৰৰ আৰু বাহিৰত ল'বলগীয়া শ্বট্‌বোৰ লোৱা প্ৰায় শেষেই হৈছিল। বাকী আছিল মাথোন ৰাতিৰ এটা দৃশ্য। সপোনৰ দৃশ্যটোৰ চিত্ৰগ্ৰহণ।

দৃশ্যটোক কেবাটাও শ্বটত ভাগ কৰা হৈছে। কেমেৰাই কেবাবাৰো ঠাই সলনি কৰিব লাগিব। দৃশ্যসজ্জা প্ৰস্তুত হোৱাৰ পিছত অভিনেতা-অভিনেত্ৰী, নাগৰৱালা, কেমেৰা আৰু আলোক-শিল্পীক শুনাই চিত্ৰনাট্য-খন হাতত লৈ অবোবাই চিঞৰি চিঞৰি পঢ়ি গ'ল:

সময়—মাজনিশা।

লোকেল—জমিদাৰ প্ৰতাপ বৰুৱাৰ তিনিমহলাৰ ওপৰৰ শোৱনি-কোঠা।

কোঠাটোত তিনিখন দুৱাৰ। পিছফালৰ বাৰাণ্ডালৈ ওলাই যাবলৈ দুখন দুৱাৰ।···দুখন পালেঙত শুই আছে প্ৰতাপ বৰুৱা আৰু মালা।···

ইত্যাদি। ইত্যাদি।

তাৰ পিছত ল'বলগীয়া শ্বট্‌টো সম্পৰ্কে অৰোৰাই মালাক বুজাই দিলে।

দৃশ্যটো তিনিমহলাৰ যদিও চিত্ৰগ্ৰহণৰ কাৰণে ঠাই বাছনি কৰা হৈছে দ্বিতীয় মহলাৰ এটা সজ্জিত কোঠা। কোঠাটোৰ বাহিৰত দালানটোৰ গা'তে লগাকৈ তৰা আছে দুখন শকত ৰছীৰ জাল। অৰোৰাই ওপৰৰপৰা জঁপিয়াই জালখনৰ শক্তি পৰীক্ষা কৰিছে। যথেষ্ট মজবুত। নিৰ্ভৰযোগ্য। প্ৰথম জালখনেই যথেষ্ট। তদুপৰি তাৰ তলত আৰু এখন জাল তৰা আছে। সাৱধান হোৱা ভাল।

মুকুলিকা কুটীৰৰ চাৰিওফালে চিত্ৰগ্ৰহণ চাবলৈ অহা মানুহৰ জুম। দালানটোৰপৰা প্ৰয়োজনীয় ব্যৱধান ৰক্ষা কৰি মানুহবোৰে যেন বৰ কষ্টেৰেহে অপেক্ষা কৰি আছে। প্ৰতি মুহূৰ্ততে হেঁচা-ঠেলা কৰি আগুৱাই আহিব খোজে। জনতাক নিয়ন্ত্ৰণ কৰিবলৈ নিয়োগ কৰা পুলিচৰ হুঙ্কাৰত আকৌ পিছুৱাই য'য়।

দৃশ্যটো ৰাতিৰ। কিন্তু ছবি লোৱা হ'ব দিনত। ফিল্টাৰ লগাই কেমেৰা সাজুকৈ ৰখা বনচালে পৰিচালক অৰোৰাৰ আদেশলৈ অপেক্ষা কৰিছে। অৰোৰাই দৃশ্যটো বুজাই দি মায়াক আকৌ এবাৰ সকীয়াই দিছে ঃ

"চোৱা মালা, তুমি শুই থাকোঁতে সপোন দেখিছা। সন্মুখৰ দুৱাৰ-মুখেৰে উন্মত্ত দঁতাল এটাই তোমাক খেদি আহিছে। ধৰি ল'বা— কেমেৰাটোৱে যেনিবা দঁতাল। তোমাৰ লগে লগে কেমেৰায়ো ট্ৰলিং কৰি আগুৱাই যাব। হাতীটো দেখি ভয়ত তুমি কঁপিছা। চিঞৰ এটাৰে বিচনাৰপৰা মজিয়াত জঁপিয়াই পৰি পলাবলৈ যত্ন কৰিছা। প্ৰতাপ বৰুৱাই সেই চিঞৰত সাৰ পাই ইফালে-সিফালে চাই বিচনাৰপৰা নামি গৈ তোমাক ধৰিব খুজিব। কিন্তু তাৰ আগতেই তুমি কেমেৰালৈ মুখ কৰি পিছৱাই গৈ সোঁহাতৰ দুৱাৰখন খুলি গতি ল'বা। বুজিছাই তোমাৰ গতি কিমান ক্ষিপ্ৰ হ'ব। কাৰণ তুমি শ্লো হ'লেই প্ৰতাপ

বৰুৱাই তোমাক ধৰি পেলাব। কিন্তু সাৱধান—ভুলতেও যেন বাঁওহাতে নোযোৱা। চকমাটিৰে অঁকা চিনটোৰ বাহিৰলৈ কোনোপধ্যে নাযাবা। আউট অব্ ফ'কাচ হৈ পৰিবা। এইপিনে অহা—। চোৱা, সৌ জালখন দেখিছা নহয়? দেখিছা। ঠিক এইখিনি ঠাইৰপৰাই ৰেলিঙৰ ওপৰেৰে জঁপিওৱাৰ ভঙ্গী লৈ মই 'কাট' নক'লেও তুমি বৈ যাবা। কাৰণ পিছৰ শ্বট্‌টোৰ কাৰণে কেমেৰা বাহিৰলৈ নিব লাগিব। অৱশ্যে জঁপিয়াই পৰিলেও কোনো ক্ষতি নাই। কিন্তু সেই শ্বট্‌টো বাহিৰৰ-পৰা ৰি-টেক কৰিব লাগিব।

পৰি যাম বুলি ভয় খাইছা নেকি? পৰিলেও একো নহয়। তিনি ফুট তলত সৌখন নেট। তাৰ চাৰি ফুট তলত আৰু এখন। দেয়াৰ ইউ উইল বি এ ক্ৰেডল চাইল্ড। বুজিছা?......"

অৰোৰাৰ কথাত মায়াই হাঁহি হাঁহি মূৰ জোকাৰিলে। অৰ্থাৎ—মায়া প্ৰস্তুত।

চিত্ৰগ্ৰহণৰ প্ৰস্তুতি সম্পূৰ্ণ কৰি 'ৰেডি' বুলি চিঞৰি অৰোৰা কেমেৰাৰ পিছলৈ আহিল। কোঠাটোৰ সম্মুখৰ দুৱাৰ-মুখত কেমেৰা। কেমেৰাৰ পিছত মই আৰু বৰুৱা আগৰপৰাই থিয় হৈ আছিলোঁ। আমাৰ পিছফালে থিয় হৈ আছে প্ৰায় দহ-বাৰজন মানুহ। আটাইবোৰ আমাৰ ইউনিটৰ। নায়ক প্ৰতাপ বৰুৱা আৰু নায়িকা মালাই বিচনাত শুই পজিশ্যন লৈছে। দৃশ্যটো যাতে 'ষ্টেটিক' নহয়, তাৰ বাবে ট্ৰলিঙৰ ব্যৱস্থা কৰা হৈছে।

"কেমেৰা ৰেডি?...লাইট?..." বুলি অৰোৰাই চিঞৰি উঠাৰ লগে লগে আমি নিস্তব্ধ হৈ পৰিলোঁ। তাৰ পিছত কোন মুহূৰ্তত অৰোৰাই কেমেৰা ষ্টাৰ্ট কৰিবলৈ কৈছিল তালৈ মোৰ লক্ষ্য নাছিল।

হঠাতে আতঙ্ক-বিহ্বল চিঞৰ এটাত মই উচপ্ খাই উঠিলোঁ। সেয়া মায়া। বিচনাৰপৰা জঁপিয়াই পৰিছে। চকু-মুখত আতঙ্কৰ ভয়ঙ্কৰ ৰূপ। কি জীৱন্ত!

তাই থৰ্‌থৰ্‌কৈ কঁপিছে।

এয়াই শিল্পী। এয়ে অভিনয়। মায়াক দেখিলে কোনে ক'ব—এইজনী ছোৱালী সঁচা মৃত্যুৰ ভয়ত বিহ্বল হৈ পৰা নাই ? অলপ আগতে এইজনী ছোৱালীয়েই হাঁহি হাঁহি কেমেৰাৰ সম্মুখত পজিশ্যন লৈছিল।

কিন্তু এয়া কি হ'ল ? মই ভুল দেখিছোঁ নেকি ? মায়াই বাঁওফালৰ দুৱাৰখন খুলিছে কিয় ?

অবোবাইতো একো কোৱা নাই। তেন্তে মোৰ বোধহয় ভুল হৈছে।

কিন্তু—চকমাটিৰ চিনটো ক'ত ?

মায়াই যেন নিজক পাহৰি গৈছে। পাহৰি গৈছে সমগ্ৰ সত্তা।

মই চিঞৰি উঠিলোঁ—মায়া !

নাই। মায়াই শুনা নাই। মায়া গৈ ৰেলিঙৰ ওচৰ পাইছেগৈ। বাহিৰলৈ জঁপিয়াবলৈ ৰেলিঙৰ ওপৰত উঠিছে।

প্ৰতাপ বৰুৱা ইমান মন্থৰ কিয় ? প্ৰতাপ বৰুৱাই দৌৰি গৈ মালাক নধৰে কিয় ?

বনচালক ঠেলি মই আগুৱাই গলোঁ। কেমেৰাটো বোধহয় ছিটিকি পৰিছিল।

কিন্তু মায়া ? মায়া ক'ত ?

হঠাতে কোনোবাই পিছফালৰপৰা মোক টানি ধৰিলে। মূৰটো আচন্দ্ৰাই কৰি দিয়া যেন লাগিল।

তাৰ পিছত চিৰিবোৰ পাৰ হৈ কেনেদৰে দৌৰি আহি চোতাল পাইছিলোঁ ক'ব নোৱাৰোঁ। কিন্তু এয়া মই কি দেখিছোঁ ? এয়া তেজ নে সেন্দুৰ মিহলোৱা তপত পানীৰ ফোঁৱাৰা ? চোতালত থিয় হৈ থকা মানুহবোৰে এনেদৰে চিঞৰিছে কিয় ? সেয়া চিঞৰ নে ইঞ্জিনৰ গুম্-গুমনি শব্দ ? মোৰ চাৰিওফালে ইমান অন্ধকাৰ ?

মোৰ বোধহয় টোপনি আহিছিল। চকু মেলি দেখিছোঁ মোৰ চাৰিওফালে এজাক মানুহ। সম্মুখত অবোবা আৰু বৰুৱা। মই চিঞৰি উঠিলোঁ: মায়া—মায়া ক'ত ?

মানুহবোৰে নামাতে কিয়? আটাইবোৰ নিস্তব্ধ।

অধৈৰ্য্য হৈ মই আকৌ চিঞৰি উঠিলোঁ: মায়া ক'ত? মোৰ চিঞৰ শুনি কোনোবা এজনে মোৰ মূৰ-শিতানলৈ আঙুলিয়াই দেখুৱালে। দৌৰি গৈ নাৰী দেহ এটা সাবটি ধৰিলোঁ। কিন্তু এয়া জানো মায়া? তেজত ডুবি থকা এই হিম-শীতল দেহৰ গাভৰুজনীতো মায়া নহয়। হ'ব নোৱাৰে। মায়াৰ মৃত্যু নহয়। মৃত্যু হ'ব নোৱাৰে।

চকু-মুখ চিনিব নোৱাৰালৈ থেতেলি যোৱা মূৰৰ এয়া একোছা দীঘল চুলি। সেই চুলিকোছাৰ মাজৰপৰা যেন ভাহি আহিল এটা কণ্ঠস্বৰ: মই মৰা নাই ককাইদেউ। এয়া স্বতঃস্ফূৰ্ত অভিনয়। এই মৃত্যু— অভিনয়ৰ মৃত্যু। এই মৃত্যু মিছা—ফাকি। ইয়াৰ লগত সঁচা জীৱনৰ কোনো সম্পৰ্ক নাই।

পৃথিৱীখন কঁপিছে। বোধহয় এন্ধাৰৰ মাজত হেৰাই যাব। এয়া— মোৰ চাৰিওফালে মই এন্ধাৰ দেখিছোঁ।

---